# অসমৰ মাঘবিহু

## ৰূপ-বৰ্ণ-সুষমা

ডক্টৰ নবীন চন্দ্ৰ শৰ্মা

সংকলিত আৰু সম্পাদিত

উপদেষ্টা, শতদল

গুৱাহাটী





শতদল

গুৱাহাটী

**Axamar Māgh Bihu: Rūpa-Barṇa-Suṣamā:** ***A Collection of a few Essays on the wintertime festivals celebrated by both the Tribal people and the non-Tribal people of Assam, written by a group of specialised Scholars, compiled and edited by Dr. Nabin Chandra Sarma, Professor and Ex-Head, Dept. of Folklore Research, Gauhati University, Guwahati-14, and published by the ŚATADAL, a social and cultural Association of Assam, Guwahati, 2000, Price. Rs.80.00 only.***

---

**পৰিৱেশক :**

শ্ৰীৰাজেন্দ্ৰ মোহন শৰ্মা

চন্দ্ৰ প্ৰকাশ, গুৱাহাটী-১

দূৰভাষ : ৫১১৯৪৬

প্ৰথম প্ৰকাশ : ডিচেম্বৰ, ২০০০

প্ৰকাশক : শতদল

শতদল, গুৱাহাটী

প্ৰচ্ছদপট ডিজাইন : শ্ৰীনীল পৱন বৰুৱা

মূল্য : ৮০.০০ (আশী) টকা

ডি.টি.পি. : শিৱশক্তি ট্ৰেডাৰ্চ

হেদায়েৎপুৰ, গুৱাহাটী-৩

ছপা : বি, ডি, এণ্ড কোং

ছাত্ৰীবাড়ী

# উৎসৰ্গা

সংস্কৃতিপ্ৰেমী বাইজৰ কৰকমলত
শ্ৰদ্ধা আৰু ভক্তিৰে।



—শতদল

## সম্পাদনা সমিতি

ড° নবীন চন্দ্ৰ শৰ্মা

ড° যতীন মিপুন

শ্ৰীভূপেন নাৰ্জাৰী

শ্ৰীপুতলী কায়স্থ

শ্ৰীহিমাদ্ৰি কুমাৰী শৰ্মা

# অৱতৰণিকা

অসমদেশ বিভিন্ন নৃ-গোষ্ঠীৰ বাসভূমি। বিভিন্ন নৃ-গোষ্ঠীৰ সংশ্লেষণ প্ৰক্ৰিয়াৰ আধাৰত অসমীয়া জাতিৰ জন্ম; অৰ্থাৎ 'ইন্দ' অষ্ট্ৰেলীয়, ইন্দ'-মংগোলীয়, দ্ৰাবিড়ীয়, দ্ৰাবিড়ীয় আৰু নৰ্ডিক— পৃথিৱীৰ চাৰিটা বৃহৎ গোষ্ঠীৰ সংমিশ্ৰিত ৰূপেই অসমীয়া জাতি। 'অসম' শব্দৰ বিশেষণ-ৰূপেই অসমীয়া। 'অসম' শব্দটো কোনো কোনোৰ মতে বৰো ভাষাৰপৰা আহিছে আৰু কোনো কোনোৰ মতে তাই-ভাষাৰপৰা আহিছে। মুঠতে অসমৰ ভৌগোলিক চাৰিসীমাৰ মাজত যিসকলে বসবাস কৰি আহিছে তেওঁলোকেই অসমীয়া। ইয়াৰপৰা স্পষ্টভাৱে কব পাৰিযে, অসমীয়া সমাজ সংমিশ্ৰিত সমাজ। গতিকে অসমীয়া সমাজৰ সামাজিক আচৰণৰ সমষ্টি অসমীয়া সংস্কৃতিও সংমিশ্ৰিত সংস্কৃতি। অসমৰ সংস্কৃতিৰ বিভিন্ন দিশত যেনে : ভাষা-সাহিত্য, সামাজিক আচাৰ-অনুষ্ঠান, ভৌতিক সংস্কৃতি আৰু পৰিৱেশ্য কলাৰূপত বিভিন্ন নৃগোষ্ঠীৰ সাংস্কৃতিক উপাদানৰ স্থিতি অতিকে স্পষ্ট। উৎসৱ-অনুষ্ঠানৰ ভিতৰতো আকৌ কৃষি-উৎসৱ; অথবা ঋতুকালীন উৎসৱ বিহুৰ অনুষংগত সাংস্কৃতিক বৈচিত্ৰ্যৰ তাৎপৰ্য্য স্পষ্টতৰ।

বিহু তিনিটা— ব'হাগ বিহু বা ৰঙালী বিহু, মাঘ-বিহু বা ভোগালী বিহু আৰু কাতিবিহু বা কঙালী বিহু। অসমৰ জাতি-জনজাতি উভয়ৰে মাজত এই তিনিওটা বিহু পৰম্পৰাগতভাৱে চলি আহিছে। বহাগ বিহু বা ৰঙালী বিহুৰ ৰূপ, সংযুতি, অৰ্থ, তাৎপৰ্য্য আদিৰ ক্ষেত্ৰত সামগ্ৰিকভাৱে বিভিন্ন নৃ-গোষ্ঠীৰ মাজত পালিত বহাগ বিহু বা ইয়াৰ সমধৰ্মী উৎসৱৰ লগত সাধাৰণ সাদৃশ্য থাকিলেও তাৰ মাজতে কিছুমান স্বকীয় বৈশিষ্ট্যও দেখা যায়। তেনেদৰে অসমৰ বিভিন্ন অঞ্চলক কেন্দ্ৰ কৰি বহাগ বিহুৰ আঞ্চলিক ৰূপবো বিকাশ সম্ভৱ হৈ উঠিছে। অসমৰ বহাগ বিহুৰ আঞ্চলিক ৰূপ আৰু প্ৰজাতিগত ৰূপৰ বিষয়ে আমাৰদ্বাৰা সম্পাদিত *বসন্ত উৎসৱ আৰু অসমৰ বিভিন্ন জন-গোষ্ঠীৰ লোকনৃত্য*[1] নামৰ গ্ৰন্থত যথাসম্ভৱ পদ্ধতিগতভাৱে আলোচনা কৰা হৈছে।

বহাগ বিহুৰ দৰে মাঘবিহু বা ভোগালী বিহুৰো আছে সামগ্ৰিক ৰূপ আৰু তাৰ মাজতেই আছে আঞ্চলিক তথা প্ৰজাতিগত ৰূপ। এই আঞ্চলিক তথা প্ৰজাতিগত ৰূপবোৰৰ যৌগিক আৰু সামগ্ৰিক ৰূপটোৱেই হৈছে অসমৰ মাঘবিহু বা ভোগালী বিহু। মাঘবিহুৰ আঞ্চলিক ৰূপবোৰ বিশেষ কিছুমান আঞ্চলিক বৈশিষ্ট্যযে ভৰা। এই আঞ্চলিক বৈশিষ্ট্যবোৰ মাঘবিহুৰ সৈতে জৰিত ধৰ্মীয়কৃত্য, ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ,

---

১. নবীন চন্দ্ৰ শৰ্মা (সম্পা), *বসন্ত উৎসৱ আৰু অসমৰ বিভিন্ন জনগোষ্ঠীৰ লোকনৃত্য*, সদৌ অসম নবীন লেখক-লেখিকা আৰু শিল্পী সমিতি, প্ৰকাশক শ্ৰীশান্তিৰঞ্জন দে, বীণা লাইব্ৰেৰী, গুৱাহাটী, ১৯৯৩, প্ৰথম সংস্কৰণ।

বিশ্বাস-সংস্কাৰ, পুৰা বা পুৰাণকথা, জনশ্ৰুতি, কাহিনী, গীত-পদ, বাদ্য-বাজনাৰ পৰিসীমাত সীমিত। মেজি, মেজিঘৰ, ভেলাঘৰ, ভেলাপুজি আদিৰ ক্ষেত্ৰতো আঞ্চলিক বৈশিষ্ট্যবাজি ধৰা পৰে। উদাহৰণ স্বৰূপে তিনিচুকীয়া অঞ্চলত প্ৰচলিত মাঘবিহু বা ভোগালী বিহুৰ বৈশিষ্ট্যৰ সৈতে গোলোকগঞ্জ অঞ্চলত প্ৰচলিত মাঘবিহুৰ বৈশিষ্ট্যৰ সম্পূৰ্ণ মিল নাই। সেইদৰে মৰাণ অঞ্চলত প্ৰচলিত মাঘবিহুৰ বৈশিষ্ট্যবাজিৰ লগত দুখনে অঞ্চলত প্ৰচলিত মাঘবিহুৰ বৈশিষ্ট্যবাজিৰ সাধাৰণ বৈসাদৃশ্যও ধৰা পৰে। অসমৰ মাঘবিহুৰ সামগ্ৰিক ৰূপটো জানিবৰ বাবেই ইয়াৰ আঞ্চলিক ৰূপবোৰ জনা উচিত।

অসমৰ মাঘবিহুৰ আঞ্চলিক ৰূপবোৰৰ দৰে ইয়াৰ প্ৰজাতিগত ৰূপবোৰো বৈচিত্ৰ্যপূৰ্ণ আৰু আকৰ্ষণীয়। অসমৰ প্ৰতিটো প্ৰজাতিয়েই স্বকীয়া স্বকীয় বিশ্বাস, আদৰ্শ আৰু আচাৰ-অনুষ্ঠানৰ মাধ্যমেৰে মাঘ-বিহু পালন কৰে। সেইহেতু এটা প্ৰজাতিৰ মাজত প্ৰচলিত মাঘবিহুৰ বৈশিষ্ট্যৰ সৈতে আনটো প্ৰজাতিৰ মাজত প্ৰচলিত মাঘবিহুৰ বৈশিষ্ট্যবাজিৰ সম্পূৰ্ণ মিল নাই। আৰু এই অমিলবোৰেই প্ৰত্যেকটো প্ৰজাতিৰ মাজত প্ৰচলিত মাঘবিহুক স্বকীয়তা প্ৰদান কৰিছে। সেইবাবেই বৰোসকলৰ মাজত প্ৰচলিত মাঘ বিহুৰ বৈশিষ্ট্যবাজিৰ লগত মিচিং মাঘ বিহুৰ বৈসাদৃশ্য ধৰা পৰে। তদ্ৰূপ হাজংসকলৰ সমাজত প্ৰচলিত মাঘবিহুৰ আচাৰ-অনুষ্ঠানৰ লগত তিওৱাসকলৰ মাঘবিহুৰ আচাৰ-অনুষ্ঠানৰ মিল নাই। মাঘবিহুৰ প্ৰজাতিগত বৈশিষ্ট্যৰ মাজেৰেই ৰক্ষিত হৈ আছিছে ইয়াৰ সামগ্ৰিক ৰূপটো।

আধুনিকতাৰ প্ৰভাৱত অসমৰ মাঘবিহুৰ আঞ্চলিক আৰু প্ৰজাতিগত ৰূপবোৰৰ আকৰ্ষণীয় কিছুমান সমল চিৰদিনৰ বাবে হেৰাই গৈছে। সাম্প্ৰতিকলৈকে এই বিহুটোৰ আঞ্চলিক আৰু প্ৰজাতিগত যিখিনি বৈশিষ্ট্য ৰক্ষিত হৈ আছিছে সেই বৈশিষ্ট্যবাজিৰ সংগ্ৰহ তথা সংৰক্ষণ প্ৰচেষ্টাৰ ফলশ্ৰুতিত *অসমৰ মাঘ বিহু : ৰূপ-বৰ্ণ-সুষমা*-ৰ জন্ম।

*অসমৰ মাঘ বিহু : ৰূপ-বৰ্ণ-সুষমা*-ৰ ৰূপ আৰু বিষয় পৰিকল্পনা অসমৰ অন্যতম সামাজিক অনুষ্ঠান *শতদল*-ৰ। *শতদল*-ৰ সভাপতি, উপ-সভাপতি, সদস্যবৃন্দৰ অনুৰোধমতে গ্ৰন্থখনি সম্পাদনা কৰা হ'ল। কৃতকাৰ্য্য হ'ব পাৰিছোঁ নে নাই সহৃদয় ৰাইজে বিচাৰ কৰি চাব বুলি আশা কৰিলোঁ। কিতাপখন সম্পাদনা কৰিবলৈ আমাক দিয়া বাবে 'শতদল'-ৰ সভাপতি, উপ-সভাপতি, সদস্যবৃন্দৰ ওচৰত আমি ঋণী। *অসমৰ মাঘ-বিহু : ৰূপ-বৰ্ণ-সুষমা*-ৰ শ্ৰীবৃদ্ধিত যিসকল লেখক-লেখিকাই প্ৰবন্ধ-পাতিৰে আমাক সহায় কৰিছে তেওঁলোকৰ ওচৰতো আমি চিৰ কৃতজ্ঞ। এই ক্ষেত্ৰতে গ্ৰন্থখনৰ প্ৰকাশক শ্ৰীৰাজেন্দ্ৰ মোহন শৰ্মাকো (চন্দ্ৰ প্ৰকাশ) ধন্যবাদ জনাইছোঁ।

ভ্ৰম-বিচ্যুতিৰ বাবে আমি আগতীয়াকৈ আমাৰ সহানুভূতিশীল পঢ়ুৱৈ ৰাইজৰ ওচৰত ক্ষমা বিচাৰিছোঁ। গ্ৰন্থখনে সামাজিক সংহতিত যৎসামান্য সমল আগবঢ়াব পাৰিলেই আমাৰ পৰিশ্ৰম সাৰ্থক হ'ব।

গুৱাহাটী
২৪/১২/২০০০ ইং



# অসমৰ মাঘ-বিহু

শস্য-শ্যামলা, সুজলা-সুফলা প্ৰকৃতিৰ ৰম্যভূমি অসম। বিভিন্ন জনগোষ্ঠীৰ বাবেবৰণীয়া কলা-সংস্কৃতিৰ যাদুঘৰ স্বৰূপা অসম বৈচিত্ৰ্যময় আৰু এই বৈচিত্ৰ্যৰ মাজতে ঐক্যৰ সেতু নিৰ্মাণ কৰি আহিছে সামাজিক ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ আদিয়ে। বৈচিত্ৰ্যৰ মাজত ঐক্য আৰু সংহতি স্থাপনত অসমৰ উৎসৱ-অনুষ্ঠান বিশেষকৈ বিহুৰ লেখিকা উৎসৱসমূহে তাৎপৰ্য্যপূৰ্ণ স্থান লাভ কৰিছে। এই প্ৰসংগত মাঘবিহুৰ ভূমিকা মন কৰিবলগীয়া। মাঘবিহুৰ মাধুৰ্য্যভৰা ৰূপবোৰ একেডাল সূতাৰে গাঁথি— বহুবৰ্ণী মালাৰ দৰে অসমৰ বাহিজক উপহাৰ দিয়াৰ আকাংক্ষাত জন্ম লাভ কৰিছে "অসমৰ মাঘবিহু" নামৰ গ্ৰন্থ খনিয়ে।

গ্ৰন্থখনি প্ৰকাশৰ প্ৰাৰম্ভিক চিন্তা অসমৰ সামাজিক অনুষ্ঠান "শতদল"ৰ। ১৯৯৬ চনৰ চেপ্তেম্বৰ মাহত প্ৰতিষ্ঠিত অনুষ্ঠানটিৰ পৰিকল্পিত আঁচনি সমূহৰ ভিতৰত সাহিত্য, সংস্কৃতিমূলক গ্ৰন্থ প্ৰকাশৰ বিষয়টো অন্যতম। ১৯৯৭ চনত "অসমৰ মাঘবিহু" শীৰ্ষক গ্ৰন্থ এখনি প্ৰকাশৰ বিষয়ে আলোচনা কৰি বিভিন্ন জনগোষ্ঠীৰ পৰিচিত সু-লেখক সকলৰপৰা লেখনি সংগ্ৰহ কৰা হৈছিল। অধিকাংশ লেখনি সংগ্ৰহৰ অন্তত শ্ৰীযুক্তা মিনতি চৌধুৰীৰ লগত হোৱা কথোপকথন মৰ্মে "শতদল"ৰ ব্যৱস্থাপনাত "অসমৰ মাঘ বিহু" শীৰ্ষক এখনি তথ্য চিত্ৰও নিৰ্মিত হয়। তথ্য চিত্ৰখনি নিৰ্মাণ কৰি "শতদল"ক অনুপ্ৰাণিত কৰা বাবে আমি গুৱাহাটী দূৰদৰ্শন কেন্দ্ৰৰ কৰ্তৃপক্ষলৈ এই সুযোগতে কৃতজ্ঞতা জনালোঁ। তথ্যচিত্ৰ খনিৰ পাছত গ্ৰন্থ আকাৰে লেখনি সমূহ প্ৰকাশৰ প্ৰচেষ্টা চলোৱাৰ সময়ত গ্ৰন্থখনিৰ আলোচ্য বিষয়বস্তুৰ সৌষ্ঠৱ বৃদ্ধি কৰাৰ মানসেৰে স্থান ভিত্তিক লেখনিও সন্নিবিষ্ট কৰাৰ সিদ্ধান্ত গ্ৰহণ কৰাত পৰিকল্পিত সময়তকৈ গ্ৰন্থখনি প্ৰকাশত কিছু পলম হ'ল।

"শতদল"ৰ গ্ৰন্থ প্ৰকাশৰ এয়া প্ৰথম প্ৰচেষ্টা। এই প্ৰচেষ্টাত শতদলৰ কৰ্মীসকলৰবাবে পাঠকসকলৰ পৰা ভুল-ত্ৰুটিৰ সন্দৰ্ভৰ পৰামৰ্শ আৰু সুস্থ আলোচনা-সমালোচনাৰ প্ৰয়োজন আছে বুলি আমি অনুভৱ কৰোঁ। গ্ৰন্থখনিয়ে অসমৰ পৰম্পৰাগত ঐতিহ্য আৰু লোক-সংস্কৃতিৰ চিত্ৰ বহন কৰিব পাৰিছে বুলি জানিলে আমি নথৈ আনন্দিত হ'ম।

বিভিন্ন লেখক আৰু ব্যক্তিৰ সহায়-সহযোগিতাৰ পৰিণতিতে "শতদল"ৰ গ্ৰন্থ প্ৰকাশৰ এই প্ৰথম প্ৰচেষ্টাৰ সফলতা বুলি আমি নিশ্চিত। সেয়েহে গ্ৰন্থখনিত প্ৰকাশৰ বাবে লেখাপঠোৱা লেখক-লেখিকাসকল, "শতদল"ৰ একান্ত শুভাকাংক্ষী দীপ্তি তামুলী (দীপ) আৰু বিভিন্ন ব্যক্তিৰ মাজতো গ্ৰন্থখনিৰ বাবে বেটুপাত অংকন কৰি দিয়া "শতদল"ৰ উপদেষ্টা স্বনামধন্য যশস্বী শিল্পী নীল পৱন বৰুৱাদেৱৰ ওচৰত আমি কৃতজ্ঞ হৈ ৰলোঁ। গ্ৰন্থখনিৰ তাত্বিক মূল্যায়ন পঢ়ুৱৈ সমাজৰ ওচৰত অৰ্পণ কৰিলোঁ।

এই ছেগতে গ্ৰন্থখনিৰ সম্পাদনা-দায়িত্ব গ্ৰহণ কৰা বাবে ড° নবীন চন্দ্ৰ শৰ্মা ছাৰকো কৃতজ্ঞতা জ্ঞাপন কৰিছোঁ।

গ্ৰন্থখনৰ পৰিৱেশক শ্ৰীযুত ৰাজেন্দ্ৰ মোহন শৰ্মাও (চন্দ্ৰ প্ৰকাশ) আমাৰ কৃতজ্ঞতাৰ পাত্ৰ। শিল্প-শক্তি প্ৰেছৰ মালিক আৰু কৰ্মীসকলকো এই ছেগতে আমি ধন্যবাদ জনাইছোঁ।

ইতি

শতদলৰ হৈ

ড° যতীন মিপুন, *সভাপতি*

পুতলী কায়স্থ, *উপ-সভাপতি*

# সূচী-পত্ৰ

## (ঘ) চিত্ৰসূচী

## উৎসৱ-অনুষ্ঠান

# বিহু উৎসৱ ঃ মাঘবিহু

ড° নবীন চন্দ্ৰ শৰ্মা

উৎসৱ-অনুষ্ঠান সামাজিক ব্যাপাৰ; যিহেতু সমাজ উৎসৱ-অনুষ্ঠানৰ আধাৰ, সামাজিকজনক আশ্ৰয় কৰি এই বিধ সামাজিক আচাৰ-অনুষ্ঠানৰ জন্ম-বিকাশ আৰু অগ্ৰগতি তথা উত্তৰণ। সমাজৰ শাৰীৰিক-বাচিক-মানসিক আচৰণ আদিয়ে মূৰ্তিমন্ত ৰূপ পৰিগ্ৰহ কৰে-উৎসৱ-অনুষ্ঠান স্বৰূপে। সেইবাবেই উৎসৱ-অনুষ্ঠানে একক আচৰণৰ পৰিবৰ্তে বহু আচৰণ প্ৰকাশৰ প্ৰৱণতা প্ৰকাশ কৰে। চমুকৈ কবলৈ গ'লে উৎসৱ-অনুষ্ঠান এক জটিল সামাজিক ব্যাপাৰ।

উৎসৱ-অনুষ্ঠান অনুষ্ঠিত হোৱাৰ সময়, কাল, ঋতু, উদ্দেশ্য, ৰূপ, সংযুতি আদিলৈ লক্ষ্য কৰি এইবিধ সাংস্কৃতিক বা লোক সাংস্কৃতিক উপাদানক কৃষি ভিত্তিক বা ঋতুকালীন, পঞ্জিকা আশ্ৰয়ী, জীৱন-বৃত্তৰ সৈতে জৰিত আদি বিভিন্ন উপশ্ৰেণীত বিভক্ত কৰিব পাৰি। এই উপশ্ৰেণী সমূহৰ ভিতৰতো আকৌ কৃষি বিষয়ক বা ঋতুকালীন উৎসৱ-অনুষ্ঠান বিশেষভাৱে উল্লেখযোগ্য এই কাৰণেই যে, এইবিধ উৎসৱ-অনুষ্ঠান কৃষি, কৃষক, জীৱিকা নিৰ্বাহৰ সমস্যা, অৰ্থনৈতিক সংঘাত বা সমস্যা, উৎপাদনৰ সমস্যা আৰু আনন্দ, শোষণৰ প্ৰৱণতা, উপভোগৰ পৰিতৃপ্তি, অলৌকিক শক্তিৰ কাৰুণ্য লাভৰ বিনম্ৰতা আদিৰ সৈতে সম্পৃক্ত। গতিকে কৃষি বিষয়ক বা ঋতুকালীন উৎসৱ-অনুষ্ঠানৰ বিভিন্ন সংযুতিত জন-গণ-মনৰ প্ৰতিফলন সুদূৰ প্ৰসাৰী। এই কাৰণে পৃথিৱীৰ সৰ্ব সংস্কৃতিত কৃষি ভিত্তিক বা ঋতুকালীন উৎসৱ-অনুষ্ঠান পৰম্পৰাগতভাৱে পালন কৰি অহা দেখা যায়। কাৰ্ণিভেল (Carnival) , মে-ডে (May-day) আদি উৎসৱেই ইয়াৰ প্ৰমাণ। কাৰ্ণিভেল উৎসৱ সমগ্ৰ ইউৰোপ আৰু আমেৰিকাত শীতকালত পালিত হয়। এই উৎসৱৰ এটি অন্যতম বিশেষত্ব হৈছে শীতৰ প্ৰতিকৃতি দাহন— উদ্দেশ্য— কঠোৰ শীত সামাজিকভাৱে বহিষ্কৰণ। ইয়াৰ বাহিৰে আই বসুমতীৰ উৰ্বৰতা শক্তিৰ বৃদ্ধি কামনা, মৃত্যু, ভূত-প্ৰেত, খেতি-বাতিৰ অন্যায়কাৰী অপশক্তি বহিষ্কৰণ আদি উদ্দেশ্যও কাৰ্ণিভেল উৎসৱৰ সৈতে জৰিত। ধৰ্মীয়কৃত্য, শোভা-যাত্ৰা, সামূহিক ভোজন, গীত-নৃত্য-নাট আদি

পৰিব্ৰেন, পৰম্পৰাগত বাদ্যযন্ত্ৰ সংগত, পৰম্পৰাগত পোছাক-পৰিচ্ছদ, অয়-অলংকাৰ পৰিধান আদিও কাৰ্ণিৱেল উৎসৱৰ অপৰিহাৰ্য্য সাংযুতিক একক। অসমৰ মাঘবিহু বা ভোগালীবিহুৰ সৈতে যে, কাৰ্ণিৱেল উৎসৱৰ সাদৃশ্য ৰক্ষিত হৈ আহিছে তাত সন্দেহ নাই। তেনেদৰে মে-ডে উৎসৱৰ সৈতে অসমৰ ব'হাগ বিহু বা বঙালী বিহুৰ সাদৃশ্য চকুত লগা। এইদৰে বিশ্লেষণ কৰি চালে দেখা যায় যে, ঋতুকালীন উৎসৱ— অনুষ্ঠানৰ জৰিয়তে বিশ্বজনীন আবেগ-অনুভূতি আৰু আচৰণ ব্যঞ্জিত হৈ আছে। এই বিশ্বজনীন বৈশিষ্ট্যৰ অন্যতম উৎস— উৎসৱগত প্ৰতীক। এই প্ৰতীকবোৰ অনেক.পৰিমাণে আদিম মানৱৰ আনুভূতিক আচৰণৰ সৈতে সম্পৃক্ত। আধুনিক সমাজতো সেই প্ৰতীকবোৰ অপৰিবৰ্তিত ৰূপত বা পৰিবৰ্তিত ৰূপত ৰক্ষিত হৈ আহিছে— সেইবাবে পৃথিৱীৰ বিভিন্ন সমাজত প্ৰচলিত ঋতুকালীন বা কৃষিৰ সৈতে বিজৰিত উৎসৱ-অনুষ্ঠানৰ মাজত কম-বেছি পৰিমাণে সাদৃশ্য ৰক্ষিত হৈ আহিছে, যিহেতু পৰম্পৰাগত উৎসৱ-আচৰণে (festival behaviour) কাৰ্য্যকৰী প্ৰতীক স্বৰূপে কাম কৰা দেখা যায় বিশেষকৈ অভীপ্সিত আবেগ-অনুভূতি প্ৰকাশ কৰাৰ অনুষংগত। উৎসৱ-আচৰণে প্ৰতীকী-অন্যোন্যক্ৰিয়াৰ (Symbolic interaction) আধাৰত প্ৰতিষ্ঠিত আবেগ-অনুভূতিৰ অনুক্ৰম গ্ৰহণ কৰে।

অসমৰ ঋতুকালীন উৎসৱ বিহু স্বৰূপাৰ্থত সংহতিৰ শতদল। ভাৰতীয় সংস্কৃতিৰ পটভূমিত বিহু উৎসৱৰ উদ্ভৱ আৰু বিকাশ হোৱাৰ অনুকূলে মত পোষণ কৰিব পাৰি। দ্বিতীয়তে, অসমৰ অনুষংগত বিহু উৎসৱৰ যৌগিক ৰূপ পৰিগ্ৰহণত চিনীয়-তিবৃতো-মংগোলীয় সাংস্কৃতিক সমলৰ ভূমিকা অনস্বীকাৰ্য্য। 'বিহু' শব্দটো আহিছে সংস্কৃত 'বিষুবৎ' শব্দৰপৰা। বৈদিক 'বিষুৱন' অভিধাৰ দ্যোতনাই এবছৰ ব্যাপী অনুষ্ঠিত 'সত্ৰ' বা 'যজ্ঞ'ৰ মাজৰ দিনটোক সূচাইছিল; অৰ্থাৎ দিন আৰু ৰাতি প্ৰায় সমান হোৱা দিনটোৱেই 'বিষুৱৎ' স্বৰূপে পৰিচিত।[১] এই দিনটোতেই গৰু-ম'হ আদি সংগ্ৰহৰ অৰ্থে আৰু পোহনীয়া জন্তুৰ মংগল কামনা কৰি লগতে শস্য বৃদ্ধিৰ বাবে সূৰ্য্যদেৱতাক সন্তুষ্ট কৰিবলৈ এটি উৎসৱ উদ্‌যাপিত হৈছিল আৰু এই উৎসৱটো 'গোৱময়'ন নামেৰে পৰিচিত।[২] সংস্কৃত 'বিষু'পদৰ অৰ্থ- দুটা সমান অংশৰ তদ্ৰূপ 'বিষুৱন' অভিধাৰ প্ৰথম অৰ্থ 'বিষুৱৰেখা' আৰু দ্বিতীয় অৰ্থ যজ্ঞ-সত্ৰৰ মধ্য দিনটো। অসমীয়া 'বিহু' পদটোৰ প্ৰকাৰ্য্যৰ সৈতে বৈদিক 'বিষুৱন' পদৰ প্ৰকাৰ্য্যৰ সাদৃশ্য লক্ষ্য কৰিব পাৰি, যিহেতু

---

১. *ঐতৰেয় ব্ৰাহ্মণ*, ১১/৭/১৫
২. উক্ত গ্ৰন্থ, ৪/১৮/৬

বিহু উৎসৱতো বিভিন্ন ধৰ্মীয় কৃত্য উদ্‌যাপিত হোৱাৰ উপৰিও গৰু-ম'হ আদি পোহনীয়া জন্তুৰ মংগল কামনা কৰি অগ্নি আদি দেৱতাক প্ৰাৰ্থনা কৰা হয়। বৈদিক দেৱতা অগ্নিৰ লগত সূৰ্য্য অভিন্ন। গতিকে সূৰ্য্য-উপাসনাই অগ্নি উপাসনা ৰূপে কল্প সলাইছে। এই ফালৰপৰা সহজে অনুমান কৰিব পাৰি যে, বৈদিক 'গোৱময়ন' উৎসৱেই ৰূপান্তৰিত হৈ বিহু উৎসৱ স্বৰূপে কল্প সলাইছে।

*সামবেদত* দুপ্ৰকাৰ গানৰ নামোল্লেখ পোৱা যায় ঃ (ক) যজ্ঞৰ সৈতে জৰিত গীত আৰু (খ) গ্ৰাম্যগেয় গান বা প্ৰকৃতি গীত বা বেয়গীত। কৃষিজীৱীলোকে গোৱা গ্ৰাম্য বা প্ৰকৃতি বা বেয়গীত সমূহ পথাৰ-সমাৰ, খেতি-বাতি আদিৰ সৈতে জৰিত। প্ৰজনন-যাদুৰ উৎকৰ্ষ সাধনৰ বাবে এই বিধ গীত্র গোৱা হৈছিল। এই দিশৰ পৰা 'বেয়' অভিধাৰপৰা বিবো, বিসু বা বিহু আদি পদৰ উদ্ভৱ হ'ব পাৰে।[৩] আই ধৰিত্ৰীৰ প্ৰজনন শক্তি বৃদ্ধিৰ অৰ্থে আৰু বৃষ্টি আনয়নৰ বাবে বৈদিক 'মহাব্ৰত' যজ্ঞত নাৰীসকলে প্ৰজ্বলিত অগ্নি-কুণ্ডৰ চাৰিওফালে অৰ্থাৎ বৃত্তাকাৰভাৱে নৃত্য কৰিছিল। দ্বিতীয়তে, এই উৎসৱত মহিলাৰ দুটা দলৰ মাজত অশ্লীল ধৰণৰ গালাগালিও অনুষ্ঠিত হৈছিল।[৪] লোকধৰ্মী এই অনুষ্ঠান দুটাৰ অন্যতম উদ্দেশ্য আই বসুমতীৰ উৰ্বৰতা বৃদ্ধি কামনা। বিহুত বিশেষকৈ মাঘবিহুত অশ্লীল গালাগালিৰ ভূমিকা পৰিলক্ষ্যণীয়। 'মহাব্ৰত' যজ্ঞৰ প্ৰসংগত অনুষ্ঠিত নৃত্যৰ দৰে বিহু-নাচো বৃত্তাকাৰ। মহাব্ৰত যজ্ঞৰ সৈতে সম্পৃক্ত নৃত্যত প্ৰাধান্য লাভ কৰে নাৰীয়ে, তেনেদৰে বিহু নাচতো নাৰীৰ প্ৰাধান্য সহজানুমেয়। মহাব্ৰত যজ্ঞৰ সামগ্ৰিক উদ্দেশ্য বৃষ্টি কামনা আৰু ধৰিত্ৰীৰ উৰ্বৰতা বৃদ্ধি আকাংক্ষা।[৫] তেনেদৰে বিহু উৎসৱৰ সামগ্ৰিক উদ্দেশ্য বৃষ্টি কামনা আৰু এই বসুমতীৰ উৰ্বৰতা-আকাংক্ষা।

ওপৰৰ আলোচনাৰপৰা অতি সহজে অনুমান কৰিব পাৰি যে, বৈদিক মহাব্ৰত যজ্ঞৰ সৈতে বিহু-পৰম্পৰাৰ অনেক সাদৃশ্য ৰক্ষিত হৈছে। এইফালৰপৰা আমি স্পষ্টভাৱে কব পাৰোঁ যে বিহুৰ পৰম্পৰা অতিকে প্ৰাচীন আৰু সময়ৰ অগ্ৰগতিৰ লগে লগে এই জীৱন্ত পৰম্পৰা বিশেষত বিভিন্ন সংস্কৃতিৰ সমন্বে তাৎপৰ্য্যপূৰ্ণ স্থান অধিকাৰ কৰি আছিছে। সেইহে বিহু উৎসৱৰ লগত বিভিন্ন নৃগোষ্ঠীৰ মাজত প্ৰচলিত বিহুৰ সমগোত্ৰীয় উৎসৱৰ বিস্ময়কৰ সাদৃশ্য লক্ষ্য

৩. ৰাজমোহন নাথ, অসম সাহিত্য সভাৰ তিনিচুকীয়া অধিবেশনৰ বুৰঞ্জী শাখাৰ অভিভাষণ (১৯৫৮)

৪. A.B. Keith, *The Sanskrit Drama*, PP. 24-25

৫. *Ibid*, P. 24; ঋগ্বেদ, ১/২৮/৫, ৬/৪৭/২৯-৩০

কৰা যায়; অথবা বিহু সদৃশ উৎসৱ ৰাশিৰ মূল প্ৰেৰণা আৰু উৎস এটাই।

উজনি অসমত 'বিহু' নামনি অসমত দোমাহী, দোমাসী, দুমেহী, দুমুহী আৰু অবিভক্ত গোৱালপাৰাত বিসুৱা, পুষ্ণা, কাতিদোল, আদি স্বৰূপে পৰিচিত কৃষি আৰু নৱবৰ্ষৰ সৈতে সম্পৃক্ত এই ঋতুকালীন উৎসৱটি তিনিটা ভাগত বিভক্ত; ব'হাগ বিহু বা ৰঙালী বিহু, মাঘবিহু বা ভোগালী বিহু আৰু কাতিবিহু বা কঙালী বিহু।

মাঘৰ বিহু বা দোমাহী বা ভোগালী বিহু পুহ মাহৰ শেষৰ দিনটোত অনুষ্ঠিত হয়। মাঘবিহু বা ভোগালীবিহু পৰম্পৰাৰ আভাস পোৱা যায় বৈদিক পৰম্পৰাত। বৈদিক যুগত মকৰ সংক্ৰান্তিৰ অনুষংগত 'মহাব্ৰত' নামৰ এটি উৎসৱ অনুষ্ঠিত হৈছিল (ইতিমধ্যে উল্লেখ কৰা হৈছে)। কঠোৰ শীত বিদূৰণৰ উদ্দেশ্যে বসন্ত ঋতুক আহ্বান জনাই সূৰ্য্যদেৱতাক এই উৎসৱৰ অনুষংগত উপাসনা কৰা হৈছিল। মহাব্ৰত উৎসৱ স্বৰূপাৰ্থত প্ৰতিশেষধমূলক যাদুৰ ওপৰত প্ৰতিষ্ঠিত; যিহেতু অকল্যাণ বিদূৰণ আৰু কল্যাণ কামনা— এই দুটা প্ৰধান আচৰণে এই উৎসৱত বিশেষভাৱে প্ৰাধান্য লাভ কৰে। অন্যহাতে প্ৰজনন কৃত্যৰ লগতো মহাব্ৰত উৎসৱৰ অংগাংগী সম্পৰ্ক অস্বীকাৰ কৰিব নোৱাৰি।"

মাঘ বিহুৰ কৃত্যসমূহৰ ভিতৰত অগ্নি-পূজা আৰু গো-পূজা অন্যতম। মেজি, পুজি, ভেলাপুজি, ভেলাঘৰ দাহন আদি মাঘবিহুৰ অন্যতম কৃত্য-যাৰ লক্ষ্য অগ্নিসেৱা। 'মেজি' পদটো উদ্ভৱ হৈছে বৈদিক মেধ্য পদৰপৰা, অৰ্থ যজ্ঞীয়, মূল শব্দ 'মেধ'ৰ অৰ্থ যজ্ঞ। যজ্ঞৰ জৰিয়তে অগ্নিক পূজা কৰা হৈছিল— বৃষ্টি আনয়ন যাদু সম্পাদনৰ বাবে।[৬] গতিকে 'মেজি' পদৰ ৰূপ, অৰ্থ আৰু উদ্দেশ্যৰ সৈতে মেধ বা মেধ্যৰ ৰূপ, অৰ্থ আৰু উদ্দেশ্যৰ মিল দেখা যায়। প্ৰাচীন অগ্নিপূজা-পৰম্পৰাৰ ধাৰক স্বৰূপে আজিও যেন.. ভোগালী বিহুৰ মেজি, ভেলা-পুজি আদিয়ে ভূমিকা গ্ৰহণ কৰি আহিছে। আজিও গাঁৱে-ভূঞে, বুঢ়া-মেথা সকলে অথবা বয়স প্ৰবীণ পুৰুষসকলে ভোগালী বিহুৰ দিনা প্ৰাতসতে স্নানাদিৰ অন্তত মেজি পোৱা স্থানলৈ আহি আনুষ্ঠানিকভাৱে মেজিত অগ্নি সংযোগ কৰি ফুল-আৰে চাউল-তিল আদি অৰ্পণ কৰি অগ্নি দেৱতাক পূজা কৰে তলত দিয়া মন্ত্ৰটো সুৰ লগাই আবৃত্তি কৰি ঃ

*অগ্নিং প্ৰজ্বলিতং বন্দে চতুৰ্বেদহুতাশনম্।*
*সুবৰ্ণবৰ্ণমমলং জ্যোতিৰূপায় তে নমঃ॥*

৬. কালিৰাম মেধি, *অসমীয়া ব্যাকৰণ আৰু ভাষাতত্ত্ব,* পাতনি পৃ.৩১

কঠোৰ শীত বিদূৰণ মাঘবিহুৰ মেজি দাহনৰ অন্যতম লক্ষ্য। এই প্ৰসংগত ইউৰোপ, আমেৰিকা আদি দেশ-মহাদেশৰ বিভিন্ন অঞ্চলত প্ৰচলিত কাৰ্ণিবেল উৎসৱলৈ (ইতিমধ্যে উল্লিখিত) আঙুলিয়াব পাৰি। কঠোৰ শীত বিদূৰণৰ অৰ্থে কাঠ-বাঁহ-খেৰ আদিৰে শীতৰ প্ৰতিকৃতি এটি নিৰ্মাণ কৰি তাত অগ্নি সংযোগ কৰা হয়। শীতৰ কঠোৰতাৰ প্ৰতীকাত্মক ৰূপ দাহনৰ জৰিয়তে আমন্ত্ৰণ জনোৱা হয় বসন্ত ঋতুৰ মধুৰতাক। মাঘবিহুৰ প্ৰসংগত নিৰ্মিত মেজি বা ভেলাপুজি বা ভেলাঘৰ আদি স্বৰূপাৰ্থত শীতৰ প্ৰতীক। মাঘবিহু বা দোমাহীৰ দিনা বিহান পুৱাতেই অৰ্থাৎ প্ৰাতসতে মেজি বা ভেলাপুজি দাহন কৰাৰ তাৎপৰ্য্য— কঠোৰ শীতক দাহন কৰা; অথবা শীত বহিষ্কৰণ আৰু বসন্তৰ মধুৰ-কোমল তাপ আদৰণ। এই সন্দৰ্ভত ৰবাৰ্ট জে স্মিথৰ এটি উক্তি বিচাৰ্য্যঃ

*While often the festivals have included such ceremonies as the burning of an effigy called Winter and the bringing in of a representation of spring........*[৭]

মাঘবিহু শীত-কালীন কৃষি উৎসৱ। সাধাৰণতে উজনি অসমত বহাগ বিহু বা ৰঙালী বিহুৰ পয়োভৰ বেছি আৰু নামনি অসমত তুলনামূলকভাৱে মাঘবিহু বা মাঘৰ দোমাহীৰ পয়োভৰ বিশেষভাৱে লক্ষ্য কৰা যায়। লোকজীৱন আৰু লোকমনৰ ওপৰতো মাঘ-দোমাহীৰ প্ৰভাৱ অত্যন্ত গভীৰ। ভাৰতৰ সৰ্বত্ৰতে মাঘবিহু মকৰ সংক্ৰান্তি স্বৰূপে উদ্‌যাপিত হয়। মকৰ সংক্ৰান্তিত গংগাদি নদীত স্নান বা সাগৰত স্নান আৰু দান দিয়া অতি পূণ্যৰ কাম বুলি বিবেচিত হোৱাৰ পৰম্পৰা হিন্দুসকলৰ মাজত প্ৰচলিত। মকৰ সংক্ৰান্তি বা মাঘবিহুৰ প্ৰসংগত বিভিন্ন মেলা-সভা আদি অনুষ্ঠিত হোৱাৰ নিদৰ্শন বিশেষকৈ নামনি অসম আৰু ভাৰতৰ আন আন স্থান বা অঞ্চলত লক্ষ্য কৰা যায়। অসম তথা ভাৰতৰ হিন্দু সকলৰ মাজত মাঘবিহু বা মকৰ সংক্ৰান্তি প্ৰায়ে ধৰ্মীয় অনুষংগতহে পালিত হয়। অসমৰ প্ৰসিদ্ধ সত্ৰ-সচং-নামঘৰ আদিতো ধৰ্মীয় অনুষংগত মাঘবিহু পালন কৰা হয়। দ্বিতীয়তে, মাঘবিহুত খোৱা-লোৱাৰো ধুম্‌ধাম্ চলে। মাঘবিহুত সৰ্বভাৰততে তিলৰ লাড়ু খোৱা-পৰম্পৰা প্ৰচলিত। তিল সংহতিৰ প্ৰতীক। গতিকে ভাৰতৰ বিভিন্ন অঞ্চল আৰু ভাৰতীয় জনগণৰ মাজত ঐক্য-সংহতি আৰু ভ্ৰাতৃত্ববোধ স্থাপনত মকৰসংক্ৰান্তি বা মাঘ বিহুৰ ভূমিকা তাৎপৰ্যপূৰ্ণ।

---

৭. Robert J. Smith, "Festivals and celebrations" in *Folklore and Folklife: An Introduction*, ed. R.M. Dorson, P. 161.

কেৰেলাৰ জাতীয় উৎসৱ 'ওনম (Onam) ভোগালী বিহুৰ সমধৰ্মী। মাঘবিহুৰ নিচিনাকৈ 'ওনম' উৎসৱতো খোৱা-লোৱাৰ পূৰ্ণ পয়োভৰ দেখা যায়। মাঘৰ দোমাহীত বিদৰে অণ্ডহী-বণ্ডহীক নিমন্ত্ৰণ কৰি জুতি লগাকৈ এসাজ খুওৱা হয়; তদ্ৰূপ 'ওনম' উৎসৱতো মিতিৰ কুটুম আদিক ভোজ-ভাতেৰে আপ্যায়িত কৰাৰ পৰম্পৰা অক্ষুণ্ণভাৱে চলি আহিছে। ছোটনাগপুৰৰ আদিবাসীসকলে 'মঘে উৎসৱ' উদ্‌যাপন কৰে মকৰ সংক্ৰান্তিৰ অনুষংগত। অসমৰ মাঘৰ দোমাহীৰ দৰে 'মঘে উৎসৱ'ও অনুষ্ঠিত হয় কৃষি-ফচল সংগ্ৰহ কৰাৰ অন্তত।[৮] ডব্লিউ. জি. আৰচাৰৰ (W.G.Archer) মতে চাওতাল সকলে 'চোহ্রে' (Sohre) উৎসৱ পালন কৰে জানুৱাৰী মাহত। কৃষি উৎসৱ 'চোহ্রে', অসমৰ মাঘবিহুৰ সমধৰ্মী। নৃত্য-গীত আৰু খোৱা-লোৱা আদি চাওতাল সকলৰ 'চোহ্রে' উৎসৱৰ অন্যতম বৈশিষ্ট্য।[৯] উৰিষ্যাৰ ভূঁইয়াসকলে মাঘমাহত 'মাহ-পোৰাই' উৎসৱ পালন কৰে। 'মাঘ-পোৰাই' কৃষি উৎসৱ, শস্য সংগ্ৰহৰ অন্তত এই উৎসৱ উদ্‌যাপিত হয়। অসমৰ মাঘ-বিহুৰ সৈতে মাঘ-পোৰাই উৎসৱৰ সাদৃশ্য চকুত লগা। তেনেদৰে ছোটনাগপুৰৰ হোসকলেও ভোগালী বিহুৰ সমধৰ্মী উৎসৱ পালন কৰে পথাৰৰ ফচল সংগ্ৰহৰ অন্তত।

নেপালত মকৰ সংক্ৰান্তিৰ জনপ্ৰিয়তা লক্ষ্য কৰা যায়। এই উৎসৱৰ প্ৰসংগত পবিত্ৰ নদীত স্নান, পূজা-উপাসনা, নৃত্য-গীত, বাদ্য-বাজনা আদি অপৰিহাৰ্য্য। ইয়াৰ বাহিৰেও তিল আৰু তিলৰ লাডু, মিঠা-আলু, মিঠা-পালেং, খিচৰি, চেনি মিশ্ৰিত মচুৰ দাইল, মণ্ডহ, ঘৰত প্ৰস্তুত কৰা মদ, 'বিয়াৰ' আদি বন্ধু-বান্ধৱৰ সৈতে নেপালীসকলে ভক্ষণ কৰে।[১০] অসমৰ মাঘবিহুৰ দৰে নেপালৰ মকৰ সংক্ৰান্তিতো যে ধৰ্মীয় কৃত্য আৰু ভোগত গুৰুত্ব দিয়ে তাৰ আভাস ইয়াৰ পৰা পোৱা যায়। গতিকে নেপালৰ মকৰ সংক্ৰান্তিক মাঘৰ দোমাহীৰ সমগোত্ৰীয় উৎসৱ আখ্যা দিব পাৰি।

অৰুণাচলৰ বিভিন্ন নৃ-গোষ্ঠীৰ মাজত মাঘবিহু বা ভোগালী বিহুৰ সমগোত্ৰীয় উৎসৱৰ প্ৰচলন দেখা যায়। পাহাৰী মিৰিসকলে উদ্‌যাপন কৰা 'বুৰিবুত' উৎসৱৰ সংযুক্তি আৰু অনুষংগৰ লগত মাঘবিহুৰ সাদৃশ্য মন কৰিবলগীয়া। 'নিশিসকলৰদ্বাৰা পালিত 'ন্যোকুম' উৎসৱৰ উদ্দেশ্য, সংযুক্তি, অৰ্থৰ সৈতে ভোগালী বিহুৰ মিল স্পষ্ট। তেনেদৰে মনপাসকলে জানুৱাৰী মাহত উদ্‌যাপন কৰা 'তোৰগ্যা', আদিসকলৰ 'আৰাণ' বা 'পোম্বি', গালংসকলৰ

---

৮. P. Goswami, *Bohag Bihu of Assam and Bihu Songs*, P.43
৯. W.G. Archer, 'Festival Songs' in *Man in India*, P.12
১০. Mary M. Anderson, *The Festivals of Nepal*, PP. 223-25

'মপিন' আদি কৃষি-উৎসৱৰ সৈতে মাঘবিহুৰ মিল নথকা নহয়। আংগামী নগাসকলৰদ্বাৰা উদ্‌যাপিত 'চাখেচাং' উৎসৱৰ লগতো ভোগালীবিহুৰ সাধাৰণ সাদৃশ্য লক্ষ্য কৰা যায়। ত্রিপুৰাৰ জনজাতীয় আৰু অজনজাতীয়লোকৰ মাজত মাঘবিহু পৌষসংক্রান্তি স্বৰূপে পৰিচিত। পৌষসংক্রান্তিত পবিত্র নদীত বিধিমতে স্নান কৰাৰ উপৰিও ভোজ-ভাত খোৱাৰ ব্যৱস্থা কৰা দেখা যায় আৰু এই উপলক্ষে বিভিন্ন স্থানত মেলা অনুষ্ঠিত হয়।

অসমৰ বৰোসকলৰ সমাজত মাঘ বিহু 'দোমাসী' নামেৰে পৰিচিত। দোমাসীত 'বেলাগুৰ' অৰ্থাৎ ভেলাঘৰ বান্ধে গৰখীয়াসকলে। উৰুকাৰ নিশা গৰখীয়াসকলে 'বেলাগুৰ'ত গোটেই নিশাটো গীত-পদ গাই-গাই আমোদ-প্রমোদ কৰি শেষ নিশা মাছে-মঙহে ভোজ খায়। এই ভোজৰ নাম "লাওখাৰ এংনায় য়াঁংখাম" অৰ্থাৎ 'গৰখীয়া বিষয়ৰ পৰা অব্যাহতি পোৱা প্রীতি ভোজন।' ইয়াৰ পিছতেই 'বেলাগুৰ'ত জুই লগাই দিয়ে। 'বেলাগুৰ'ত জুই লগাই দিয়েই গৰখীয়াসকলে নদী বা পুখুৰীত গা-পা ধুই তিতা গাৰে আহি জুই পুৱায়। গৰখীয়াসকলে এনে অৱস্থাত সমস্বৰে অগ্নিক প্রাৰ্থনা কৰে; যেনে ঃ

ক. *জৈ জৈ জৈ, জৌংনি লাগানি জৈ।*

অৰ্থাৎ জয় জয়, আমাৰ গাঁৱৰ জয় হওঁক।

খ. *খৗলানি ৰোগ বিয়াদি খৗলাহা থাংথৌ,*

*ছানাৱনি ৰোগ বিয়াদি ছানাবহা থাংথৌ।*

*ছাহানি ৰোগ-বিয়াদি ছাহা খাংখাং*

*ছানজানি ৰোগ বিয়াদি ছানজাহা থাংথাং*

*জৌংনি লাগায়া মায়ে দৈ য়ৈ জৈ জৈ মৈ মৈ জাথাং।।*

অৰ্থাৎ, *দক্ষিণ দিশৰ ৰোগ-ব্যাধি দক্ষিণফালে যাওক,*

*পশ্চিম দিশৰ ৰোগ-ব্যাধি পশ্চিমফালে যাওক,*

*উত্তৰ দিশৰ ৰোগ-ব্যাধি উত্তৰফালে যাওক,*

*পূব দিশৰ ৰোগ-ব্যাধি পূবফালে যাওক,*

*ধনে ধানে আমাৰ গাঁওখন জয় জয়ময় ময় হওক।।*[১০]

দোমাসীৰ দিনা ঘৰৰ পৰিয়ালে মিলি জা-জলপান খায় আৰু অণ্ডহী-বণ্ডহী আদিকো নিমন্ত্রণ কৰে।

---

১০. ভবেন নাৰ্জী, *বৰো-কছাৰীৰ জন সাহিত্য*, পৃ.২-৭

ৰবো সমাজত প্ৰচলিত দোমাসীয়ে অকল্যাণ বিদূৰণ আৰু কল্যাণ কামিতাৰ যাদু সম্পাদন কৰি আহিছে।

মিচিংসকলৰ সমাজতো মাঘবিহুৰ পৰম্পৰা প্ৰচলিত। অৱশ্যে শস্য চপোৱাৰ অন্তত পালন কৰা বিধটিক তেওঁলোকে মাঘ-বিহু নোবোলে; 'পঃৰাগ' বা 'নৱা-ছিগা বিহু'হে বোলে। পঃৰাগ উৎসৱৰ বাবে মুৰংঘৰ অপৰিহাৰ্য্য। সাধাৰণতে গাঁৱৰ মূৰত নাহিৰা মুকলি ঠাইত মুৰংঘৰ নিৰ্মিত হয়। এই ঘৰটিৰ চ'টি আৰু খুটাবোৰ কাৰুকাৰ্য্যে খচিত। 'পঃৰাগ' বিহু উদ্‌যাপনৰ অৰ্থে কেইটিমান পদবীৰ সৃষ্টি কৰা হয়; যেনে ঃ মিগাম বৰা, বৰপুৱাৰী, ডেকা বৰা, তিৰীবৰা, ইত্যাদি। পঃৰাগ বিহুত অংশ গ্ৰহণ কৰিবৰ বাবে অন্য গাঁৱৰ পৰা 'মিনম' বা অতিথিক নিমন্ত্ৰণ কৰি অনা হয়। এই উৎসৱটি তিনিদিন ধৰি পালিত হয়। মাঘ বিহুৰ দৰে পঃৰাগতো খোৱা-লোৱাৰ ধুমুধাম চলে। পঃৰাগ বিহুৰ মূল লক্ষ্য "আই বসুন্ধৰা শস্য-শ্যামলা হৈ ভৰি পৰক, চহা ৰাইজে সুখেৰে দিন নিয়াওক।"[১১]

দেউৰী-চুটীয়াসকলেও মাঘবিহু পালন কৰে। অৱশ্যে তেওঁলোকৰ সমাজত মাঘবিহু মাঘীয়া বিসু নামেৰে পৰিচিত। তিৱা বা লালুং সকলৰ মাজতো মাঘবিহু বা ভোগালীবিহুৰ সমাদৰ লক্ষ্য কৰা যায়। ডিমাচাসকলৰ মাজত মাঘবিহু, 'মাঘ সাজোৱা' নামেৰে পৰিচিত। মাঘ সাজোৱা'ৰ প্ৰসংগত শস্যৰ দেৱতা ব্ৰাই শিব্ৰাই আৰু বৃষ্টি দাত্ৰী দেৱী গামাডিক উপাসনা কৰা হয়।[১২] ভৈয়ামৰ কাৰ্বি সকলেও মাঘ-বিহু পালন কৰে— মেজি দাহন, ভোজ-ভাত আদিৰ মাধ্যমেৰে। তেনেদৰে ৰাভা, হাজং আদি নৃগোষ্ঠী, চাহ-বাগিছাৰ সমাজ জীৱন আদিয়েও মাঘ-বিহু বা মাঘৰ দোমাহী উদ্‌যাপন কৰে ধৰ্মীয়কৃত্য আৰু খোৱা-লোৱাত গুৰুত্ব প্ৰদান কৰি। গোৱালপাৰা অঞ্চলত মাঘবিহু পুষ্ণা নামেৰে পৰিচিত। তেওঁলোকৰ সমাজত বহাগবিহু বা বিষুবাতকৈ পুষ্ণা অধিক জনপ্ৰিয়।

নামনি অসমৰ মাঘবিহু বা মাঘৰ দোমাহীত যদিও বিহুগীত গোৱা নহয় অথবা বিহু নাচ নচা নহয়, তথাপি এই উৎসৱটি গীত-নৃত্য-বাদ্য বৰ্জিত নহয়। নামনি অসমৰ অঞ্চল বিশেষে, মাঘৰ দোমাহীৰ উৰুকাৰ দিনা ৰাতি নাগেৰা বা নাগাৰা নাম, সংকীৰ্ত্তন, খুলুৱী বা খুলুৱী নাম আদি অনুষ্ঠিত হয়। অঞ্চল বিশেষে আকৌ দোতোৰা সহ লোকগীত গায়। বিহুৰ দিনা নামঘৰ, কীৰ্তন ঘৰ, গোঁসাইঘৰ আদিত ওজাপালি, খুলীয়া ভাউৰীয়া, আইসকলৰ নাম, নাগাৰা নাম, আদি অনুষ্ঠিত হয়। মাঘবিহুত গোৱা আৰু নাচ নচাৰ পৰম্পৰা জনজাতিসকলৰ মাজত চলতি থকাৰ প্ৰমাণ পোৱা যায়।

১১. নগেন্দ্ৰৰ পাঃমে পাম, "পঃৰাগ", মিচিং সংস্কৃতিৰ আলেখ্য, পৃ.১১৩
১২. N. N. Barua, *The Dimaca Society and Their Folk Songs*, PP. 1-2

পৰম্পৰাগত ভাৱে প্ৰচলিত এষাৰ উক্তি এই প্ৰসংগত উল্লেখ কৰিব পাৰি ঃ

*বহাগ দোমাহী আনন্দ আৰু ৰঙৰ কাল।*
*মাঘৰ দোমাহী ধৰম আৰু কৰমৰ কাল।।*

সেইবাবে ৰং-বিৰং আৰু আনন্দ-তামচাৰ ওপৰত গুৰুত্ব দিয়া হয় বহাগ বিহুত আৰু ধৰম-কৰমৰ ওপৰত গুৰুত্ব দিয়া হয় মাঘবিহুত।

অসম তথা ভাৰতৰ বিভিন্ন অঞ্চলত প্ৰচলিত মকৰ সংক্ৰান্তি বা পৌষ সংক্ৰান্তি বা মাঘবিহু বা মাঘৰ দোমাহীৰ মাজত কিছুমান উল্লেখযোগ্য বৈশিষ্ট্য লক্ষ্য কৰা যায়। যেনে ঃ

(ক) প্ৰধানতঃ ই কৃষি উৎসৱ।
(খ) ঋতুকালীন উৎসৱ।
(গ) শীতকালীন উৎসৱ।
(ঘ) ধৰ্মীয় অনুষংগৰ সৈতে সম্পৃক্ত।
(ঙ) গীত-বাদ্য-নৃত্যৰ স্থিতি।
(চ) নৃত্য-গীততকৈ খোৱা-লোৱাত অধিক গুৰুত্ব।
(ছ) বিভিন্ন বিশ্বাস-জনশ্ৰুতি-মিথৰ আধাৰত প্ৰতিষ্ঠিত।
(জ) বৃষ্টি আনয়ন যাদুৰ সৈতে সম্পৃক্ত।
(ঝ) অকল্যাণকাৰী শক্তি বহিষ্কৰণ আৰু কল্যাণকাৰী শক্তি আৱাহন।
(ঞ) উৰ্বৰতা যাদু সম্পাদন আকাংক্ষা।

ওপৰৰ আলোচনাৰপৰা সহজে অৱগত হ'ব পাৰিযে, ভোগালী বা মাঘবিহু বিভিন্ন সামাজিক আচৰণৰ যৌগ ৰূপ। বিভিন্ন সংস্কৃতিৰ সমলবাজিৰ সংহতিত ৰূপ বিশিষ্ট ভোগালী বিহুৱে সমলয়, সমাহৰণ আৰু সম্প্ৰীতিৰ প্ৰতীক স্বৰূপে সমাজত বিস্ময়কৰ ভূমিকা গ্ৰহণ কৰি আহিছে আৰু এই প্ৰসংগতেই ৰক্ষিত হৈছে ইয়াৰ উদ্দেশ্য আৰু তাৎপৰ্য্য। জাতি-বৰ্ণ-ধৰ্ম নিৰ্বিশেষে সকলোৱেই ভোগালীৰ ভোগেৰে অনুপ্ৰাণিত হৈ মানৱ-কল্যাণত ব্ৰতী হ'ব পাৰিলেই ইয়াৰ উদ্দেশ্য আৰু তাৎপৰ্য্যৰ সাৰ্থকতা ৰক্ষিত হ'ব। মানৱৰ বহিঃ আচৰণেও যুগে যুগে মানৱৰ ঐক্যকেই প্ৰকাশ কৰি আহিছে, তেনেক্ষেত্ৰত মানৱৰ অন্তঃ আচৰণ আবেগ-অনুভূতিয়েও সমাজ আৰু দেশৰ আবেগিক ঐক্যত গুৰুত্ব দিবলৈ প্ৰয়াস কৰা উচিত, কাৰণ ঐক্য আৰু সংহতি অবিহনে মানৱৰ কল্যাণ সাধন অসম্ভৱ।

স্বৰূপাৰ্থত ভোগালী বিহুৰ ভোগ সামাজিক ঐক্যৰ আধাৰত পৰ্য্যবসিত। হিংসা আৰু সন্ত্ৰাস মুক্ত তথা শান্তিযুক্ত সমাজহে এই উৎসৱৰ প্ৰকৃত ভিত্তি। সামাজিক শান্তিৰ আধাৰতহে ভোগালীৰ ভোগৰ প্ৰকৃত তৃপ্তি। □

# (১) তিনিচুকীয়া জিলাত মাঘ বিহু

শ্ৰীসঞ্জীৱ কুমাৰ পূজাৰী

অসমীয়া মহাজাতিৰ বিভিন্ন জনগোষ্ঠীৰ বাসস্থান অসমৰ পূব প্ৰান্তৰ তিনিচুকীয়া জিলা। নানা জনগোষ্ঠীৰ অৱস্থানে স্বাভাৱিকতে তিনিচুকীয়া জিলাত উদ্‌যাপিত মাঘ বিহুক এক অনন্য বৈচিত্ৰ্য প্ৰদান কৰিছে। মাঘ বা ভোগালী বিহুৰ মূল ৰূপ সকলো জনগোষ্ঠীৰ ক্ষেত্ৰত একেহলেও ভিন ভিন জনগোষ্ঠীৰ লোকসকলে তেওঁলোকৰ নিজস্ব কিছু নীতি নিয়মৰ পালনেৰে এই বিহু উদ্‌যাপন কৰে।

এই জিলাৰ সোনোৱাল কছাৰী সকলে উৰুকাৰ দিনা বিয়লি আগন্তুক দিন কেইটাত হব পৰা বতাহ ধুমুহাত কোনো ধৰণৰ অনিষ্ট নোহোৱাৰ কামনাৰে বৰঘৰ, ভড়াল আৰু গোহালি ঘৰৰ চাৰিওফালৰ চাৰিটা খুটাত ধানৰ ডাঙৰী বন্ধা টঙালেৰে বান্ধে। ঘৰৰ তামোল, নাৰিকল আৰু অন্যান্য ফল-মূলৰ গছত অধিক ফল লগাৰ আৰু খৰাং বতৰতো জীপাল হৈ থকাৰ কামনাৰে সেই গছ সমূহ ধানৰ ডাঙৰী বন্ধা টঙালেৰে বান্ধি গায় "মাঘ ঐ মাঘ, গছৰ গুটি লাগ ঐ লাগ।"

সন্ধ্যা হোৱাৰ আগে আগে ঘৰৰ গছৰ কাঠেৰে গাঁওখনৰ মধ্যবৰ্তী স্থানৰ মুকলি পথাৰত পুৰুষ আৰু প্ৰকৃতিৰ ৰূপত ওচৰা-ওচৰিকৈ দুটা মেজি সজা হয়। মেজি দুটা তলফালে বহল আৰু ওপৰৰ ফালে ক্ৰমান্বয়ে ঠেক হয়। মেজি দুটাৰ চাৰিওফালে চাৰিটা কাঠৰ খুটা আৰু মাজত এটা কাকিনী তামোলৰ খুটা দিয়া হয়। কেতিয়াবা মেজি দুটা ২/৩ দিনৰ আগতে সজাই তাত ৰখীয়া দিয়া হয়। ৰাতি গাঁৱৰ সকলো মানুহ মিলি মেজিৰ ওচৰত মুকলিতে ভোজ-ভাত খোৱাৰ আগে আগে মেজি দুটাৰ উদ্দেশ্যে আগলি কলপাতত দুগচি মাটিৰ চাকি জ্বলোৱা হয় আৰু তামোল-পাণৰ এটা অৰিহণা আগবঢ়োৱা হয়। তদুপৰি সন্তানহীন দম্পতিয়ে সন্তান কামনা কৰি আৰু কিছু সংখ্যক পিতৃ-মাতৃয়ে তেওঁলোকৰ পুত্ৰ-কন্যাৰ মঙ্গল কামনা কৰি হাঁহ, কুকুৰা, তামোল-পাণ, সুৰাৰ কলহ আদি বিভিন্ন খাদ্য সামগ্ৰী মেজিৰ ওচৰত উৎসৰ্গা কৰে। তাৰ পাছত ভোজ-ভাতৰ ৰান্ধনি, বিলনীয়া আৰু মেজি ৰখীয়া সকলে মেজিৰ প্ৰতি সেৱা জনায় আৰু গাঁৱৰ বয়োবৃদ্ধ সকলে আশীৰ্বাদ দিয়ে। ভোজ-ভাতৰ অন্তত ৰাতিটোৰ

বাবে বা তাৰ আগৰ পৰাই থকা মেজি ৰখীয়া সকলৰ বাহিৰে সকলো লোক ঘৰলৈ যায়।

বিহুৰ দিনা ৰাতি পুৱাতে মেজিৰখীয়া সকলে মেজি দুটাত অগ্নি সংযোগ কৰি ঘৰলৈ আহে আৰু বাহিৰে বাহিৰে গা পা ধুই ঘৰত সোমাই জা-জলপান, পিঠা-পনা খায়। মেজিৰ ওচৰত উছৰ্গা কৰা বয়বস্তুৰ বাকী থকা অংশৰে কিছুমান পৰিয়ালে দুপৰীয়া গাঁৱৰ গৰখীয়া আৰু মেজিৰখীয়াহঁতক মাতি আনি ভোজ খুৱায়।

তৃতীয়া সম্প্ৰদায়ৰ লোকসকলে উৰুকাৰ দিনা দিনৰ ভাগতে গছ কাটি, ফালি মুকলি পথাৰত পুৰুষ, প্ৰকৃতি আৰু সন্তানৰ ৰূপত তিনিটা মেজি ওচৰা-ওচৰিকৈ সাজে। মেজি কেইটা প্ৰায় ১২ ফুট ওখকৈ সাজি তাৰ ওপৰত আমপাত, ফুল আদি দি সুন্দৰকৈ সজোৱা হয়। সন্ধ্যা গৃহস্থই নিজৰ নিজৰ ভড়াল ঘৰৰ খুঁটা আৰু ৰাৰীৰ লাগনি গছ পঘাৰে বান্ধে। ইয়াৰ পাছত মেজিৰ কাষত গোট খাই ৰাতি গাঁৱৰ সকলো মানুহে ভোজ-ভাত খায়।

বিহুৰ দিনা পুৱতি নিশা ডেকা ল'ৰাবিলাকে গা-পা ধুই মেজি জ্বলায় আৰু মাহ-কৰাই আদি দি মেজিৰ উদ্দেশ্যে সেৱা জনায়। দিনৰ ভাগত কিছুমান পৰিয়ালে ওপৰি পুৰুষক সুঁৱৰি নাম-প্ৰসঙ্গ পাতে। গধূলি ঘৰ আৰু ভড়াল ফুলেৰে সজাই, চাকি-বন্তি জ্বলাই মাঘ বিহুৰ সামৰণি মাৰে।

প্ৰধানকৈ শদিয়া মহকুমাৰ অধিবাসী দেউৰী জনগোষ্ঠীৰ লোকসকলে মাঘ মাহৰ প্ৰথম বুধবাৰেহে মাঘবিহু আৰু তাৰ আগদিনা মঙ্গলবাৰে সমূহীয়া ভোজভাত খায়। যদি মাঘমাহৰ প্ৰথম বুধবাৰে অমাবস্যা পৰে তেনেহলে তাৰ পাছৰটো বুধবাৰে মাঘ বিহু পতা হয় আৰু উৰুকাৰ ভোজ তাৰ আগদিনা খোৱা হয়। দেউৰীসকলে মাঘ বিহু সাদিনীয়াকৈ পালন কৰে। বিহুৰ এসপ্তাহৰ আগতে অৰ্থাৎ আগৰটো বুধবাৰে গাঁৱৰ থান ঘৰ বিহু উপলক্ষে খোলা হয় আৰু চাকি-বন্তি জ্বলাই বিহুৰ জাননী দিয়া হয়। মেন' বংশৰ পৰা নিৰ্বাচিত এজন লোকে (তেওঁক বাৰিক বোলা হয়) গাঁৱৰ লোকসকলক বিহুৰ কেইদিন গাঁৱতে থাকিবলৈ জাননী দিয়ে।

বিহুৰ এসপ্তাহৰ আগতে সাধাৰণতে নদী বা আন জলাশয়ৰ পাৰত মুকলি ঠাইত মেজি সজাৰ কাম আৰম্ভ হয়। মেজিৰ খৰিৰ কাৰণে কাটিবলৈ ঠিক কৰা গছজোপালৈ মাননী আগবঢ়াই খৰিখিনি কটা হয়। তাৰ পাছত চাৰিওফালে

বাঁহৰ খুটা আৰু মাজত খৰি জাপি পুৰুষ আৰু প্ৰকৃতিৰ ৰূপত দুটা মেজি সজা হয়। মেজি দুটা ওপৰৰ ফালে ক্ৰমান্বয়ে ঠেক হৈ আছে। মেজি দুটাৰ একেবাৰে ওপৰত এটা খুটাত চিলিঙি সজা এটা আগলি বাঁহ আৰু এখন ধনু লম্বভাৱে ওলমাই দিয়া হয়। ধনুখনৰ কাড়ডাল সদায় পূবফালে মুখ কৰি থাকে। মেজি দুটাৰ ওচৰতে মেজি ৰখীয়া থাকিবৰ বাবে খেৰেৰে এটি সৰু ঘৰ সজা হয়।

উৰুকাৰ দিনা গৃহস্থই নিজৰ নিজৰ ঘৰ, ভঁড়াল আৰু গোহালীৰ এটাকৈ খুটা আৰু বাৰীৰ লাগনি গছসমূহ খেৰেৰে বান্ধে। ৰাতি গাঁৱৰ সকলো লোকে সমূহীয়াকৈ মেজিৰ ওচৰত ভোজ-ভাত খায়। মেজিৰখীয়া সকলে ওৰে ৰাতি বিহু গাই উজাগৰে থাকে।

বিহুৰ দিনা দোকমোকালিতে আগতেই নিৰ্বাচিত দুজন লোকে মেজি দুটাত অগ্নি সংযোগ কৰে। তাৰ পাছত গাঁৱৰ সকলো লোকে গা-পা ধুই মাহ-কৰাইৰে মেজিক সেৱা কৰে আৰু ঘৰলৈ গৈ কাঠ আলু, মিঠা আলু আৰু সান্দহ গুৰি দৈৰে খায়। জা-জলপান খাই সকলো মানুহ গাঁওখনৰ থানলৈ যায় আৰু ইন্দ্ৰদেৱতা, বলিয়াবাবা আৰু আইদেউৰ নামত থকা ঘৰ তিনিটাত দেৱতা কেইগৰাকীক সেৱা কৰে, পুৰোহিতে (ৰৰদেউৰী) আশীৰ্ব্বাদ দিয়ে। ইয়াৰ পাছতে গাঁৱৰ বাইজৰ ফালৰপৰা আগৰঢ়োৱা মতা হাঁহ, কুকুৰা আৰু ছাগলী উছৰ্গা কৰা হয়। উছৰ্গিত সামগ্ৰী সমূহ (ভেটুৱা বুলি কোৱা হয়) বিগ্ৰহৰ আগত বলি দিয়া হয়। এই সামগ্ৰী সমূহৰ এটা অংশ বলি আগবঢ়োৱা পৰিয়াল বিলাকক প্ৰসাদ হিচাপে ঘৰলৈ নিবলৈ দিয়া হয় আৰু বাকীখিনিৰে বাইজে থানৰ কাষতে থকা খোৱা ঘৰত দুপৰীয়া সমূহীয়াকৈ ভোজ-ভাত খায়। বলিৰ পাছতে বলিয়াবাবা আৰু আইদেউৰ বিগ্ৰহৰ আগত পূজা আৰম্ভ হয় আৰু এই পূজা বিহুৰ তৃতীয় দিনাখনলৈকে চলে। মাঘবিহুৰ দিনা দেউৰী লোকসকলে প্ৰথমতে গাঁৱৰ থানত আৰু তাৰ পাছত ৰৰদেউৰীৰ ঘৰত বিহু গায়। এই বিহু পিছৰ বুধবাৰলৈকে চলে আৰু গাঁৱৰ প্ৰত্যেক ঘৰ মানুহৰ ঘৰতে গোৱা হয়।

সমগ্ৰ তিনিচুকীয়া জিলা জুৰি বিস্তৃত হৈ থকা *মটক-মৰাণ* সম্প্ৰদায়ৰ গাঁও সমূহত বিভিন্ন পিঠা-পনা, জা-জলপানৰ ভোগেৰে মাঘ বা ভোগালী বিহু উদ্‌যাপন কৰা হয়। কোনো প্ৰকাৰ আনুষ্ঠানিকতা এই বিহুত নেথাকে। মেজি সজা নহয়। ভোজ-ভাতো তেওঁ সকলেহে খায়। যেনেগ যেনেগ গাঁৱত যেনেগ যেনেগে তাৰিখত ভোজ-ভাত খোৱা হয়।

নৈ পৰীয়া *মিচিংসকলে* পুহ মাহৰ সংক্ৰান্তিৰ দিনা মুকলি পথাৰত সমূহীয়াকৈ এটি মেজি সাজে। ৰাতি গাঁৱৰ বাইজে সম্মিলিত ভাবে ভোজ-ভাত খোৱাৰ পাছত মেজিৰ কাষতে নিৰ্মাণ কৰা এটা খেৰৰ ঘৰত ডেকা, বুঢ়া, সকলোয়ে ওৰে ৰাতি ৰং-তামাচাৰে কটায়। মাঘ-বিহুৰ দিনা দোকমোকালিতে ডেকাসকলে গা-পা ধুই মেজি জ্বলায়। বয়োবৃদ্ধসকল ঘৰলৈ আহি জা-জলপান খাই নামঘৰলৈ যায়।

এই জিলাৰ আহোম সম্প্ৰদায়ৰ গাঁওসমূহত উৰুকাৰ দিনা গাঁৱৰপৰা কিছু আঁতৰত মুকলি পথাৰত বাঁহ আৰু কাঠেৰে এটা মেজি আৰু কাষতে বাঁহ আৰু ধানৰ নৰা, খেৰেৰে এটি ভেলাঘৰ সজা হয়। কিছুমান গাঁৱত অৱশ্যে পোহৰৰ দিনৰ আগতেই মেজি সজা হয় আৰু ডেকাসকলে উৰুকাৰ দিনালৈকে ৰাতি ৰাতি মেজি ৰখে। উৰুকাৰ দিনা-ৰাতি গাঁৱৰ বুঢ়া-মেথা, ডেকা-গাভৰু, ল'ৰা-ছোৱালী সকলোৱে মেজিৰ কাষতে একেলগে ভোজ-ভাত খায়।

বিহুৰ দিনা ঢলপুৱাতে চাৰিজন চেঙেলীয়া লৰাই গা-পা ধুই চাৰিটা বাঁহৰ জোৰেৰে মেজিত অগ্নি সংযোগ কৰে। তিতা কাপোৰ কানিৰেই মেজিত জুই দিয়াৰ নিয়ম। মেজি জ্বলোৱাৰ আগে আগে চাৰিটা তামোল-পাণ, মিঠা আলু, মাহ-কৰাই আদি মেজিৰ উদ্দেশ্যে সমৰ্পণ কৰা হয়। মেজিৰ লগে লগে ভেলা ঘৰটোও জ্বলাই দিয়া হয়। মেজিৰ জুইত পোৰা আলু উপস্থিত সকলোৱে ভাগ কৰি খায়। কিছুমান গাঁৱত মাঘবিহু উপলক্ষে মহ যুজৰ আয়োজন কৰা হয়। গধূলি গাঁৱৰ প্ৰতি ঘৰতে বন্তি প্ৰজ্বলন কৰা হয়।

নৈকাষৰীয়া কৈবৰ্ত্ত গাঁৱ সমূহত উৰুকাৰ দিনা নদীৰ পাৰত বা মুকলি পথাৰত বাঁহ, কাঠেৰে, এটা মেজি সাজে আৰু ৰাতি মেজিৰ কাষতে গাঁৱৰ সকলোলোকে সম্মিলিত ভাবে ভোজ-ভাত খায়।

বিহুৰ দিনা ৰাতিপুৱা কেইজনমান ডেকা লৰাই গা-পা ধুই মেজি জ্বলায়। ভোগালী বিহুৰ নানা বিধ পিঠা-পনা, জা-জলপান খোৱাৰ পাছত বিয়লি নামঘৰত মিলিত হয় গাঁওখনৰ লোক। গধূলি ঘৰে ঘৰে বন্তি জ্বলোৱা হয়।

জনগোষ্ঠী ভিত্তিক বৈচিত্ৰ্যৰ উপৰিও তিনিচুকীয়া জিলাৰ মাঘবিহু দুটা বহল ভাগত বিভক্ত— চহৰীয়া আৰু গ্ৰাম্য। গ্ৰাম্য অঞ্চলত বিহু সমূহীয়াভাৱে উদ্‌যাপন কৰা দেখা যায়। কাৰুকাৰ্য্যপূৰ্ণ মেজিৰ পৰা সাধাৰণভাৱে সজোৱা মেজিলৈকে-মেজিৰ বিভিন্ন ৰূপ পৰিলক্ষিত হয় গাঁওবোৰত। চহৰাঞ্চলত এই বিহু মূলতঃ ব্যক্তিগতভাৱে আৰু কিছুমান অঞ্চলত চুবুৰীয়া ভিত্তিত উদ্‌যাপন কৰা হয় চহৰত কম পৰিমাণে মেজিও দেখিবলৈ পোৱা যায়।□

# (২) ডিব্ৰুগড় জিলাত মাঘবিহু

শ্ৰীডিম্বেশ্বৰ চলিহা

অসমৰ আন আন জিলাৰ দৰে ডিব্ৰুগড় জিলাতো মাঘ বিহু উদ্‌যাপন কৰা হয়। মাঘবিহু মূলতে খেতি চপোৱাৰ উৎসৱ। সেইখিনি সময়তে পথাৰৰ ধান আনি ভড়ালত সুমুৱাইহি। সৰিয়হ, তিল, আলু আদি পথাৰৰ পৰা আনে সকলোৰে নগ লাগি ৰং তামাচা কৰি ভোজ ভাত খায় আৰু মেজি জ্বলাই অগ্নি পূজা কৰে। আৰ্য্য সংস্কৃতিৰ প্ৰভাৱ পৰাৰ আগলৈকে বিহুক ডেকা গাভৰুৰ ৰং তামাছাৰ উৎসৱ ৰূপেই গণ্য কৰি অহা হৈছিল। পাছত আৰ্য্য সংস্কৃতিৰ প্ৰভাৱ-পৰিহে ইয়াক কিছু পৰিমাণে বৈদিক কাৰ্য্য হিচাবে গ্ৰহণ কৰা হ'ল। অগ্নি উপাসক আৰ্য্যসকলৰ এগৰাকী প্ৰধান দেৱতাৰ নাম আছিল "মেজাই"। এই মেজাই শব্দৰ পৰাই সম্ভৱ "মেজি" শব্দৰ উৎপত্তি হ'ল।

ডিব্ৰুগড় জিলাৰ সাংস্কৃতিক বৈশিষ্ট্য মনকৰিবলগীয়া। কছাৰী, চুতীয়া, আহোম আদি বিভিন্ন জনগোষ্ঠীৰ লোকসকল অসমৰ পূব সীমাইদি আহি পোন প্ৰথম এইজিলাতেই থিত দিছিলহি। এই সকললোকৰ পূৰ্ব্বৰ সাংস্কৃতিক পৰম্পৰা অনুসৰিয়েই সম্ভৱ অসমত বিহু উৎসৱে গঢ় লয়। গতিকে বিহুক এই আটাইবোৰ জনগোষ্ঠীৰ এক সংমিশ্ৰিত উৎসৱ বুলি ক'ব পাৰি। কিন্তু ডিব্ৰুগড় জিলাৰ বিহুৰ বৈশিষ্ট্য সিমানতেই শেষ বুলি ক'ব নোৱাৰি। ডিব্ৰুগড় জিলাৰ মায়মৰা মটক সম্প্ৰদায়টোৱেই হ'ল জিলাখনৰ এক বৃহৎ জনগোষ্ঠী; যদিও বিভিন্ন জাতি-উপজাতিৰ লোক ইয়াৰ অন্তৰ্ভুক্ত, তথাপি মটক হিচাবে তেখেতসকলৰ এক সুকীয়া পৰিচয় আছে। বিহুৰ বিভিন্ন পৰম্পৰাৰ ক্ষেত্ৰত এখেতসকলৰো কিছুমান নিৰ্দ্দিষ্ট নীতি নিয়ম আছে।

মাঘ বিহু ঘাইকৈ ভোগৰ বিহু। কৃষিজীৱী মানুহে খেতি-খোলা সামৰি পথাৰৰ শস্য ঘৰলৈ অনাৰ পাছত ৰং তামাছা কৰিবলৈ অলপ আজৰি পায়। মাঘ বিহুৰ তাৎপৰ্য্য বোধহয় সেইটোৱেই। ধান, মাহ, তিল, সৰিয়হ, আলু আদি নানান শস্যৰে ভড়াল উপচি পৰে। মাঘ বিহুৰ আয়োজন সপ্তাহ পৰেকৰ আগৰ পৰাই আৰম্ভ হয়। ডেকা ল'ৰাহঁতে মেজিৰ কাৰণে গছ কাটে আৰু পাছত তাকে ফালি শুকুৱায়। এই খৰিবোৰকে জাপি জাপি মেজি একোটা সজা হয়।

জিলাখনৰ কোনো কোনো ঠাইত বিহুৰ কেইবাদিনৰো আগতেই এনে মেজি সজা হয়। কিছুমান ঠাইত অৱশ্যে পুহ সংক্ৰান্তিৰ আগদিনাহে এনে মেজি সাজে। মেজিটোৰ একেবাৰে ওপৰত শিঙৰি গছৰ পাত জাপি জাপি দিয়া হয়। ঠাই বিশেষে আৰু জনগোষ্ঠী বিশেষে মেজি জ্বলোৱা আৰু ভোজ খোৱাৰ দিন বেলেগ বেলেগ। কিছুমান ঠাইত সংক্ৰান্তিৰ আগদিনাই আবেলি বা গধূলিলৈ মুকলি পথাৰত ভোজ খোৱা হয়। ভোজৰ বেছিভাগ সামগ্ৰীয়েই ঘৰে ঘৰে সংগ্ৰহ কৰা হয়। সেই ৰাতিটো ডেকা ল'ৰাহঁতে মেজিটো ৰখি থাকে আৰু শেষ ৰাতি গা ধুই তিতা কাপোৰ কানি পিন্ধিয়েই মেজিটো জ্বলায়। মেজিটো জ্বলাওতে মাজে মাজে হৈ ধ্বনি দিয়ে আৰু মেজিৰ চাৰিওফালে নাচি-বাগি আনন্দ কৰে। মেজিৰ মাজে মাজে গোটা বাঁহৰ টুকুৰা সুমুৱাই থোৱা হয় আৰু সেইবোৰ ফুটিলে ডেকাহঁতে হৈ ধ্বনি দিয়ে।

আন কিছুমান ঠাইত সংক্ৰান্তিৰ দিনাহে ভোজ খোৱা হয় আৰু সেই ৰাতিহে পোহৰ হোৱাৰ আগে আগে মেজি জ্বলায়। অঞ্চলটোৰ মেজিৰ ক্ষেত্ৰত আন এক বৈশিষ্ট্য হ'ল যে মায়ামৰীয়া সম্প্ৰদায়ৰ শৰণীয়াসকলে মেজিৰ ওচৰলৈ নাযায় বা মেজিৰ ওচৰত সেৱাও নজনায়। একশৰণ ভাগৱতী ধৰ্মৰ সেৱক হিচাবেই তেখেতসকলে অগ্নিক পূজা নকৰে বুলি কোৱা হয়। অৱশ্যে ডেকাহঁতে নিমন্ত্ৰণ জনালে বিহুৰ ভোজলৈ নোযোৱাকৈ নাথাকে। অসমৰ বহুতো ঠাইত খৰিৰ মেজিৰ লগতে কল খাৰলিৰ মেজিও জ্বলোৱা হয়। কিন্তু ডিব্ৰুগড় জিলাত কল মাৰলিৰ মেজি দেখা ন্যযায়। উজনি অসমৰ জিলা কেইখনত মাঘ বিহুৰ আন এক বৈশিষ্ট্য হ'ল ম'হ যুজ। কিন্তু ডিব্ৰুগড় জিলাখন এই ক্ষেত্ৰতো ব্যতিক্ৰম জিলাখনত ম'হ যুজ নহয়। জিলাখনৰ ভিতৰৰা দুই এখন গাঁৱৰ বয়োজ্যেষ্ঠ দুই চাৰিজনক সোধোতেও কৈছে যে তেওঁলোকে জীৱনত ম'হ যুঁজ দেখা নাই। বিহুৰ উৰুকাৰ দিনা শেষ ৰাতি বাৰীৰ তামোল গছ এজোপাত খেৰেৰে বান্ধ একোটা দিয়া হয়। ইয়াকে মাঘ বন্ধা বোলে। গাঁও অঞ্চলত এই পৰম্পৰা আজিও আছে।

ডিব্ৰুগড় জিলাৰ কিছুমান এলেকাত যথেষ্ট সংখ্যক জনজাতীয় লোকে বাস কৰে। এওঁলোকৰ নিজস্ব কিছু সাংস্কৃতিক পৰম্পৰাও থাকে। অৱশ্যে উজনি অসমৰ সকলো জনগোষ্ঠীৰ লোকৰে বহাগ বিহুৰ প্ৰতি যি আকৰ্ষণ, সেই আকৰ্ষণ মাঘবিহুৰ ক্ষেত্ৰত নাই। জনজাতি আৰু আহোম সম্প্ৰদায়ৰ একাংশ লোকে ঘৰতে প্ৰস্তুত কৰা লাওপানী বা সাজপানী খায়। বিহুত ইঘৰ সিঘৰ

ফুৰিবলৈ গ'লে তেওঁলোকে পোনতে সাজপানীহে যাচে। তেনেবোৰ ঠাইত এতিয়াও চাহ খোৱাৰ সংস্কৃতিয়ে গা কৰি উঠা নাই। এইসকল লোকৰ কোনো কোনোৱে বিহুৰ মেজিৰ তামোল-পাণৰ লগতে চাউল, তিল, মাহ, সৰিয়হ আদিও উছর্গা কৰে। কোনো কোনো অঞ্চলৰ চুতীয়া সম্প্ৰদায়ৰ লোকে মাঘ বিহুৰ দিনা ৰাতি পুৱাই গা পা ধুই ধূপ-ধূনা, চাকি-বন্তি, জলপান, তামোল-পাণ পিঠা বা আন নৈবেদ্য মৃত পিতৃ মাতৃলৈ বলি উছর্গা কৰে। মাঘ বিহুত কাঠ আলু, ৰঙা আলু, খোৱা আলু আদি পুৰি খোৱাটো সকলো জনগোষ্ঠীৰে এক পৰম্পৰা।

আগতেই উল্লেখ কৰি আহিছোঁ যে মাঘ বিহু ভোগৰ বিহু, ভোগালী বিহু, গতিকে এই বিহুতেই কৃষিজীৱী গাঁৱৰ বাইজে নানা ধৰণৰ জা-জলপান, পিঠা-পনা তৈয়াৰ কৰি নিজেও খায় আৰু আনকো খুৱাই আনন্দ লাভ কৰে। ডিব্ৰুগড় জিলাৰ বেচি ভাগ গাঁৱেই বাগিছাৰ মাজে মাজে অৱস্থিত। প্ৰাক্তন চাহ বনুৱাৰ একাংশই এতিয়া আমাৰ গাঁৱবোৰৰ ওচৰে পাজৰে গাঁও পাতি থাকিবলৈও লৈছে। তেওঁলোকবো একাংশই আজিকালি বিহু পাতিবলৈ আগবাঢ়ি আহিছে। ই নিঃসন্দেহে এক শুভ লক্ষণ। তদুপৰি পুহৰ সংক্ৰান্তিৰ দিনাই তেওঁলোকৰ টুচু পূজা অনুষ্ঠিত হয়। এই উৎসৱতে তেওঁলোকে আমাৰ ম'হ যুঁজৰ দৰে কুকুৰা যুঁজৰ আয়োজন কৰে। দুটা মতা কুকুৰাৰ ঠেঙত বেকা চুৰি একোখন বান্ধি যুঁজিবলৈ এৰি দিয়া হয়। কোনে জানে, তেওঁলোকৰ এই সাংস্কৃতিক উপাদান সমূহ আমাৰ বিহুৰ মাজত সোমাই আমাৰ বিহু সংস্কৃতিকে ভৱিষ্যতে চহকী কৰি নুতুলিব? □

# (ত) যোৰহাট অঞ্চলত মাঘবিহু

শ্ৰীজয়জ্যোতি গোস্বামী

কৃষিজীৱী অসমীয়া জন-গণে সোণোৱালী শইচ চপোৱাৰ আনন্দত পুহ্‌মাহৰ সংক্ৰান্তিত যি ভোগৰ উছৱ পাতে সেয়াই মাঘবিহু। ভঁৰালত মেট মৰা ধান বাৰীত মাহ, সৰিয়হ, নানাবিধ আলুকে ধৰি নানা শাক-পাচলিৰে এই সময়ছোৱা প্ৰতিঘৰ গৃহস্থী নদন-বদন হৈ থাকে। আহাৰ শাওণত গোছ দিয়া বোৱা আঘোণত লখিমী হৈ ভঁৰাল সোমোৱাৰ আনন্দত চিৰা, পিঠা, সান্দহৰ ঘুৰ-ঘুৰিয়া গোন্ধেৰে মাঘমহীয়া অসমীয়া গৃহস্থীৰ আখল আমোল মোলাই থাকে। সেইকালে ভোগৰ পৰিবেশ সেয়ে মাঘবিহু, ভোগালি বিহু। যোৰহাটৰ মাঘবিহুও ইয়াৰ ব্যতিক্ৰম নহয়।

মাছ গাখীৰেৰে উঁভৈনদী বিশ্বৰ বৃহত্তম নদী দ্বীপ মাজুলি, মালৌ পথাৰৰ দৈ, হামদৈ পথাৰৰ ধান, ককিলা বিলৰ মাছেৰে সমৃদ্ধ, কাকডোঙা, ভোগদৈৰ পলসেৰে সাৰুৱা যোৰহাট ভোগৰ ঠাই। সেয়েহে ইয়াৰ ভোগালি উছৱো উলহমালহেৰে পৰিপূৰ্ণ। বকুলবৰা, মালভোগ ধানৰ চিৰাৰে বিখ্যাত যোৰহাটৰ মাঘ বিহু প্ৰকৃততেই ভোগালি বিহু।

ভোগালি বিহুৰ আগদিনা উৰুকা। সেইদিনা কোনোবাই ব্যক্তিগত ভাবে নিজৰ ঘৰৰ সন্মুখত নাইবা ৰাজহুৱা ভাবে পথাৰত বা নামঘৰৰ সন্মুখত দুটা কাঠ খৰিৰ মেজি সাজে। তাৰে এটা বৰমেজি আৰু আনটো তাতকৈ কিছু চাপৰ সৰু মেজি। মেজি সাজিবলৈ প্ৰথমে যোগ-চিনৰ দৰে জুই জ্বলাবলৈ সুবিধা হোৱাকৈ গাঁত খান্দি লৈ চাৰিওফালে চাৰিটা বাঁহৰ খুটা পোতা হয়। কোনো কোনোৱে তামোলৰ খুটাও দিয়ে। একেবাৰে তলত দুভাল গড়পাৰি তাৰ ওপৰত প্ৰথমে আমখৰি, তাৰ ওপৰত অন্য কাঠখৰি জাপি দিয়া হয়। মেজিটো ইচ্ছানুসৰি ওখকৈ সজা হয়। একেবাৰে ওপৰত বাঁহৰ কামিৰে দ'লৰ আকৃতি কৰি কলডিলৰ কলচি দি মেজিটো ধুনীয়া কৰা হয়। মেজিৰ কাষতে বাঁহ আৰু নৰাৰ ছালিৰে ভেলা ঘৰ সজা হয়।

উৰুকাৰ দিনা ওচৰ চুবুৰীয়া, ঘৰৰ ভাই-ককাই সকলোৱে লগ হৈ মেজিৰ ভোজ খায়। ভোজত ন-চাউল, নতুন মাহ, সেইসময়ৰ বতৰৰ শাক

পাছলি লগোৱা হয়। মাহ মণ্ডহ দুয়োটাকে ব্যৱহাৰ হয়। গাঁৱৰ সমাজৰ বা ঘৰৰ মুখিয়াল লোকে আৰ্শীবাদ দিয়াৰ পিছত সকলোৱে বহি ভোজ-ভাত খায়। কোনো কোনো ভকতীয়ালোকে অৱশ্যে ডেকা ডজ্জুৰাৰ লগত মেজিৰ ওচৰত ভোজ নাখায়।

উৰুকাৰ দিনা গধূলি "জয় ৰাম বোলা জয় হৰি বোলা" বুলি জয় ধ্বনি কৰি মেজিৰ চাৰিকালে চাৰিটাৰ জোৰেৰে জুই দিয়া হয়। ডেকা ডজ্জ ওৰে ৰাতি ল'ৰা-বুঢ়া সকলো লগ হৈ নাগাৰা, তালখোল লৈ নামকীৰ্ত্তন কৰে আৰু বিহুৱে আদি কৰি নানা গীত মাত গাই আনন্দ কৰে।

মেজিত উকা হিলে আৰু ওচৰে পাজৰে জুই ধৰি পানী হিলে ফুটোৱা হয়। ডেকা-ডজ্জুৱা সকলে ওচৰ চুবুৰীয়াৰ বাৰীৰ বাঁহ, পুৰণি জেওৰা, শাক-পাছলি আদি মনে মনে আনি ফূৰ্ত্তি কৰে। অৱশ্যে বৰ্ত্তমানে সেইটো সংস্কৃতিৰ নামত কৰা ব্যভিচাৰত পৰিণত হৈছে। আগৰ দিনত হয়তো অৱপূৰ নন্দন-বন্দন গৃহস্থী এখনে সেইটো বৰ দোষৰ কথা বুলি ধৰি নলৈছিল।

ঘৰৰ গৃহিণী সকলে ওৰে ৰাতি পিঠা পনা ভাজি কটাই দিয়ে। ৰাতি ইঘৰ সিঘৰৰ পিঠা পনা খায়ো আনন্দ কৰা হয়।

পিছদিনা অৰ্থাৎ বিহুৰ দিনা পুৱা পোহৰ নহওঁতেই তিনি জোৰোৱা মাৰি গা ধুই বৰ মেজিত আগৰ নিয়মে হৰিধ্বনি কৰি জুই লগোৱা হয়। ঘৰৰ বা ওচৰৰ সকলোৱে পুৱা গা পা ধুই মেজিত আগলি কলাপাতত তামোল-পাণ অবিহণা দি সেৱা জনায়। লগতে আগলি কলাপাতত বিহু বুলি প্ৰস্তুত কৰা পিঠা-পনা আদিও মেজিলৈ আগবঢ়োৱা হয়। মাহ-প্ৰসাদৰ পাত এখিলাও প্ৰথমে মেজিত দি পিছত বাকী সকলে খায়। মেজিৰ জুইত কাঠ আলু, বন্ডা আলু, খোৱা আলু আদি পুৰি খোৱা হয়। "সেইদিনা পোৰা আলু নাখালে পিছৰ জন্মত গাহৰি হয়" বুলি মুখে মুখে জন বিশ্বাসো প্ৰচলিত আছে।

সেইদিনা কাহিলি পুৱাতে বাৰীৰ বন্ধ বন্ধ লাগনি গছত একোচাকৈ ধান খেৰ মেৰিয়াই "মাঘ বন্ধা"ৰ নিয়ম যোৰহাটাৰ ঠায়ে ঠায়ে আছে। মাঘ বন্ধাৰ আগে আগে চাৰিকালে চাৰিটা দলি চপৰা মাৰে। 'তেতিয়া এজনে সোধে—' কি বান্ধিছা?

বান্ধোতা জনে উত্তৰ দিয়ে— 'মাঘ বান্ধিছো।' গছত ফলমূল বেছিকৈ লগাত আৰু ধুমুহা বতাহৰ পৰা ৰক্ষা কৰাত এই কাৰ্য্যই "কৱচ"ৰ দৰে কাম কৰে বুলি বিশ্বাস কৰা হয়। মেজিৰ আধাপোৰা খুটা বেছি উৎপাদনৰ আশাৰে লাগনি গছত আওঁজাই থোৱা হয়।

বিহুৰ দিনা সকলোৱে গা ধুই জ্যেষ্ঠ জনক সেৱা কৰি একেলগে বিহুৰ জলপান খাবলৈ বহে। চিৰা, পিঠা, সান্দহ, আখৈ, মুড়ি, মাহ কৰাই, মিঠে নাৰিকলৰ লাৰু, তিলৰ লাৰু , গমৰ লাৰু , মুৰিৰ লাৰু, তিলপিঠা, ঘিলা পিঠা, টোপা পিঠা, সুতুলী পিঠা, ফেনী পিঠা, দৈ, গুৰ, ক্ৰিম, আদি নানা খাদ্য-সম্ভাৰ গৃহিণী সকলে আদৰেৰে যতনাই দিয়ে। ইঘৰে সিঘৰৰ বিহু খাবলৈ নিমন্ত্ৰণ জনায়। জী-জোঁৱাই মিতিৰ-কুটুম সকলো বিহু মুলি ই ঘৰ সি ঘৰলৈ যায়।

গাঁৱত আৰু নগৰতো ৰাইজৰ সমূহীয়া নামঘৰত নামকীৰ্ত্তন কৰা হয়।

মাঘ বিহুৰ এটা আকৰ্ষণীয় অনুষ্ঠান হৈছে ম'হৰ যুজ। বিহুৰ দিনাৰে পৰা প্ৰায় এসপ্তাহ 'ম'হৰ যুজ' চলি থাকে।

বৈষ্ণৱ পৰম্পৰাৰে সমৃদ্ধ যোৰহাটৰ অন্যতম অনুষ্ঠান হৈছে সত্ৰ সমূহ। সত্ৰ সমূহত লৌকিক আচাৰৰ বাহিৰেও ধৰ্মীয় পৰম্পৰাৰে মাঘ বিহু পালন কৰা হয়। সংক্ৰান্তিৰ দিনা সত্ৰত নিয়মিত ভাবে চাৰি প্ৰসঙ্গ কৰা হয়। পুৱাৰ প্ৰসঙ্গৰ অন্তত নামঘৰত সেৱা জনাইহে সত্ৰত বিহুৰ জলপান খোৱা হয়। নামঘৰত প্ৰসাদৰ লগতে কোনো কোনো সত্ৰত পিঠা, ভজা কাঠ আলু, মাহকৰাই আদিও প্ৰসাদ হিচাপে আগবঢ়োৱা হয়। পুৱা আৰু আবেলি দুয়ো বেলা আইসকলে সত্ৰৰ নাম ঘৰত নাম কীৰ্ত্তন কৰে। সত্ৰৰ পৰিয়ালৰ লোকসকলৰ উপৰিও "শিচ-ভকত" সকলে বিহুৰ দিনা সত্ৰাধিকাৰ জনক গুৱা-পাণ অৰিহণাৰে বিহুৰ সেৱা জনায়।

যোৰহাটত চাহ জনজাতি সকলৰ উপৰিও বহুকেইটা জনজাতি সম্প্ৰদায়ৰ লোকে সম্প্ৰীতিৰে বাস কৰি আহিছে। তেওঁলোকেও নিজা নিজা ৰীতিৰে মাঘবিহুৰ লোকাচাৰ পালন কৰে।

মাঘবিহু প্ৰকৃততে ভোগ তথা কৃষি উৎসৱ হ'লেও পৰিয়াল তথা সমাজৰ ঐক্য-সম্প্ৰীতিৰ এই বিহুৱে এক গৌৰৱোজ্জ্বল অৰিহণা আগবঢ়াইছে। □

# (৪) গোলাঘাট অঞ্চলত মাঘবিহু

শ্ৰীকৌস্তুভমণি শইকীয়া

মাঘবিহুৰ এসপ্তাহ পৰেকৰ আগৰেপৰা আৰম্ভ হয় খৰি আৰু নৰাকটা পৰ্ব। এই কামত আগভাগ লয় চুবুৰীৰ ডেকাইতে। ডেকা বুলি কওতে চেঙেলীয়াসকলো পৰে। প্ৰত্যেকে হাতে হাতে দা-কুঠাৰ লৈ প্ৰতি ঘৰৰে খৰী বা কাঠনিৰ পৰা একোজোপাকৈ গছ কাটি আনে। এই গছ গৃহস্থই কেতিয়াবা উপযাচি দিয়ে। কেতিয়াবা আকৌ ডাঙৰ কাঠনি থকা লোকৰ কাঠনিৰ পৰা গৃহস্থৰ অনুমতি নোলোৱাকৈ চুৰ কৰিও অনা হয়। কাটি অনা কাঠবোৰ মাঘবিহুৰ মেজি পতা ঠাইলৈ কঢ়িয়াই অনা হয়। তাতে আনি কাঠবোৰ তিনিফুটমান দীঘলকৈ কুন্দা কৰি দুফালে দুখন জাপ কুঠাৰ মাৰি ফালি চিতাচিত্ত কৰা হয়। খৰি ফালোতে গাৰ ঘাম সৰে আৰু আনন্দৰ লহৰ বাগৰে। এই কেইদিনত আটাইৰে মনত মুকলিমুৰীয়া কৰবীয়া অনুভূতি এটাই দাগ দিয়ে। খৰি ফলা শেষ হলে হাতে হাতে কাঁচি লৈ ল'ৰা-ডেকাবোৰ ধান দাই অতোৰা পথাৰলৈ যায় নৰা কাটিবলৈ। নৰা কাটি থাকোতে হাঁহি-ফুৰ্তি, ৰং-তামচাত আটাইবোৰ উৰুলিকৃত হৈ থাকে। মুকলি পথাৰত মুকলিমুৰীয়া মনেৰে কোনো কোনোৱে বিহুগীত আৰু গৰখীয়াগীত জোৰে। কেতিয়াবা আকৌ কোনোবাজনে ভাওনাৰ বিলাপ বা সংলাপ (বচন) এফাঁকিকৈ গাই পৰিবেশ গমগমীয়া কৰি তোলে। দুই একে কাটি দমাই থোৱা নৰাৰ ওপৰত জপিয়াই জপিয়াই খৰ বাগৰ মাৰে।

নৰাকটা হোৱাৰ পাছত নৰাবোৰ আনি মেজি পতা ঠাইত দম কৰি থয়হি। মেজিতল চিকুনাই চাফা কৰি ফু-মাৰি ভাত খাব পৰা কৰে। ঘৰে পতি বাঁহ তুলি আনি খুটা, মাৰলি, চতি কাটি ভেলাঘৰ সাজে। বাঁহৰ কামিৰ ওপৰত পাতলকৈ নৰা মেলি পৰলি সাজি ভেলাঘৰৰ ওপৰত তুলি দিয়া হয়। কাষৰ বেৰবোৰো নৰাৰ পৰলিৰে দিয়া হয়। উৰুকাৰ দিনা বাকি ভেলাঘৰত থাকোতে বহিবলৈ ওৰলৈ পাপী আৰু বিচনা কৰিবলৈ আলেখিনি নৰা অচুৰীয়াকৈ থৈ দিয়া হয়।

উৰুকাৰ দিনা প্ৰত্যেকেই উৰুলিমুখা হৈ পৰে। লগুভাত খোৱাৰ প্ৰস্তুতি চলে। ঘৰে পতি জনমুৰিকৈ চাউল আৰু চাদা (পঁচা) তোলা হয়। লগভাত বা মেজিৰ তলৰ ভোজত থাকে ন চাউলৰ ভাত, বাজহাঁহৰ মাংস বা কণীলোহে

আলু-কবি, মটৰমাহ, বিলাহী, গাজৰ, মওমাহুৰ, দাইল ইত্যাদি। ভোজ ৰান্ধে চুবুৰীৰ বয়োবৃদ্ধ লোকজনে যাৰ হাতে আটাইৰে পাগত চলে। ভোজ বাঢ়িবলৈ পথাৰৰ আলি খান্দি চাঁচি চুকুকি উধান কাটি অনা হয়। টৌত লেও দি ভাগে ভাগে ভোজভাত ৰন্ধা হয়। দীঘলে দীঘলে একেবাহি অনা কলপটুৱাৰ মুৰুলীয়াকে ডোং কৰি তলত কলপাত পাৰি তাত সিজোৱা ভাতবোৰ বাঢ়ি থোৱা হয়। কোমোৰা দি ৰন্ধা ৰাজহাঁহ বা বৰালিমাছৰ আঞ্জা, মাছৰ মূৰটো ফুলকবিৰ ঠাৰি আৰু আলু দি ৰন্ধা এখন জুলা ভাজি, গুৰ বা চেনি দি কৰা বিলাহীৰ টক, পাতলকৈ ৰন্ধা এখন দাইল, বন্ধাকবি-মটৰ-আলু দি ৰন্ধা এখন ভাজি এইদৰেই লগভাত খোৱাৰ বাবে সাজু হৈ উঠে। জীয়ৰী-বোৱাৰীহঁতে ইতিমধ্যে শাক-পাচলি কুটা, চাউলপাত ধোৱা আদি কামৰ পাচতে ভাত হোৱাৰ আগে আগে লগভাত খোৱা ঠাইখিনি অতাবলৈ আৰম্ভ কৰে। কাজলিয়ে কাজলিয়ে পানী চতিয়াই ঠাইখিনি শুচি কৰে। তাৰ পাচত ভোজখাবলৈ যোগাৰ কৰি আনি থোৱা কলপাত পাৰি দিয়ে। দাইল, আঞ্জা লবলৈ কলপটুৱা কাটি সজা দোকবোৰ পাতৰ কাষে কাষে দিয়ে। একে বহনতে আটাইৰে বাবে ঠায়ে নাটিলে দুই তিনটা বহনত ভোজনপৰ্ব সামৰা হয়। প্ৰথম বহনত সৰু সৰু ল'ৰা-ছোৱালী আৰু বয়সীয়া পুৰুষসকলক বহুওৱা হয়। দ্বিতীয় বহনত ডেকা-গাভৰুবোৰ আৰু শেষ বহনত বোৱাৰীসকল বহে। ৰান্ধনিজনে সেৱা লয়। আটায়ে হৈ ধ্বনিৰে আশীৰ্বাদ দিয়ে। ভোজ-ভাত খাই উঠে মানে বেলি ঘূৰি আবেলি হয়। ডেকাহঁত মেজি সাজিবলৈ সাজু হয়। বুঢ়াসকলে দিহা দিয়ে। যোগ চিনৰ দৰে দুটা নলা খান্দি তাৰ ওপৰত দুডোখৰ কুন্দা কাঠ দি তাৰ ওপৰত খৰি জপা হয়। লাগনি খৰিবোৰ মেজিৰ তল অংশত দিয়া হয়। মেজিটো বাগৰি নপৰিবৰ বাবে চাৰিটা ভলুকা বাঁহৰ খুটা মেজিৰ চাৰিওকালে গইনা হিচাপে দিয়া হয়। ক্ৰমে ওপৰলৈ খৰি জাপি যাওতে টঙালেৰে ভলুকা বাঁহকেইটা আটি বান্ধি দিয়া হয়। মেজি পাঁচ ছ ফুটৰ পৰা সাত আঠ ফুটলৈকে ওখ হয়। খৰি সৰহকৈ থাকিলে যুৰীয়া মেজিও সজা হয়। মেজি সাজি থাকোতে হৈ ধ্বনি চলি থাকে জয় অ ৰামবোলা, জয় অ হৰি বোলা, ৰাইজৰ কুশলৰ অৰ্থে জয় অ ৰাম বোলা..........।

মেজি সজা হৈ যোৱাৰ পাছত ভেলাঘৰৰ ভিতৰত একুৰা জুই ধৰা হয়। জুইৰ চাৰিওকালে ভোজ খাই উঠা আটাইবোৰে এখন্তেক বহে। গল্প-গুজৰ, নিৰ্দোষ হাঁহি-ধেমালি চলে। এটা সময়ত বয়সস্থ পুৰুষসকল ঘৰলৈ গৈ বিচনাত পৰেগৈ। জীয়ৰী-বোৱাৰীসকলো পিঠা ভজা, আলু গোৱা আদি কামত লাগিবলৈ ঘৰ চাপে। বাতিটো আগত লৈ ভেলাঘৰ ৰখীয়া হৈ ৰয়গৈ

ডেকা আৰু চেমনীয়াবোৰ। হুঁ ধ্বনি আৰু কিৰিলিত বাতিৰ নিৰ্জনতা পলায়। খেলে-খেলে, চুবুৰিয়ে চুবুৰিয়ে পতা মেজি ঘৰত বিৰামবিহীন হৈ ধ্বনি চলে। বাতিবধা ডেকাহঁতে জাৰ খেদিবলৈ কেইবাটাও চোলা, চুৰেটাৰ, মূৰত টুপি বা পাগুৰি, জোতা-মোজা পিন্ধি লয়। তাৰ পাচত নিশাচৰ হৈ পুৱা মেজি জ্বলাবলৈ কাৰোবাৰ পথাৰৰ বা বাৰীৰ ঢাপৰ শুকান জেওবাখৰি চুৰ কৰিবলৈ ওলায়। থাপতে পালে নাৰিকল, কুঁহিয়াৰ, আলু, কবি আদিও চুৰি কৰি আনি খায়। ধেমালিতে এঘৰৰ নঙলা খুলি অন্য এঘৰত লগায়। ইটো মেজিৰ মানুহ সিটো মেজিৰ ওচৰলৈ গৈ কিছুপৰৰ বাবে আড্ডাত বহেগৈ। গোটেই ৰাতি এইদৰে ফুৰ্তিতে অনাই বনাই ঘূৰি ফুৰে। মুখত বাৰে ৰহণ গীতৰ কলি ওলায়।

*আকৌ কি বেগেজগেজ*

*কলিজাত মৰা তেজ*

*আমিবোৰ ৰাতিৰ বান্দৰ*

*কোনেও যে নেদেকে আমাৰ নেজ।*

*মিলিকাই নামৰ মানুহ এজনক জোটাই গায়*

*'আকৌ কি মিলিকাই*

*বয়স তোৰ ভটিয়াই*

*ক'লা চোলাই নুগুৱাই.*

*ক'লা চোলাই নুগুৱাই তোক।*

মাজৰাতি ডেকাহঁতে জয়াল বাঁহনিত গৈ জাতিবাঁহ চুৰ কৰি আনি দুইফালে গাঁঠি ৰাখি পাব পাবকৈ কাটি পানীহিলৈ, বোকাহিলৈ সাজে দপদপীয়া জুইত হিলৈ আওজাই দিয়ে। বাতিৰ গম্ভীৰতা ভেদি পৰে পৰে হিলৈ ফুটি গুমগুমাই থাকে। হিলৈৰ শব্দৰ মাজে মাজে জেখাৰি নিচিগা হৈ ধ্বনি চলি থাকে ঃ

*জয় অ' ৰামবোলা*

*জয় অ' হৰি বোলা*

*সবামেজিৰ কুশলৰ অৰ্থে*

*জয় অ' হৰি বোলা*

*সবামেজিৰ কুশলৰ অৰ্থে*

*জয় অ' ৰামবোলা*

*ডেকামেজিৰ কুশলৰ অৰ্থে*
*জয় অ' হৰি বোলা*
*বুঢ়া মেজিৰ কুশলৰ অৰ্থে*
*জয় অ' ৰামবোলা।*

মেজি কেতিয়াবা তিনিটা সাজে। এটা ল'ৰাসকলৰ নামত, এটা ডেকাসকলৰ নামত আৰু এটা বুঢ়াসকলৰ নামত। সেই কাৰণে প্ৰতিটো মেজিৰ মাজৰ ভাগে ভাগে হৈ ধ্বনি দিয়ে। লাহে লাহে ৰাতিৰ আয়ুস টুটি আহে। ৰাতিপুৱাবলৈ এপৰমান থাকোতে মেজিত জুই লগাবলৈ আগ্ৰহীসকলে গৰম কাপোৰ-কানি খুলি চুৰিয়া এখন পিন্ধি পুখুৰীত জোৰোৰা মাৰি তিতা গাৰেই উঠি আহে। শুকান জেওৰা খৰিৰ জোৰ একুৰা জ্বলাই মেজিৰ তলৰ গাতটোৰেদি ভৰাই দিয়ে। একেলগে তিনি চাৰি মুঠা জ্বলা বাঁহখৰিৰ জোৰ ভৰাই দিয়াৰ পাচত মেজিটো দপদপকৈ জ্বলিবলৈ ধৰে। লগে লগে মেজিৰ চাৰিওফালে বৈ আটায়ে ৰাৰঘাৰ হৈ ধ্বনি দি থাকে।

মেজি জ্বলি থাকোতেই ৰাতি পুৱায়। ইতিমধ্যে ঘৰে ঘৰে থকা বাকীবোৰ মানুহো মেজিৰ কাষ চাপি আহে। মাঘৰ দপদপীয়া মেজিৰ চাৰিওফালে আহি থিয় হয়হি। প্ৰতিঘৰৰে পৰা পিঠা-পনা, সিজোৱা মিঠা আলু, মোৱা আলু আনে। জ্বলি জ্বলি বহি যোৱা দগমগীয়া অঙঠাৰ ওপৰত কেটলী এটা বহুৱাই চাহপানী গৰম কৰে। হাঁহি-ধেমালি মিলাপ্ৰীতিৰে সকলোৰে পিঠা-পনা, চাহপানী খায়। এই চাহৰ খোলাত প্ৰত্যেকেই প্ৰত্যেকৰ ঘৰৰ পিঠাপনাৰ জুটি পায়।

দুপৰীয়া হোৱাৰ আগে আগে সকলো ঘৰাঘৰি যায়গৈ। এই মাঘৰ বিহুতে ম'হ যুঁজায়। কাকডোঙা নৈ, চেক্তেলীজানৰ পাৰত ম'হ যুঁজ হয়। কেবাখনো গাঁৱৰ পৰা অযুত ভাগি মানুহ ম'হযুঁজ চাবলৈ আহে। কেবামাহৰো পৰা খুৱাই-বোৱাই পুৱা নিয়ৰ কুৱাই তেলপৰি পিচলা, নোসোকা, কৰি খোৱা, গলধন ধৰা ম'হে ম'হে যুঁজে। মহ যুঁজোৱা মানুহে চকু জ্বলা চকোৱা লাখুটি লৈ যুঁজৰ দেও লভা ম'হ চন্তালে। যুঁজত কোনোবাটো ম'হ মৰে। কোনোবাটো ঘাইল হয়। কোনোবাটো ম'হ আকৌ ছত্ৰভংগ দি পলায়। ম'হ যুঁজ চাই বিহুৱলীয়া মন উত্তেজিত হৈ পৰে। তাৰ মাজতে ভাঁহি আহে কোনোবা কৃষক পত্নীৰ হিয়াভঙা চিঞৰ 'ঐ অকণ দৌ, ম'হটো যুৱাই লৈ আহ ঐ, যুঁজত ম'হ মৰিলে অহা বছৰ লঘোনে থাকিব লাগিব।'□

# (৫) লক্ষীমপুৰৰ নাওবৈচা অঞ্চলত মাঘবিহু

শ্ৰীপুতলী কামহ

অসমৰ অন্যতম ইতিহাস প্ৰসিদ্ধ বানপীড়িত জিলা লক্ষীমপুৰৰ অন্তৰ্গত বিভিন্ন জনগোষ্ঠী বসতিপূৰ্ণ বৃহৎ মৌজা নাওবৈচাত মাঘবিহু বা ভোগালী বিহু উলহ মালহেৰে পতা দেখা যায়। শালি-খেতিৰ লগত জড়িত ভোগালী বিহুৰ আয়োজন ধান চপোৱাৰ লগে লগে আৰম্ভ কৰা হয়। গাঁৱৰ কোনো মাজ অংশত মুকলি পথাৰ নিৰ্বাচন কৰি চেঙেলীয়া সকলে পুহৰ প্ৰায় [illegible] দিন আগৰ পৰাই বিহুৰ মেজিৰ বাবে ঘৰে ঘৰে খৰি সংগ্ৰহ কৰি নিৰ্বাচিত পথাৰখনত জমা কৰি ফালি শুকুৱাবলৈ আৰম্ভ কৰে। উৰুকাৰ দুদিনমানৰ আগৰপৰা ঘৰে ঘৰে একোডালকৈ বাঁহ সংগ্ৰহ কৰি মেজি সজা কাম আৰম্ভ কৰে। যোগ চিনৰ নিচিনাকৈ এটা গাঁত খান্দি চাৰিওফালে চাৰিডাল বাঁহ সমান দীঘলকৈ গোটে গোটে ৰাখি গাঁতটোৰ চাৰিওফালে চাৰিডাল বাঁহ পুতি মেজিৰ বাবে শুকুৱাই ৰখা ফলা খৰিবিলাক যোগ চিনৰ আকাৰে মাজত সমান বৰ্গৰ ফাঁক ৰাখি গাঁতটোৰ সাঁজে সাঁজে জাপি যায়। কোনো কোনোৱে মাজতো এডাল বাঁহ পুতি লয়। কোনো কোনোৱে আকৌ মাজত মাত্ৰ এডাল বাঁহ পুতি তাৰ চাৰিওফালে খৰিবোৰ যোগচিনৰ আঁকাৰে জাপি যায়। বাঁহৰ মূৰ গোৰালৈকে ক্ৰমে ডাঙৰৰপৰা সৰুলৈ খৰিবোৰ জাপি যায়। মেজি দেখিবলৈ কল গছৰ দৰে তলৰ অংশ ডাঙৰ আৰু ওপৰৰ অংশ ক্ৰমান্বয়ে সৰু হয়। মেজি সাজি থাওঁতে মাজে মাজে কেঁচা বাঁহত গাঁঠি ফুটাই পানী ভৰাই ফুটাটো মাটিৰে মাৰি দি পানী হিলৈ প্ৰস্তুত কৰি সুমাই দিয়া হয়, যাতে মেজি জ্বলিলে বহু দূৰলৈকে পানী হিলৈৰ মাত শুনা যায়। এটা বৰমেজি আৰু এটা সৰু মেজি নাম দি দুটা মেজি সজা হয়।

মেজিৰ কাষত সৰুকৈ এটা ৰান্ধনি ঘৰ আৰু কাষত ডাঙৰকৈ এটা ভোজৰ ঘৰ, বাঁহৰ খুঁটাৰ ওপৰত চালি আঁকাৰে প্ৰস্তুত কৰি তৰপাল কলপাতেৰে ওপৰত আৰু চাৰিওফালে বেৰ দিয়া হয়। উৰুকাৰ দিনা আবেলিৰপৰা নানা উলহ-মালহেৰে সন্ধিয়াৰ ভোজৰ বাবে আয়োজন চলে। গাঁৱৰ চেঙেলীয়া আৰু কিশোৰ কিশোৰীহঁতে ঘৰে ঘৰে গৈ চাউল আৰু পইচা সংগ্ৰহ কৰে। ডেকাসকলে মেজিৰ বাবে ৰান্ধনিঘৰ, ভোজৰ ঘৰ, বৰমেজি সৰু মেজি আদি

বিমল পাৰি ওখৰকে সজাত ব্যস্ত হৈ পৰে।

গাঁৱৰ জীয়ৰী-বোৱাৰীসকলে পুৱাবেলৰা ঘৰ মোছা, কাপোৰ ধোৱা, পিঠা খুন্দা আদি কামত ব্যস্ত হৈ পৰে। প্ৰায়বিলাকেই দুই তিনিদিনৰ আগৰ পৰাই নদী, পুখুৰী আদিত ঘৰৰ গোটেই কানি-কাপোৰ ধুই চাকাকৰি মুৰি, চিৰা, সান্দহ, কোমল, চাউল আদি যাহ পৰেক জুৰি, আলহী, সুখিবপৰাকে যোগাৰ কৰি লয়। উৰুকাৰ দিনা আবেলিৰ লগে লগে ঘৰৰ বোৱাৰী-গৃহিণী আদিয়ে বিভিন্ন ধৰণৰ পিঠা-পনা ভজাত ব্যস্ত হৈ পৰে। ছোৱালীসকলে মেজিৰ তলত ৰাতিৰ ভোজৰ বাবে শাক-পাচলি কটা, চাউলধোৱা, পাত-পটুৱা ধোৱা আদি কামত ব্যস্ত হৈ পৰে। সন্ধিয়া সকলো গাঁৱৰ বুঢ়া-মেথা, লৰা-ছোৱালী গোট খোৱাৰ পাছত এজনে হৈ ধৰনি দি সকমেজি জ্বলাই দি সকলোৱে জুই পুৱায়। সেইখিনি সময়তে ল'ৰা আৰু ছোৱালী কিছুৰে দল বান্ধি ঘৰে ঘৰে গৈ ছল-চাতুৰী কৰি বাৰীৰ শাক-পাচলি, আলু আদি চুৰ কৰি আনি মেজিৰ ভোজত লগায় আৰু আলু-কচু আদি মেজিৰ জুইত পুৰি খায়। ভোজ ৰন্ধা সমাপ্ত হোৱাৰ পাছত প্ৰথমতে ল'ৰা-ছোৱালী আৰু পুৰুষসকলক ভোজৰ ঘৰত শাৰী শাৰীকৈ বহিবলৈ দি প্ৰত্যেকৰে সন্মুখত ভাত আৰু ভাজি দিবৰ বাবে বহল কলপাত আৰু পাতখিলাৰ সোঁফালে একোটাকৈ কলপটুৱাৰ দোং দাইল লবৰ বাবে দিয়া হয়। ভাগে ভাগে চেঙেলীয়া ল'ৰাইঁতে নিমখ-জলকীয়া, ভাত-দাইল, ভাঁজি, আদি প্ৰতিজনৰ আগে আগে দি যায়। তেওঁলোকৰ খোৱা শেষ হলে ছোৱালী-বোৱাৰী আৰু গৃহিণীসকল খাবলৈ বহে। ভিন্ন জন-বসতিৰ গাঁও সমূহত ভিন্ন ভিন্ন নিজস্ব নীতি নিয়ম থকাৰ বাবে সাধাৰণতে সকলোৱে খাব পৰাকৈ কোনো দুই তিনিজন চেঙেলীয়া ল'ৰাক বান্ধনি নিৰ্বাচন কৰি লয়; আৰু প্ৰয়োজন সাপেক্ষে সুকীয়া পাগৰো ব্যৱস্থা কৰা হয়। কিন্তু খোৱাৰ সময়ত সকলোৱে দেখা-দেখিকৈ ৰং-তামচাৰ মাজেৰে ভোজৰ ভাত খায়। খোৱা-বোৱাৰ শেষত বৃদ্ধ পুৰুষ আৰু মহিলাসকল মেজিৰ জুই পুৱাই ঘৰা-ঘৰি যায়গৈ। চেঙেলীয়াসকলে বনমেজি ৰখীয়াহে গোটেই ৰাতি ৰং-তামচা কৰি ঢোল-তাল বজাই মেজিৰ তলত জুই পুৱাই শেষ ৰাতিলৈ যাব ঘৰত যি পায় চুৰ কৰি আনি মেজিৰ জুইত পুৰি খায়; আৰু বাঁহৰ জেওঁৰা-জপনা-নঙলা আদি শুকান বাঁহবোৰ চুৰ কৰি মেজিত গোযে। সুবিধা বুজি মাঘবিহুৰ ধেমালি হিচাবে লৰাঁহতে ইঘৰৰ গৰু নি সিঘৰৰ গোহালিত বান্ধি থয়। মেজি ৰখীয়াসকলৰ পৰা হ'ব পৰা চোৰৰ ভয়ত প্ৰায়বোৰ গৃহস্থই সাৰে থাকি শাক-পাচলিৰ বাৰী, পুৰণা জেওঁৰা-জপনা আদি ৰখীয়া হৈ থাকে।

গোটেই ৰাতি মেজি ৰখীয়াইতে ঢোল-তাল বজাই হে হুৱা কৰি গোটেই পৰিবেশটোকে ৰজন-জনাই ৰাখে। ইখন গাঁৱৰ হিয়ে হৈ-হাল্লাৰ শব্দ সিখন গাঁৱলৈকে শুনা যায়। ৰৰমেজি ৰখি থকাৰ উদ্দেশ্য হ'ল ৰাতি আনন্দ ফুৰ্তিৰ মাজত গাঁৱে গাঁৱে ঘূৰি ফুৰা ডেকাইতে ৰখীয়া নোহোৱা মেজি পালে ৰাতিতে জ্বলাই দিয়াৰ ভয় থাকে যাবে সকলোৱে নিজৰ নিজৰ মেজি পুৱালৈকে ৰখি থাকে। কাহিনী পুৱাৰ লগে লগে প্ৰতিঘৰে ঘৰৰ গুৰুজনাই তামোল-পাণ, লাগনি গছ, ঘৰৰ মূলখুটা আদি কেইবাডালো ধানখেৰ প্ৰকাই বীজৰ বটি ৰমুণ কৰি বান্ধে আৰু বাৰীৰ চাৰিওফালে মাটিৰ চপৰা দলিয়াই মাঘ ঐ মাঘ, আমাৰ ঘৰ-বাৰী ৰাখ, গছ বাজোতে গঙ্গাস্নান কৰিবলৈ যাব নালাগে, ইয়াতে বজ্ৰভৰি লাগ, আদি নিজস্ব পৰম্পৰাৰে বছৰটোলৈ অপায়-অমঙ্গল দূৰ কৰে।

ৰাতিপুৱা প্ৰথমতে এজন চেঙেলীয়া লৰাই গা ধুই আহি তিতা তিয়ানেৰে তামোল-পাণ আৰু এসিকি পইছা মেজিলৈ আগলি কলপাতত আগবঢ়াই ৰৰমেজিত জুই দিয়ে আৰু লগৰীয়া সকলে "জয় হৰি বোলা, জয় ৰাম বোলা, আমাৰ ৰৰমেজি দপ্ দপকৈ জ্বলিব লাগে" বুলি হৈ ধ্বনি দিয়ে। সেই হৈ ধ্বনিৰ শব্দ শুনি ঘৰত শুই থকাসকলে লৰা-সৰিকৈ ঢাৰি-পাটী এৰি গা-পাধুই (কোনোৱে নোধোৱাকৈ) আহি মেজিৰ কাষত সেৱা জনাই দুই এঘৰে যোগান ধৰা মাহ কৰাই, পিঠা-পনা, চাহ আদি খাই জুইত হাত-ভৰি সেকি বছৰটোৰ জাৰ খেদে; আৰু চেঙেলীয়া সকলৰ মাজত যুঁজ লগাই বীৰত্বৰ প্ৰমাণ ছোৱা, গল্প আদি কৰি ৰ'দ ওলোৱাৰ পাছত ঘৰাঘৰি হয়।

মাঘবিহুত সাধাৰণতে উৰুকাৰদিনা, মানুহৰ বিহুৰ দিনা আৰু গোঁসাই বিহুৰ দিনা, এই তিনিটা দিনত দুপৰীয়া ভাত নাখাই জা-জলপান খোৱা হয়। বিহুৰ প্ৰথমদিনা গা-পা ধুই নতুন কাপোৰ পিন্ধি সকলোৱে ডাঙৰক সেৱা জনাই জা-জলপান খায়। কোনো কোনো গাঁৱত গাঁৱৰ মুখীয়াল মানুহজনৰ ঘৰত গাঁৱৰ বৃদ্ধসকল একেলগে বহি জা-জলপান, পিঠা-পনা আদি খায়। দিনটো গাঁৱৰ ইঘৰৰ মানুহে সিঘৰত জা-জলপান, পিঠা-পনা আদি খায় ফুঁৰোতে নিজৰ ঘৰত খাবলৈ আহৰি নোপোৱাৰ দৰে হয়। দিনত ভাত নোখোৱা কেইদিন ৰাতিৰ সাঁজ সোনকালে ৰান্ধি খাই বৈ বিচনাত পৰে। এনেকৈ সপ্তাহ, পৰেকদিনলৈ ঘৰে ঘৰে জা-জলপান, পিঠা-পনা আদি খোৱাৰ কাৰ্য্য চলি থাকে।

কোনো কোনোৱে জা-জলপান, পিঠা-পনা আদি খাই বেয়া পোৱা সকলক মাতি, বিহুৰ তিনি চাৰি দিন মানৰ পাছৰ পৰা পৰেকদিনৰ ভিতৰত,

মাহ-মাংসে আদিৰে ভাতবো যো-জা কৰে। আমি আমাৰ কাষৰ চুবেৰী ককাইদেউহঁতৰ ঘৰত বিহুৰ এসপ্তাহমানৰ পাছত হাঁহৰ মাংসেৰে মাঘবিহুৰ ভাত খোৱাৰ কথা আজিও ভালদৰে মনত পৰে।

এনেদৰে (অনুমানিক ১৯৬৫ চনৰ আগে-পাছে) মাঘবিহু বুলি কলে আমাৰ আনন্দৰ সীমা নাছিল। কাৰণ বিহু বুলি কলেই আমাৰ গাঁৱৰ পৰা চাৰি-পাঁচ কিলোমিটাৰমান দূৰৰ জকিহুনি মিছিং গাঁৱৰ গাঁওবুঢ়া, গাম-দাইটিয়ে (দেউতাক ককাইদেউ বুলি সম্বোধন ধৰে বাবে আত্মীয়তাৰ ভাবত আমি দাদাইদেউ বুলি নামাতি দাইটি বুলি মাতিছিলো) নিজৰ হাতীত উঠি গাঁৱৰ মাজে মাজে আহি নিজৰ খুটি গৰু আৰু ম'হৰ খাটিৰ দৈ গাখীৰ লৈ আহি আমাৰ ঘৰত দি চাহ-পিঠা খাই যোৱাৰ সময়ত তামোল-পাণ অলপ লৈ গৈছিল। গাম-দাইটিয়ে দৈ অনা ডাঙৰ ডাঙৰ জগ কেইটাত যোৱাৰ সময়ত তামোল-পাণ ভৰাই দি পঠাবলৈ আমি যেন আগ্ৰহেৰে বাট চাই থাকোঁ।

মোৰ ভালকৈ মনত আছে, গাম দাইটিৰ এখন ভৰি আনখন ভৰিতকৈ যথেষ্ট শকত আছিল। মানুহজনৰ প্ৰতি আমাৰ ঘৰখনৰ প্ৰত্যেকৰে কিমানযে শ্ৰদ্ধা আৰু ভক্তিৰ ভাব আছিল, বুজাব নোৱাৰি। সেয়া কেৱল গাম দাইটিয়ে বিধে বিধে অনা গৰু-ম'হৰ দৈ গাখীৰ বা গাম দাইটিয়ে বিধে বিধে অনা গৰু ম'হৰ দৈ গাখীৰ বা গাম দাইটি আহিলে হাতীত উঠিবলৈ পোৱা আনন্দৰ বাবে নাছিল; গহীন-গম্ভীৰ ভাবে মানুহজনে হাতীটো বহঁশ কৰি, তাৰ পিঠিৰ পৰা নামি অহাৰ এক অপূৰ্ব দৃশ্য আছিল। এনেয়ে নাহিলেও বিহু বুলি গাম দাইটি আমাৰ ঘৰলৈ আহিবই। হয়তো বিহুৰ বতৰত ভাল দৈ গাখীৰ ককায়েকৰ পৰিয়ালটোক যোগান ধৰা গাম দাইটিৰ দায়িত্ব আছিল এই ভাবত। এতিয়া ভাবি আচৰিত লাগে গাম দাইটি আমাৰ ঘৰলৈ আহি হাতীৰ পিঠিৰ পৰা নামিয়েই গাখীৰৰ জগ আমাৰ ঘৰৰ কোনোবা এটাৰ হাতত দি ভঁৰাল ঘৰৰ আগত থকা কাঠৰ বহলপিৰা সদৃশ তক্তা এখন নিজেই হাতত লৈ চোতালৰ মূৰত বহি দেউতাৰ লগত মেল পাতিছিল। সেইখিনি ঠাইতে মায়ে গৈ চাহ-পিঠা দি গোটা তামোল-পাণ আগবঢ়াই দিছিল; আৰু গাম দাইটিয়ে নিজে কাটি খাইছিল। ঠিক তেনেদৰে বিহু বুলি আমাৰ দেউতাই গাম দাইটিৰ ঘৰলৈ যাবীৰ তামোল-পাণৰ টোপোলা এটা লৈ যোৱাটো নিয়মৰ নিচিনা আছিল। আৰু দেউতাইও গাম দাইটিৰ ঘৰত গৈ চোতালৰ মূৰত বহিয়েই গাম-দাইটিৰ লগত মেল কৰি গোটা তামোল-পাণ কাটি খাই ঘৰলৈ আহিছিল। আমি ভাবিব

নোবাবিছিলোঁ, আচলতে মিছিং বুলি দেউতাই গাম দাইটিক ঘৃণা কৰি চোতালৰ মূৰতে আপ্যায়নৰ ব্যৱস্থা কৰে নে গাম দাইটিয়ে কাৰণে বুলি দেউতাক ঘৃণা কৰি চোতালৰ মূৰত আপ্যায়নৰ ব্যৱস্থা কৰে। কিন্তু গাঁৱৰ ৰবমোৰি দেউতা আৰু মিছিং গাঁৱৰ গাঁওবুঢ়া গাম দাইটিৰ মাজৰ সম্পৰ্ক আৰু গাঢ় বন্ধুত্বতাই সেই প্ৰক্ৰিয়াটোক সম্মান সহকাৰে, সহজভাৱেই গ্ৰহণ কৰা যেন লাগিছিল। গাম দাইটি ঢুকোৱাৰ পাছত সেই চেনেহ, শ্ৰদ্ধা আৰু প্ৰীতিৰ ভাব ক্ৰমান্বয়ে লাহে লাহে কমি আহিবলৈ ধৰিলে। বৰ্তমান গাম দাইটিৰ পৰিয়ালৰ লগত আমাৰ তেনে কোনো গাঢ় সম্পৰ্ক নাই যদিও চা-চিনাকি একেবাৰে শেষ হৈ যোৱা নাই।

কেৱল গাম দাইটিৰ সৈতে থকা সম্পৰ্ক শেষ হৈ যোৱাই নহয়, যুগৰ পৰিবৰ্তনৰ লগে লগে মানুহৰ মনবোৰো যেন পৰিবৰ্তনৰদ্বাৰা লাহে লাহে সংকোচিত হৈ আহিবলৈ ধৰিছে। বৰ্তমান গাঁৱে গাঁৱে ৰাজহৱাকৈ আয়োজন কৰা মাঘবিহুৰ উলহ মালহো কমি আহিছে। কিছুমান গাঁৱত ৰাজহৱাকৈ মাঘবিহুৰ ভোজৰ আয়োজন কৰাৰ পৰিবৰ্তে নিজৰ নিজৰ পৰিয়ালৰ মাজতে সাধাৰণভাৱে মেজি সাজি বা নিজৰ চোতালৰ মূৰত অলপ খৰিৰ জুই পুৰাই ঘৰতে ভাত খাই সামৰি থয়। আগৰদৰে সৰু-বৰ নিৰ্বিশেষে প্ৰত্যেকেই প্ৰত্যেকৰ ঘৰত মাঘবিহু খাবলৈ যোৱা নিয়মৰ পৰিৰ্বতে অতিকে ভাল লগা মানুহৰ ঘৰলৈহে বিহু খাবলৈ বুলি এপাক মৰাৰ নিয়ম হবলৈ ধৰিছে। এই প্ৰক্ৰিয়া অব্যাহত থাকিলে নাওবৈচা অঞ্চলত মাঘবিহু উৎসৱটো ক্ৰমান্বয়ে সংস্কৃতিৰ পৰিবৰ্তে সময়তগৈ ঘৰুৱা সাধাৰণ উৎসৱ, আজিকালিৰ বাৰ্থ দে ( Birth day), মেৰেজ দে (marriage day) আদিৰ দৰে ঘৰুৱা উৎসৱলৈহে অৱনমিত হবগৈ যেন আমাৰ অনুমান হয়। □

# (৬) ডিমৰীয়া অঞ্চলত মাঘবিহু

শ্ৰীমুকুন্দ দে

মাঘ বা ভোগালী অসমীয়া সংস্কৃতিৰ সৈতে নিবিড়ভাৱে জড়িত। মাঘবিহু উত্তৰ ভাৰতত মাঘ সংক্ৰান্তি হিচাপে বিশেষভাৱে পৰিচিত। মাঘ বিহু বিশেষভাৱে খেতিৰ লগত জড়িত। এই সময়ত অসমৰ মানুহে শালি খেতি চপাই উঠে। অসমৰ খেতিয়কে শস্য চপাই লোৱাৰ আনন্দত মাঘ বিহু উৎসৱ উদ্‌যাপন কৰে। মাঘৰ বিহু, ভোগৰ বিহু, সেয়েহে ইয়াক ভোগৰ বিহুও বোলা হয় আৰু ই অসমীয়াৰ মাজত "ভোগালী বিহু" হিচাপে বেচ জনপ্ৰিয়।

যদিও অসমৰ সকলো প্ৰান্তত ইয়াক উদ্‌যাপন কৰা হয়, তথাপি ঠাই বিশেষে এই সংস্কৃতিৰ বৈশিষ্ট্য বিৰাজমান। সেয়েহে আমাৰ এই লেখাত ইয়াৰ বৈশিষ্ট্যপূৰ্ণ সংস্কৃতি ঐতিহ্যমণ্ডিত ডিমৰীয়াত কেনেদৰে বিভিন্ন জনগোষ্ঠীৰ মাজত উদ্‌যাপিত হৈ আহিছে তাৰেই এটি চমু আভাস আমি দাঙি ধৰাৰ চেষ্টা কৰিম।

ডিমৰীয়া এক ঐতিহাসিক মধ্যযুগীয় ৰাজ্য। চৌপাশৰ শাৰী-শাৰী পাহাৰৰ মাজৰ সমতল ভাগত অৱস্থিত। এই অঞ্চলৰ প্ৰায় ৯৫% লোকেই কৃষিজীৱী। কৃষিজীৱী মানুহৰ বাবে "ভোগালী বিহু" ভোগৰ উৎসৱ। ভোগালী বিহু বুলিলে "মেজি"। চৌপাশৰ শাৰী-শাৰী পাহাৰৰ পৰা বাঁহ কাটি আনি মেজি প্ৰস্তুত কৰা হয়। যাতে মেজিৰ বাঁহবোৰ সময়ত শুকাই জ্বলাবৰ উপযুক্ত হয়, তাৰ কাৰণে বিহুৰ পধেক দিন আগতে গাঁৱৰ ৰাইজ নামঘৰ বা ৰাজহুৱা স্থানত গোট খাই বাঁহ কটাৰ দিন স্থিৰ কৰে। বাঁহ কাটিবলৈ যোৱাৰ আগতে "তিৱা" সকলে "ৰৰভাজনি" (বন-ভাজনি) পূজা বন দেৱতালৈ আগবঢ়ায়, যাতে কোনো বিপদ-আপদ নহয়। এই পূজাৰ কাৰণে প্ৰয়োজনীয় কল, তামোল-পাণ আদি সকলো বস্তু চুৰ কৰিহে অনা হয়। বৰো সকলৰ মাজতো বাঁহ কটাৰ আগতে গৰখীয়া পূজা কৰা দেখা যায়। কিন্তু চুৰ কৰা কাৰ্য্য তেওঁলোকৰ মাজত দেখা নাযায়।

বাঁহ কাটি আনি বিহুৰ কিছুদিনৰ আগতে মেজি সজা হয়। মেজিক ডিমৰীয়াৰ মানুহে ভেলাঘৰ বুলি কয়। সেয়েহে ভোগালী বিহু ভেলাঘৰৰ বিহু হিচাপেহে বেছি জনাজাত। মেজি সাঁজোতে মেজিৰ মূল বাঁহ ডাল বা লাই

বাঁহ সংস্থাপন কৰোঁতে তামোল-পাণৰ বটা দি সেৱা কৰিহে সংস্থাপন কৰা হয়। ভেলাঘৰ কেইবা প্ৰকাৰেও প্ৰস্তুত কৰা দেখা যায়; ৰাণী ভেলাঘৰ, ৰাজকী ভেলাঘৰ ৰজা-ৰাণী ভেলাঘৰ, গৰখীয়াসকলৰ ভেলাঘৰ, গাঁওবুঢ়াৰ ভেলাঘৰ ভোজঘৰ, চাঙিমৰা, আদি। ভোজ ঘৰত ভোজ আৰু চাঙিমৰা নাচ-গানৰ কাৰণে আৰু ৰাতি ৰখাৰ বাবে ব্যৱহাৰ কৰা হয়। নাচ-গান মানে "জালি লাং" নৃত্য-গীতহে। কাৰ্বিসকলে চাঙিমৰাক কেনতুলক আৰু বৰোসকলে গজাঁখৰ বুলি কয়। বিহুৰ এসপ্তাহ ধৰি গাঁৱৰ ডেকা ল'ৰা অথবা বৃদ্ধসকলে ভেলাঘৰত শুৱলে যায়। ইয়াকে ভেলাঘৰ ৰখা বুলি কোৱা হয়। আনহাতে, সেই সময়ছোৱাত সান্দহ, চিৰা খুন্দাৰ কাৰণে জীয়ৰী-বোৱাৰীৰ মাজত উৎসাহ-মাখলৰ, কলগে আপুৰুগীয়া ঢেকীৰ শব্দই নাচোন চৰায়। উৰুকাৰ আগদিনাৰ শেষ ৰাতি অৰ্থাৎ দোক্-মোকলিতে ভেলাঘৰৰ ফুল আদিৰে সজাই-পৰাই তোলা হয়। অৰ্থাৎ ভেলাঘৰৰ মূৰত মুকুট আঁৰি দিয়া হয়। মুকুটটো কলফুল, ফুল আৰু বাঁহেৰে সজা হয়। ধনুৰ আকৃতিৰ দুপদ যতনক লগ লগাই তাত পাঁচটা কলফুল গুজি দিয়া হয়। ধনুৰ আকৃতিৰ এই যতন কেইপাতক "চিতিকা" বুলি কোৱা হয়। এই চিতিকাত দিয়া মাজৰ কলফুলটো সাধাৰণতে ৰাজমুকুটৰ দৰে ভেলাঘৰৰ মূৰত জিলিকি থাকে। জনগোষ্ঠীসমূহৰ এই ৰাজমুকুটত চৰাই পাখি-গুজি দিয়াৰ নিয়মো আছে। ইয়াত ব্যৱহৃত ফুলবোৰ চুৰ কৰি অনাটো এটা সময়ত গাঁও বিশেষ নিয়মৰ ভিতৰত আছিল। মুকুটৰ তলত কল পটুৱাৰে ভেলাঘৰৰ গলত "টাই" মাৰি দিয়াটো "চাহ" জনগোষ্ঠী, ৰাভা, তিওৱা, বৰো আদি সম্প্ৰদায়ৰ মাজত দেখা যায়।

উৰুকাৰ দিনা ৰাতিপুৱাই ডেকা-বুঢ়া সকলোৱে মাছ মাৰিবলৈ বিলৰ পাৰত গোট খায়। উৰুকাৰ দিনা বিলত মাছমৰা এটা ৰজাদিনীয়া পৰম্পৰা। ডিমৰীয়া ৰজাৰ নজন কৰতলীয়া পোৱালী ৰজা আছিল বুলি জনা যায়। এই ৰজাসকলক, পাৰশালি বিলখন নিজৰ ভিতৰত ৰাখি বাকী বিলসমূহ, যেনেঃ জালিমৰা, ৰমানী, আদি পোৱালী ৰজাসকলৰ মাজত ভগাই দিয়া হৈছিল। এই বিল সমূহত উৰুকাৰ দিনা সমূহীয়া ভাবে মাছ মৰা এটা পৰম্পৰা। উল্লেখনীয় যে, এই মাছমৰা পৰম্পৰাৰ মাজত বিশেষ নীতি-নিয়ম বান্ধ খাই আছে। ৰাতিপুৱাই ৰজা বা সেনাপতিয়ে গা-পা ধুই, ফুল তুলি ন-হতীয়া তামোল বটা (তামোল নটা আৰু পাণ মখোৰ) আগপাতত ৰখা হয়। তামোল বটা কাৰ্বি নিয়মেৰে "নুমপে আৰমুত" এচুঙা মদ ঢালি-ঢালি কনবাঁহৰ টঙালেৰে ৰখা হয়। ইয়াৰ পিছতে ঢোলে-ডগৰে ৰজাই বাহি দিয়া গাঁৱৰ বাইজে মিলি ৰজাক বিলৰ

পৰালে আদৰি নিয়ে। আদৰি নিওঁতে "লালিলাং " গীতৰ সুৰে সুৰে লালিলাং" বুলি কোৱা হয়। বিলৰ পাৰত আগতে বিনিময় মেলা বহা দেখা গৈছিল। বিলৰ পাৰত আগতে বজাৰ ঘৰত বন্ধা তামোল-পাণ বিল দেৱতালে (বিভিন্ন বিলত বিভিন্ন দেৱতা, যমানীত বামুণ-বামুণানী, পাকশালিত পঞ্চ দেৱতা আদি) আগবঢ়াই সেৱা কৰাৰ পিছতহে বাইজে মাছ মৰাৰ অধিকাৰ পায়। বিলত পূজা আগনবঢ়োৱালৈকে বাইজ বৈ থকা দৃশ্য দেখিলে বাইজৰ সামাজিক বান্ধোনৰ প্ৰতি থকা দায়বদ্ধতাত আচৰিত হ'ব লাগে। মাছ মৰাৰ আগমুহূৰ্তত "লালিলাং" গীত আৰু নৃত্যই বিলৰ পাৰ মুখৰিত কৰে। এই নৃত্য-গীতত ঢোল-তাল, পেপাঁ, কালি, থকা (টকা), খল চৰাই, পল, জাল আদি ব্যৱহাৰ কৰা হয়, উল্লেখযোগ্য যে অঞ্চলটোত উৰুকাৰ দিনা লালিলাং গীত গোৱাতো কোনো অপৰাধ বুলি গণ্য কৰা নহয়। বৰঞ্চ ই উৰ্ব্বৰা শক্তিৰ বাহক হিচাপে আদৰি লোৱাহে হয়। ভেলাঘৰত ৰাতি ৰখিবলৈ যোৱা মানুহখিনিৰ মাজতো উৰুকাৰ প্ৰায় একসপ্তাহ আগৰপৰা এই গীতৰ কলি ভেলাঘৰৰ চাৰিবেৰৰ মাজত শুনা যায়; যদিও বাহিৰত ই সামাজিকভাৱে বৰ্জিত। লালিলাং গীতৰ কেইটামান কলি তলত মাৰ্জিত ৰূপত দাঙি ধৰা হ'লঃ

*তয়ে আইকণ ধাপাক-পাক*
*পৰাশালিত জাকে বাক*
*কৰভনত চেতুৰৈ থাক।।*

***

*অমৰা নথৰি দমাই*
*অমৰাৰ তলতে ধৰিম গৰামাৰি*
*বাপেৰে বুলিব জওাই।।*

***

*ঐ কেলা হৰি ভকত*
*তামোল কাটং চ'লাৰ জেপত*
*কটাবীখন হেৰাই গ'লে ঐ বাটত*
*বেয়া কথা নকবি ঐ ঘৰত*
*হাঁ ঐ ..................!!*

এই গীতসমূহৰ লগত সৰুভৰ "নাঙেলী" গীতৰ মিল থকা দেখা যায়। যদিও গোভা-তিমৰীয়াৰ এই গীতসমূহ মাঘৰ বিহু-বিহু গীতহে। বহাগ বিহুৰ বিহু গীতৰ সৈতে ইয়াৰ পাৰ্থক্য সুস্পষ্ট।

মাঘ মাৰি আহি বাইজে ভেলাঘৰত গোট খায়হি। ইয়াতে বাইজে মিলি ভোজ খায়। ৰাজনীয়ে ৰাজনী শালত সোমোৱাৰ আগতে কোনো কোনো ঠাইত এটা ভেলাঘৰ জ্বলাইহে ভোজ খোৱা কাৰ্য্য আৰম্ভ কৰে। এই ভেলাঘৰক ৰাজনী ভেলাঘৰ বা পানী ভেলাঘৰ বোলে। সাধাৰণতে পানীৰ ডোঙৰ কাষত ইয়াক বন্ধা হয় কাৰণে ইয়াক পানী ভেলাঘৰ বোলে। কাৰ্বি সকলে ইয়াকে "লাংকাছেলোক পুজি" বোলে। ৰাজনীয়ে খাবৰ খোৱাৰ আগতে গা-ধোৱাটো নিয়ম। সম্ভৱতঃ ডোঙৰ পানীত গা-ধুই পুহ মাহৰ ঠেঁচেৰা লগা শীত এই ভেলাঘৰৰ জুলায়ে আঁতৰাই পঠিওৱা হয়। ইয়াক জ্বলোৱাৰ পিছতেই আৰু ভোজ হৈ নুঠাৰ আগতে গৰখীয়াসকলে ঘৰে-ঘৰে পিঠা খুজি খায়। কিন্তু মাজ গাঁৱত উৰুকাৰ দিনা কোনো মেজি জ্বলোৱা নহয়। বাইজে সাময়িকভাবে ভোজ খাই উঠি পিছদিনাহে ভেলাঘৰ জ্বলোৱা হয়। অৱশ্যে বাকী গাঁওবোৰতো মূল ভেলাঘৰ জ্বলোৱা হয়। অৱশ্যে ৰজা-ৰাণী ভেলাঘৰকহে মূল ভেলাঘৰ হিচাপে গণ্য কৰা হয়। ভোজৰ আগভাগ ভেলাঘৰবোৰক সন্মান সহকাৰে দিয়া হয়। কাৰবি, তিওৱা, আদি জনগোষ্ঠীয়ে সেয়েহে গাহৰী-চৰাই আদি ৰজা-ৰাণী ভেলাঘৰৰ সন্মুখত কাটে। ভেলাঘৰ পিছদিনা জ্বলোৱাৰ সৈতে এক কাহিনীও জড়িত হৈ আছে। যিটো কাহিনী বয়োবৃদ্ধসকলৰ মুখত শুনা পোৱা যায়। ৰজা ভীষ্মকে হেনো তেওঁৰ মৃত্যুৰ আগতে বাইজক মৃতকৰ ভোজ দিছিল। সেয়েহে, বাইজে ভোজ খাই উঠিহে পিছদিনা কাউৰী পুৱাতে দুই ৰজা-ৰাণী ভেলাঘৰ দাহ কৰে। উল্লেখযোগ্য যে ভোজৰ ৰাতি সকলো ভেলাঘৰকে জীৱন্ত আকাৰত ধৰি ভোজৰ আগ ভাত আগবঢ়োৱাৰ লগতে কাৰবি, তিওৱা, বৰো আদি জনগোষ্ঠীয়ে তামোল-পাণ-মদ দি মুৰ্গী কাটি পূজা কৰে। দাহ কৰাৰ আগমুহূৰ্ত্ততো সেৱা এটা কৰি চাৰিওপিনে সাত (৭) পাক ঘূৰি জুই দিয়া হয়। ৰাতিপুৱা প্ৰথমতে গৰখীয়া ভেলাঘৰ আৰু সদৌ শেষত গাওঁবুঢ়াৰ ভেলাঘৰ জ্বলোৱাটো নিয়ম। যেনে ঃ গৰখীয়াসকলৰ ভেলাঘৰ গৰখীয়াই নিজে বুঢ়াসকলৰ ভেলাঘৰ বুঢ়াসকলে জলোৱাটো ইত্যাদি। উল্লেখযোগ্য যে ৰজা-ৰাণী ভেলাঘৰ জ্বলাওঁতে বৰ গৰখীয়াই নাঙঠ হৈ জ্বলোৱাটো এতিয়াও কোনো কোনো কাৰবি গাঁৱত আছে যদিও কিয় এনেদৰে জ্বলোৱা হয় তাৰ কাৰণ জনা নাযায়। মেজি জ্বলোৱাৰ পিছত যদি মেজি থিয়ই থাকে, যান মেজি থিয়ই

থাকে তেওঁলোকক তেনে হোৱাৰ বাবে দণ্ডিত কৰাটো কোনো কোনো গাঁৱত দেখা যায়। দণ্ড হিচাপে মদ, চৰাই আদি অসোৱা হয়। মুকলাওঁতে চাৰিওফালে লালিলাং গীত-নৃত্য, ঢোল-পেঁপা, তাল, খকা ঘুৰি-ঘুৰি (চেকা) নচোৱাটো দেখা যায়। জনজাতিসকলে খলচৰাই আদিও নচোৱাটোও দেখা যায়। লোকবিশ্বাস মতে সেইদিন মুহিঁৰে কেটি বা গলত ল'লে ৰোগ-ব্যাধি নাইকিয়া হয়। সেয়েহে সেইদিনা-সেজি পোৱাৰ পিছত লাই বাঁহৰ মুহি শ্ৰদ্ধাসহকাৰে লোৱা দেখা যায়। তিৱাসকলৰ মাজত ভেলাঘৰৰ পৰা উলি যোৱা বৃহৎ মুহিৰ খণ্ডখৰি লাই বাঁহৰ মুহিৰ লগত মিলাই খোঁট লোৱা দেখা যায়। কোনো কোনো ঘৰো, তিওৱা গাঁৱত ভেলাঘৰ পোৱাৰ অৱশিষ্টখিনি আনি পানীত চাং বান্ধি ভীমক ৰজাক পিণ্ড দিয়া এটা উল্লেখযোগ্য আৰু বৈশিষ্ট্যপূৰ্ণ সংস্কৃতি। তেওঁলোকে ৰাতিৰে পৰা ৰাখি থোৱা ভাত আৰু তামোল-পাণ, চাকি দি এই পিণ্ড আগবঢ়াই উটুৱাই দিয়ে। পিছত ভেলাঘৰৰ অৱশিষ্ট বাঁহ আনি ঘৰৰ-বাৰীৰ ফল-মূল, কোমোৰা-লাউ আদিত দিয়া হয়। ইয়েই হেনো উৰ্ব্বৰা শক্তি বৃদ্ধি কৰে। কিছুমানে গছবোৰত ইয়াৰে কোবোৱাও দেখা যায়।

প্ৰণিধানযোগ্য যে সেইদিনাৰপৰা গো-সমাজক মুকলি কৰি দিয়া হয়। কাৰণ সেই সময়ত শস্য চপাই মানুহে শেষ কৰে আৰু মৰণা মৰা কাৰ্য্যও নাথাকে। ৰাতিপুৱাই সকলোৱে গৰুবোৰৰ গাত, শিঙত তেল ঘঁহি দি ভেলাঘৰলৈ আনি বৈ যোৱা ভোজৰ ভাত খাব দিয়া হয়। আৰু তাৰ পৰাই গৰু-ম'হ আদিক ৰাজহুৱাভাৱে মুকলি কৰি দিয়া হয়। এইখিনিতে উল্লেখ কৰিব পাৰি যে যদি গৰখীয়াই গৰু খুলিবলৈ, গোহালীত সোমাই গৰুবোৰ থিয় হৈ থকা দেখে তেনেহ'লে খেতিৰ বতৰত বৰষুণ হ'ব বুলি আৰু শুই থকা দেখিলে বতৰ খৰাং হ'ব বুলি কিছুমানে বিশ্বাস কৰে। আনহাতে, এই দিন খাই উঠি গৃহস্থই গৰখীয়া-মৰকীয়া আদিক সধাই (বিদায়) দিয়ে। ভৰা অনা গৰু থাকিলেও এই সময়ত মদ-তামোল বটাৰে কাৰৰিসকলে গৃহস্থৰ ঘৰত চমজাই দিয়েহি।

উৰুকাৰ দিনাখন ঘৰবোৰক এঁৰা সূতাৰে আৰু তামোল-পাণ নাৰিকল আদি গছবোৰক ধানখেৰেৰে টঙালি বন্ধাৰ দৰে বান্ধি দিয়া হয়। আনহাতে, কিছুমানৰ মতে এইবোৰ হেনো ৰাখ-জৰী (কবচ) হে, যাতে খৰালিৰ পাহাৰৰ জুই, বতাহ আদিয়ে মানুহক গৃহহাৰা কৰিব নোৱাৰে। মানুহৰ বিশ্বাস যে সেই সময়ত হেনো ঘৰবোৰ গঙ্গা (গংগা) চাবলৈ(স্নান কৰিবলৈ) যায়। গঙ্গা চাবলৈ যোৱা মানে বৈৰাগী হোৱা বুলি ধৰি লোৱা হয়। গতিকে ফল-ফুল আদি গছত

ফল নধৰে। সেয়েহে যাব নিদি এই জৰী অৰ্থাৎ কৰচেৰে বান্ধি থোৱা হয়। যি কি নহওঁক এই পৰম্পৰা ডিমৰীয়াৰ সমূহ জনগোষ্ঠীৰ মাজতেই দেখা পোৱা যায়।

ভেলাঘৰৰপৰা আহি জনগোষ্ঠীসমূহৰ বৃদ্ধসকলে নিজ-নিজ মৃতকৰ স্মৃতি তৰ্পণ কৰে। কাৰবিসকলে ইয়াকে চাৰ্কিদুং বা জতৰা চনা বোলে। মৃতকৰ উদ্দেশ্যে আগবঢ়োৱা সকলো বস্তু— মদ, জ-জলপান আদি পবিত্ৰভাৱে আহুতীয়াকে যোগাৰ কৰা হয়। তিওৱাসকলৰ কিছুমে ভেলাঘৰ জুলাই, জুইৰ ফেঁট লৈ আহিয়েই ঘৰে-ঘৰে ঢোল-কালি, খল-চবাই লৈ নাচি ফুৰে। নৃত্যৰ শেষত সকলোৰে মিলি ভোজ খায়। আনহাতে, ডেকেৰীয়া লৰাবোৰে ভেলাঘৰৰ পৰা আহি পহু (হৰিণ, শহা আদি) চিকাৰলৈ যায়। ই এক পৰম্পৰা, যিটো জনগোষ্ঠীসমূহৰ মাজত এতিয়াও বিৰাজমান। আবেলি হিন্দুধৰ্ম গ্ৰহণ কাৰী মানুহে নামঘৰত ধৰ্মসভা পাতে আৰু জনজাতীয় লোকসকলে ঘৰে-ঘৰে বিহু খাই ঘূৰি ফুৰে। আনহাতে কিছুমান গাঁৱত ডেকা-গাভৰুৱে সেইদিনা আবেলি দবল-মুৰি, টাং-গুটি, ভন্টা-গুটি আদি স্থানীয় খেল খেলা দেখা যায়। যদিও বৰ্তমানে ই প্ৰায় লুপ্ত। কিন্তু আন কিছুমান কাৰবি গাঁৱত আকৌ ডেকা-গাভৰুৱে মিলি ভেলাঘৰ জ্বলোৱা স্থানতে ভোজখোৱা দেখা যায়। ইয়াক কহতেই গৰখীয়া ভোজ বা বালিভোজ বুলি কয়। উল্লেখযোগ্য যে ভেলাঘৰৰ ভোজত জীয়ৰী-বোৱাৰী যোৱাটো সামাজিকভাৱে বৰ্জিত। তথাপি দুই-চাৰিখন গাঁৱত জীয়ৰী-বোৱাৰীৰে মিলি-জুলি খোৱা নতুনকৈ দেখা গৈছে। গৰখীয়া ভোজৰ কাৰণে, বিচাৰ কৰি অনা চিকাৰ আৰু ভেলাঘৰৰ ভোজৰপৰা ৰাখিথোৱা মদ, চাউল আদিৰে ভোজ খোৱা হয়। সম্ভৱতঃ ভেলাঘৰৰ ভোজত নাৰী বৰ্জিত হোৱা হেতুকে এই পৰম্পৰাই গঢ় লৈ উঠে। গৰখীয়াসকলে ভালুক, ম'হ খেদি পোৱা চাউলপাত এই ভোজতে খৰচ কৰাটো কিছুমান গাঁৱৰ এটা নিয়ম।

গধুলি জনজাতীয় বাইজে ঢোল, কালি, থকা (টকা),খল-চবাই আদি গাঁৱৰ মুৰব্বীৰ ঘৰত চমজাই দিব আহি মদেৰে আপ্যায়িত হোৱা দেখা যায়। সাধাৰণতে গোটেই দিনটো ভাত নাখাই উপবাসে থকাৰ বাবে গধূলিৰ সাজ আতোম-টোকাৰীকে মাছে-মাংসই ভাত খোৱাটো সকলো বাইজৰে এটা পৰম্পৰা।

অসমৰ বিভিন্ন প্ৰান্তত ভেলাঘৰ দাহনক অগ্নিপূজা হিচাপেহে গণ্য কৰা হয়। ডিমৰীয়াতো ইয়াৰ কিছু দিশ চালে, বাকী ঠাইৰ বিশ্বাসৰ লগত ইয়াৰ কিছু মিল থকা দেখা যায়। সাধাৰণতে ডিমৰীয়াৰ লোকে মেজিৰ জুইৰ তাপ

লৈ জুহেল (জুই শাল) এৰি দিয়ে। মেজিৰ জুইৰ তাপ নোপোৱাকৈ কোনোৱেও খিচনী ব্যৱহাৰ কৰিব নোৱাৰে বুলি জনবিশ্বাস এটা এতিয়াও থকা দেখা যায়।

কিন্তু সমগ্ৰ বিশ্বাস আৰু পৰম্পৰাৰ মাজত এতিয়াও অতীতৰ তুলনাত কাঁট মেলি অহা দেখা গৈছে। মেজি সজাৰ পৰিমাণ বাঁহ-কাঠৰ হ্ৰাস হোৱাৰ লগত ৰজিতা খুৱাই ইও হয়তো কমি আহিছে। উৰুকাৰ আগৰাতিৰ শাক-পাচলি আদি গৰখীয়াবোৰে ভেলাঘৰ ৰাখিবলৈ যাওঁতে চুৰ কৰি খোৱা কাৰ্য্যও গাওঁবোৰত কমি আহিছে যদিও নগৰমুখী ঠাইবোৰত ইয়াৰ দ্ৰুত-গতিত বৃদ্ধি হৈ পাইছে। ইয়াৰ মাজতে শাক-পাচলিৰ লগতে আন গৃহ-সম্পত্তি চুৰ কৰা প্ৰবৃত্তিয়ে আন এক নতুন (অপ) সংস্কৃতিৰ জন্ম দিয়া দেখা গৈছে। ■

*☆ প্ৰবন্ধটো লিখোতে শ্ৰীপ্ৰতাপ চন্দ্ৰ চৌধুৰীৰ 'ডিমৰীয়া ৰজাৰ গৰিমা';ৰ সহায় লোৱা হৈছে। ইয়াৰ বাহিৰেও এই প্ৰসংগত ডিমৰীয়া লোক-সংস্কৃতিৰ সাধক শ্ৰীমুৰলীধৰ দাসৰ সহায় আৰু ডিমৰীয়া বিভিন্ন প্ৰান্তৰ বিশিষ্ট ব্যক্তি সকলৰ সাক্ষাৎকাৰ গ্ৰহণ কৰা হৈছে। প্ৰবন্ধটোৰ প্ৰস্তুতিত বিশেষভাৱে সহায় কৰিছে তেজপুৰ কেন্দ্ৰীয় বিশ্ববিদ্যালয়ৰ পৰম্পৰাগত সংস্কৃতি আৰু পৰিবেশ্য কলা বিভাগৰ প্ৰাক্তন ছাত্ৰ শ্ৰীবিমল ডেকাই। প্ৰবন্ধটোৰ বিভিন্ন তথ্য সংগ্ৰহৰ ক্ষেত্ৰত দিহা-পৰামৰ্শ দিয়াৰ বাবে শ্ৰীপুতলী কায়স্থ আৰু শ্ৰীতিলোত্তমা ভূঞাৰো (জানটি) শলাগ হৈছোঁ।*

# (৭) দক্ষিণ কামৰূপ অঞ্চলত মাঘবিহু

শ্ৰীঘনেশ্বৰ কলিত,

পৰম্পৰাক ক্ৰমবৰ্দ্ধিষ্ণু সামাজিক উত্তৰাধিকাৰী সম্পদ (Cumulative Social heritage) ৰূপে আখ্যা দিয়া হয়। এই পৰম্পৰাবোৰ এখন সমাজত বা এটা অঞ্চলত এনেদৰে প্ৰচলিত হৈ আছে যে তাৰ সত্যাসত্য, ভাল-বেয়াৰ বিচাৰ নকৰি প্ৰচলিত ধাৰা বুলি কৈয়েই তাক মানি আহে বা পালন কৰি আহে। গতিকে পৰম্পৰা সমূহ এখন জনসমাজত হাজাৰ-বিজাৰ বছৰ ধৰি চলি অহা [illegible] বিশ্বাস বা ধাৰণা। এনে ধাৰণা সমূহৰ অতীতৰ ৰূপ বা প্ৰাসংগিকতাৰ বিষয়ে বিচাৰ নকৰি প্ৰচলিত ৰীতি বুলিয়েই মানি অহা হয়। ইয়াত আধুনিকতাৰ প্ৰলেপ থাকিলেও আধুনিকতাই সম্পূৰ্ণ গ্ৰাস কৰিব নোৱাৰে, তাৰ কিছু পৰিবৰ্ত্তন হলেও মজ্জাগত ৰূপ নিৰ্মূল নহয়, সি কোনোবা ফালেদি ফুটি ওলাবই।

বিহু বুলিলেই পৰম্পৰাগত উৎসৱক বুজোৱা হয়, যদিও ইয়াৰ মাজত ৰূপান্তৰ ঘটি পৰিবৰ্ত্তিত ৰূপ বহু পৰিমাণে গ্ৰহণ কৰিছে। তাতোকৈও মজাৰ কথা যে এই বিহুৱো অঞ্চলভেদে কিছু কিছু আঞ্চলিক ৰূপ গ্ৰহণ কৰি আঞ্চলিকতাৰ ৰূপ ধাৰণ কৰিছে। বিহু অসমৰ জাতীয় উৎসৱ, কিন্তু এই বিহুতো গোষ্ঠীগত হিচাপে, সম্প্ৰদায়ভেদে, অঞ্চলভেদে স্বকীয় বৈশিষ্ট্য বিৰাজমান। ভাষাৰ ক্ষেত্ৰতো যেনেকৈ ভাষা-ভূগোলৰ তাৎপৰ্য্য আৰু সংস্কৃতি বা লোকসংস্কৃতিৰ ক্ষেত্ৰতো তেনেকৈ আঞ্চলিক লোক সংস্কৃতি বা লোক সংস্কৃতিৰ মৰ্য্যাদা নথকা নহয়। কথাখিনি কব লগা হৈছে দক্ষিণ কামৰূপৰ মাঘবিহুৰ উপলক্ষ্য লৈ।

জাতীয় উৎসৱ তিনিটা বিহুৰ ভিতৰত মাঘ বিহুৰ কথা অসমৰ মানুহক নতুনকৈ কোৱাৰ দৰ্কাৰ নাই। কাৰণ ই হ'ল ভোগৰ বিহু বা ভোগালি। এমাহ আগৰ পৰাই [illegible] কেতিয়াবাৰে [illegible] আহি পৰে। পিঠা-পনা [illegible] আৰু [illegible] লাড়ু-মুৰি আৰু মাছ-মাংসৰে [illegible] সম্ভাৰ যোগাৰে ঘৰৰ গৃহস্থ, গিৰিহঁতনীক যেনেকৈ ব্যতিব্যস্ত কৰে তেনেকৈ তাৰ লোভে ভোগী সকলকো কিলবিলাই নথকা নহয়। এই ভোগালীৰ ভোজৰ কথা অঞ্চলভেদে আনকি এটি অঞ্চলৰ ভিতৰতো কিছুমান সুকীয়া স্বকীয় বৈশিষ্ট্য দেখিবলৈ পোৱা যায়। দক্ষিণ কামৰূপৰ নানা বৰণীয়া [illegible] বিহু

আঞ্চলিক কিছুমান বিশেষত্ব আলোচনা কৰাই ইয়াৰ মূল উদ্দেশ্য। আলোচনাৰ সুবিধার্থে কেইটামান উপভাগত ইয়াৰ আলোচনা দাঙি ধৰা হ'ল :

(ক) ভেলাঘৰ বা ভেলাপুজি : ভোগৰ উৎসৱ ভোগালী বিহুত খেতিৰ অন্তত ভোজ-ভাত খোৱাৰ উপৰিও আন এটি আনন্দদায়ক অনুষ্ঠান হ'ল অগ্নি দেৱতাৰ পূজা। এই অগ্নিপূজাৰ লগত জড়িত হৈ আছে ভেলাঘৰ বা ভেলাপুজি। ইয়াৰ বাবে গাঁৱৰ কোনোবা এটি মুৰত বাহিজে লগ লাগি ভেলাঘৰ বা ভেলাপুজি সাজি উলিয়ায়। ইয়াক প্ৰধানকৈ কেঁচা বাঁহ, খেৰ বা নৰা নাইবা কল সকলাবে সজোৱা হয়। পথাৰৰ মাজত ১৫/২০ ফুট ওখকৈ কেঁচা বাঁহ পুতি ইয়াক সজোৱা হয়। মূল বাঁহডালৰ চাৰিফালে ৪ টা বাঁহ পুতি যোৰ খোৱাকৈ ওপৰলৈ কোঁচাই নি মূল বাঁহটোৰ লগত বান্ধি দিয়া হয়। তলত গৰটো (মাটিৰ অংশ) খেপেৰা হৈ ক্ৰমে ওপৰলৈ সৰু কৰি নিয়া হয়। ইয়াৰ পিছত পথালিকৈ বাঁহ বান্ধি দীঘল নৰা নাইবা কল সকলাবে দীঘল দীঘলকৈ গুঠি লৈ গৈ থাকে। ভিতৰত আকৌ এখন চাং পাতি চাঙৰ ওপৰত নৰা সোমোৱাই দিয়া হয় যাতে জুইকুৰা বেচি সময়লৈ জ্বলি থাকিব পাৰে। শেষত ওপৰত এখন ধনু সাজি আৰু কাড়ৰ মুৰত এটি জবা ফুল গুজি দি ভেলাঘৰৰ ওপৰত আঁৰি দিয়া হয়। এয়েই হ'ল ভেলাঘৰ। এনে ভেলাঘৰ একাধিক সজোৱা হয়। প্ৰথমে এটি ডাঙৰকৈ সাজি তাৰ অনুৰূপে ক্ৰমান্বয়ে সৰু সৰু কেবাটাও এনে ভেলাঘৰ সজোৱা হয়। ইয়াৰে মূলটোক বুঢ়া ভেলাঘৰ বোলা হয় আৰু বুঢ়াৰ লগতে আন এটি বুঢ়ী ভেলাঘৰো থাকে। এনেদৰে ক্ৰমান্বয়ে থিবোৰ সৰু সৰু ভেলাঘৰ সজোৱা হয় সেইবোৰ বুঢ়া-বুঢ়ীৰ নাতিপুতিহে।



মেজি বা ভেলাপুজি

ভেলাঘৰৰ নিৰ্মাণত ধানখেৰ আৰু কেঁচা বাঁহৰ উপৰিও আনবিধ সামগ্ৰী হল নৰা বা কলসকৰা। ইয়াতেই দেখা যায় কিছুমান অঞ্চলত দীঘল দীঘল নৰাৰে ভেলাঘৰ ওপৰখন চিৰোৱা হয়; কিছুমান অঞ্চলত নৰাৰ পৰিবৰ্তে কেৱল কল সকৰাৰে নিৰ্মাণ কৰা হয়। সাধাৰণতে দ অঞ্চলত অৰ্থাৎ যিবোৰত বাও ধানৰ খেতি কৰে সেইবোৰ অঞ্চলত দীঘল দীঘল বাও ধানৰ নৰা পোৱা যায় কাৰণে সেইবোৰ অঞ্চলৰ ভেলাঘৰ নৰাৰে চিৰোৱা হয়। কিন্তু যাম অঞ্চলত শালি খেতিহে কৰা হয় বাবে তেনেবোৰ ঠাইত দীঘল নৰা পোৱা নাযায় বাবে, তেনে অঞ্চলবোৰত ভেলাঘৰ কল-সকৰাৰে চিৰোৱা হয়। ইয়াৰ পৰাই বুজা যায়, লোক-কৃষ্টিৰ উপাদান স্থানীয় পৰিবেশৰ লগত জড়িত হৈ থাকে। উল্লেখনীয় যে দক্ষিণ কামৰূপত 'মেজি' শব্দৰ প্ৰচলন বিৰল। ইয়াক এই অঞ্চলত ভেলাপুজি বা ভেলাঘৰ নামেৰে জনাজাত।

মাঘ বিহুৰ অন্যতম আকৰ্ষণ হল অগ্নিপূজাৰ নামত "ভেলাঘৰ পুৰোৱা" যি ঠাইৰ ডেকাবোৰে ভেলাঘৰৰ ওচৰতে ভোজ-ভাত খাই তেওঁলোকে গোটেই ৰাতি ফূৰ্ত্তি-তামচাৰে ৰাতিটো তাতেই কটাই 'ব্ৰহ্মপুৰাতে' ওচৰৰ নদীত গা-ধুই আহি মেজি বা ভেলাঘৰত জুই দিয়ে। কিছুমান ঠাইত মাংগলিক ৰূপত অগ্নিপূজা কৰাৰ পিছতহে ভেলাঘৰত জুই দিয়া হয়; যদিও আন কিছুমানত তেনে মাংগলিক অনুষ্ঠান নাপাতি ঈশ্বৰৰ নামলৈ মেজি দাহন কৰে। 'বুঢ়া ভেলাঘৰ'ৰ নামত হৰিধ্বনি দিয়েই মেজিদাহ কৰা হয়।

**(খ) ভোগৰ সামগ্ৰী :** আগতেই উল্লেখ কৰা হৈছে চিৰা-পিঠা, মুৰি-লাডু আদিৰপৰা আৰম্ভ কৰি নানান ভোগৰ সামগ্ৰী জোগাৰ কৰাই মাঘ বিহুৰ তাৎপৰ্য্য। ১৫/২০ দিন আগৰপৰা গাভৰু, মহিলাসকলে ইয়াৰ বাবে উথপথপ লগাই। ঢেকীৰ মাতে গাঁওবোৰ ৰজনজনাই তোলে। সান্দহ খুন্দা পৰ্ব এটি আনন্দদায়ক কাৰ্য্য। কেৰাঘৰ গৃহস্থীয়ে 'থৰা' হৈ (শাল পাতি) এঘৰ এঘৰকৈ সান্দহ খুন্দা পৰ্ব আৰম্ভ কৰে। সান্দহ দুই প্ৰকাৰৰ— চিৰা আৰু গুড়া অৰ্থাৎ 'ৰকা' ধানৰ পৰা চিৰা সান্দহ আৰু যিকোনো ধানৰ চাউলৰ পৰা গুড়া সান্দহ উলিওৱা হয়। সান্দহ খুন্দা পৰ্ব এক প্ৰকাৰ উৎসৱ সদৃশ। গাভৰুহঁতে ইয়াৰ জৰিয়তে মৌলিক গীতৰ সৃষ্টি কৰি নানান প্ৰকাৰৰ গীত গাই গাৰ ভাগৰ মাৰি সান্দহ খুন্দিবলৈ ধৰে। এনেবোৰ গীতৰ মাজেৰে গাভৰুসকলে জীৱনৰ হাবিয়াস প্ৰকাশ কৰা দেখা যায়। ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যই কোৰাৰ নিচিনা নামতীয়ে ঢেকী শালতে বিয়া নামৰ আখৰা কৰিবলৈ ধৰে। সান্দহ পৰ্ব শেষ হোৱাৰ পিছৰ পৰ্ব আৰম্ভ হয় পিঠাপনাৰ বাবে। তিল-পিঠা, নাৰিকলৰ পিঠা, লাউ পিঠা,

তিলৰ লাডু, নাৰিকলৰ লাডু, আখৈ, কেনা-পিঠা ইত্যাদি অন্যতম সামগ্ৰী হিচাবে প্ৰচলিত হৈ আছে।

ভোগালিৰ ভোগৰ আনবিধ আকৰ্ষণীয় ভোগ্যবস্তু হ'ল সমূহীয়া ভোজ-ভাত। কিছুমান গাঁৱত গাঁৱৰ ল'ৰা-বুঢ়া, ডেকা-গাভৰু, তিৰোতা ছোৱালী সকলোটি মিলি সমূহীয়াকৈ ভোজ-ভাত খায়। আনকিছুমান গাঁৱত বাজহুৱাকৈ ভোজ-ভাত খোৱা প্ৰথা নাই; যদিও দলগত হিচাপে ভোজ-ভাত খোৱাৰ ৰীতি আছে। আগৰ কালত এনেকুৱা ভোজ-ভাতৰ বাবে বাইজেই বিল-খালবোৰৰ মাছ-কাছ মাৰি আনি সমূহীয়া ভাজ ভাত খাইছিল; কিন্তু বৰ্তমানে যুগৰ পৰিবৰ্তনৰ ফলত তেনেবোৰ প্ৰথা লোপ পাই আহিছে। লোক-প্ৰবচনৰ কথাৰেই কওঁ ঃ

*শস্য টুটিল মৎস্য টুটিল টুটিল বিবিধৰ গুটি।*
*ভাল ভাল লোকৰ বাইক লবিল, লবিল ধৰমৰ খুটি।।*

এইবোৰ ব্যাখ্যাৰ প্ৰয়োজন নাই। তথাপিও কওঁ,— দক্ষিণ কামৰূপ অঞ্চলত থকা পাতিৰাভা, বৰো-কছাৰী আদি লোকৰ মাজত মৎস্য চিকাৰ নাইবা জীৱ-জন্তু চিকাৰ কৰি ভোগালিৰ ভোগ নকৰাকৈ নাথাকে।

(গ) ৰং-ৰহইচ ঃ ভোগালি অকল ভোগৰেই উৎসৱ নহয়। ইয়াতো ৰং-ৰহইচ জড়িত হৈ আছে। গাভৰু আৰু মহিলাসকলৰ সান্দহ খুন্দা নাইবা পিঠা-পনা আদি অটোৱাত (ভজাত) তেওঁলোকৰ মাজত ৰং-ৰহইচ নহোৱা নহয়। ভেলাঘৰ সজোৱা ডেকাবোৰে সমূহীয়াকৈ ভেলাঘৰ সজোৱাতেও নানান ধৰণৰ ফুৰ্ত্তি, তামচা আদি কৰে। তাৰোপৰি ডেকাবোৰে উৰুকাৰ ৰাতি ভোজ-ভাত খাওঁতে জনজাতীয়সকলৰ ডেকা-চাঙৰ আনন্দ নোপোৱাকৈ নাথাকে। আনকি যিসকলে সমূহীয়া ভোজৰ বাবে বাইজে লগ লাগি মাছ মৰা, চিকাৰকৰা আদিবোৰ কৰে তেওঁলোকে তাৰ মাজতো নানান আনন্দ উপভোগ কৰে।

শালিখেতি প্ৰধান অঞ্চলবোৰত খৰালিৰ বাবে পথাৰত কোনো শস্য আদি কৰা নহয়। সেয়ে গৰুবোৰ এইখিনি সময়ত পথাৰত উদং দিয়ে। এনেবোৰ অঞ্চলত প্ৰচলিত নিয়ম আছিল যে, বানিবালনৰা গৰুবোৰ এৰালত ৰাখি মাঘবিহুৰ দিনৰ পৰাই গৰু উদং দিবলৈ ধৰে। সেইদিনা গৰুবোৰৰ পিঠত তেল ঘঁহি পথাৰত এৰি দিয়া হয়। ভেলাঘৰ পুৰোৱাৰ অন্তত যেতিয়া গৰুবোৰ এৰি দিয়া হয় তেতিয়া মুকলি মনলৈ গৰুবোৰে পথাৰত চৰিবলৈ ধৰাৰ লগে লগে গৰুৰ ভিতৰতে যুঁজ আৰম্ভ হয়। তাকে লৈ ডেকাবোৰে গৰুবোৰ খেদি নি

খুঁজ লগাই দি আনন্দ উপভোগ কৰে। যি সময়ত ৰেডিও, টি-ভিৰ প্ৰচলন নাছিল, চিনেমা হল বুলিবলৈ চহৰৰ বাহিৰে আন ঠাইত নাছিল, তেনেবোৰ দিনত খেল-ধেমালি, আনন্দ-বিনোদনৰ বাবে লোক-উৎসৱ আদিয়েই আছিল একমাত্ৰ সম্বল। ভটা গুটি, টাং গুটি, হাদু-গুটি, আৰু বিভিন্ন প্ৰকাৰৰ দৌৰ-আদিবোৰেই প্ৰচলিত লোক-খেল। মাঘ বিহুৰ দিনা ডেকাবোৰৰ বাবে আকৰ্ষণীয় খেল আছিল বটা-খেল বা টাং গুটি খেল।

কোনো কোনো অঞ্চলত গাভৰুসকলে মাঘবিহুৰ ৰাতি 'জালিপুতুলী'ৰ বিয়া পাতে। ইয়াক একপ্ৰকাৰ ছদ্মবিয়া আখ্যা দিব পাৰি। সাধাৰণতে কৃষি-কৰ্মৰ অন্তত মাঘ মাহ পৰাৰ লগে লগে আনন্দ বিনোদনৰ লগতে বিৰামৰ বতৰ আহি পৰে। সেয়ে বিহুৰ প্ৰথম দিনাই ছদ্মবিয়া পাতি গাভৰুবোৰে নিজৰ মনোবাঞ্ছিত দৰা কামনা কৰে। এই বিয়া গাভৰুসকলেই আয়োজন কৰে। জন-বিশ্বাস মতে ভেলাঘৰৰপৰা আধাপোৰা বাঁহ আনি বভা সাজিলেহে বিয়া ফলপ্ৰসূ হয়। মাঘবিহুৰ বং-ৰহইচৰ ইও এবিধ আকৰ্ষণ।

সামৰণি : অসমীয়াত এষাৰ প্ৰবাদ আছে "সেই ৰামো নাই, সেই আযোধ্যাও নাই।" আগৰ কালৰ সেই আনন্দ-উৎসৱ, সেই ভোগৰ সামগ্ৰী অতীতৰ সোঁৱৰণীৰ মাজত সোমাই আছে। ঢেকী-শালৰ মাত অসমীয়া মানুহে শুনিবলৈ নাপায়। অন্ধৰ মাছেৰেহে আমি ভোজ-ভাত খাবলৈ শিকিলো। টি, ভি সংস্কৃতিয়ো মানুহক ঘৰগোনা কৰিলে। ৰন্ধন প্ৰণালীৰ প্ৰকৰণ হেজাৰ গুণে বাঢ়ি উঠিল। কিন্তু অসমীয়া মানুহে কাহলী, খাবলি কি বুজি নোপোৱা হ'ল। এসময়ত ম'হৰ এঠা দৈ নহলে সান্দহ পিঠা নাখাইছিল। এতিয়া ম'হৰ এঠা দৈ দেখাই দুৰ্লভ। যান্ত্ৰিক সভ্যতা আৰু আধুনিকীকৰণে মানুহক বেছি সভ্য কৰালে নে আমাক পশুত্বৰ দিশলৈ লৈ গৈ আছে, কোনো টান হৈ পৰিছে। আইষ্টাইনে হেনো কৈছিল যে, বিজ্ঞানৰ আবিষ্কাৰৰ ফলত মানুহৰ শৰীৰিক শ্ৰম লাঘৱ হোৱাৰ লগে লগে মানসিক চিন্তা বৃদ্ধি হ'ব, ফলত শৰীৰৰ বাকী অংশ ক্ষীণাই যাব আৰু মূৰৰ অংশ ডাঙৰ হৈ পৰিব। অসমীয়া জাতিয়ো তেনে অৱস্থাই আহি পৰিছে নেকি? ঢেকীশাল, তাঁতশালৰ কথা পাহৰিছোৱেই। লাহে লাহে হাজাৰোৱা, খড়ি কটা কাম নাইকিয়া হলেই আমি উদ্ধাৰ পাওঁ। তেতিয়া ঘৰত বহি বহিয়েই মূৰটো ডাঙৰ কৰি আৰামত খাই থাকিব পাৰিম। তেনে দিনেই সমাজত হেন থাকা হয়। □

# (৮) হাজোৰ মাঘ বিহু

ড° প্ৰবীণ চন্দ্ৰ দাস

অসমৰ আন আন ঠাইৰ দৰে হাজোতো বিহু উৎসৱ জাতীয় প্ৰেক্ষাপটে পালন কৰা হয়। আন দুটা বিহুতকৈ হাজোত মাঘ বিহুৰ আড়ম্বৰ অধিক দেখা যায়। ইতিহাসৰ বিভিন্ন সময়ৰ বিভিন্নজনৰ প্ৰভাব-স্পৰ্শ আৰু পৃষ্ঠপোষকতাৰ ফলতে হাজোৰ মাঘ বিহুৱে এক বিচিত্ৰ ৰূপ পাইছে। মাঘ বিহুৰ কেইবাদিনো আগৰেপৰা সাজিবলৈ লোৱা মেজি নাইবা ভেলাঘৰত উৰুকাৰ নিশা ভোজ-ভাত খাই ডেকাসকলে গোটেই নিশাটো ৰং-ধেমালি কৰি উজাগৰে থাকে। তেওঁলোকে গভীৰ নিশা ওচৰৰ হাবি নাইবা পথাৰলৈ গৈ প্ৰকাণ্ড প্ৰকাণ্ড গছবোৰ কাটি আনে। এইবোৰ গছেৰে ধুনি সাজি পুৱতি নিশাৰপৰা জ্বলোৱা হয়। ধুনিবোৰ প্ৰায় গোটেই মাহ ধৰি জ্বলিয়েই থাকে।

প্ৰথম বিহুৰ দিনা ব্ৰহ্মপুৰাতে গাঁৱৰ লোকসকলে দলে দলে নাম-কীৰ্ত্তন গাই বৰাহকুণ্ডলৈ স্নান-যাত্ৰা কৰে। বৰাহ কুণ্ডত স্নানপৰ্ব শেষ কৰি তেওঁলোকে বাহিৰে বাহিৰে শ্ৰীশ্ৰীহয়গ্ৰীৱ মাধৱক বিহুৰ সেৱাজনাই ঘৰলৈ যায়। ঘৰত বিহুৰ পিঠা-পনা খাই বৈ সকলোৰে বাহিৰলৈ ওলাই আহে। লগে লগে কণীযুঁজ, নাৰিকল যুঁজ, কড়ি খেলা আদি আৰম্ভ হয়। প্ৰথম বিহুৰ বুলবুলি চৰাইৰ যুঁজ ইয়াৰ লোকৰ কাৰণে এটি আকৰ্ষণীয় অনুষ্ঠান।

এই দিনটোতে সন্ধিয়া গণেশ মন্দিৰত (দেৱগ্ৰহ) মাধৱ-কেদাৰ, কামেশ্বৰ তিনিওজনা দেৱতা সন্মিলিত হয়। আগতে প্ৰতি সংক্ৰান্তিৰ দিনাই তিনিজনা দেৱতা সন্মিলিত হৈছিল। আজিকালি কেৱল মাঘতহে এনে সন্মিলন হয়। যি যি পথেৰে মাধৱৰ দোলা যায়, সেই সেই পথৰ সেৱকে শৰাই দিয়ে। এনেদৰে প্ৰথম বিহুৰ কাৰ্য্যৰ সামৰণি পৰে।

দ্বিতীয় দিনাৰ বিহুক ৰৰদোমাহী বোলা হয়।' সেইদিনা মাধৱ-মন্দিৰত লোকে লোকাৰণ্য হয়। দূৰ দূৰ ঠাইৰপৰা আহি ভক্তসকল মন্দিৰত সমবেত হয়। বিভিন্ন দল বান্ধি অহা এইসকল ভক্তই লগত নানা ধৰণৰ বাদ্য-বাজনা আনে আৰু গোটেই দিনটো নাম-কীৰ্ত্তন গায়। নাম-কীৰ্ত্তনৰ শব্দই গোটেই গাঁও কঁপনজনাই থাকে। বছৰৰ এটি দিনত সকলোৰে লগ হৈ মুক্তকণ্ঠে দেৱতাক প্ৰণতি জনায়। এই দিনটোৰপৰাই গোটেই মাহ জুৰি অসংখ্য লোক মাধৱ মন্দিৰলৈ দৰ্শন প্ৰাৰ্থীৰূপে আহে।

ওপৰৰ বৰ্ণনাৰপৰা আমি দেখিবলৈ পাওঁ যে হাজোৰ মাঘ বিহুৰ লগত বিহুৰ সাধাৰণ আচাৰ-ব্যৱহাৰৰ উপৰিও আন কিছুমান বস্তু যোগ হৈছে। হাজোৰ প্ৰায়বোৰ লোকউৎসৱৰে দেৱালয় কেইখনৰ লগত সম্পৰ্ক আছে যদিও ঋতু উৎসৱ বিহু মাঘৰ দেৱালয়ৰ লগত জড়িত হোৱাৰ একান্ত কাৰণ নিৰ্দেশ কৰিব পাৰি।

আহোম আৰু কোচৰজাসকলে হাজোৰ দেৱালয় কেইখনৰ বাবে ভালেখিনি কাম কৰিছিল। দেৱালয়ৰ গাত থকা শিলৰ ফলি আৰু মুদ্ৰালিপিয়ে ইয়াৰ সাক্ষী দিয়ে। আহোম ৰজা প্ৰমত্ত সিংহ, ৰাজেশ্বৰ সিংহ আদি আৰু কোচৰজা ৰঘুদেৱকে ধৰি কেইবাগৰাকীও ৰজাই দেৱালয়ৰ মঠ-মন্দিৰ সজাই বিভিন্ন লোকক মাটি বৃত্তি দান কৰি মন্দিৰৰ সেৱাইত পাতিছিল। মাঘবিহু দেৱালয় প্ৰাঙ্গণত হোৱাত এইসকল ৰজাৰ বিশেষকৈ আহোম ৰজাসকলৰ উদ্যোগ আছিল বুলিব পাৰি। আহোম ৰজাসকলেই হাজোৰ মাঘ বিহুত চৰাই যুঁজৰ প্ৰৱৰ্ত্তন কৰে। আগতে দেৱালয়ৰ নামনিত কুকুৰা যুঁজো অনুষ্ঠিত হৈছিল। আজিকালি কেৱল বুলবুলি চৰাইহে যুঁজোৱা হয়।

ভাৰতৰ বিভিন্ন স্থানৰ লগতে অসমৰ নৱ-বৈষ্ণৱ ধৰ্ম প্ৰচাৰক সকলৰ কাৰণে হাজোৰ লোক-অনুষ্ঠানসমূহৰ দেৱালয়ৰ লগত সম্পৰ্ক স্থাপিত হৈছিল বুলি কব পাৰি। মহাপুৰুষ মাধৱদেৱ বহুদিন হাজোতে আছিল। কোনো কোনো চৰিত পুথিত মহাপুৰুষজনা হাজোত থাকিবলৈ লোৱা সময়ছোৱাত মাধৱ দেৱালয়ত জনসমাগম একেবাৰে কমি গৈছিল বুলি আৰু তাৰ বাবেই গুৰুজনাই ৰজাঘৰৰ ভয়তে হাজো ত্যাগ কৰিবলগীয়া হৈছিল বুলি কোৱা হৈছে। কথাষাৰ সত্যতা বিচাৰ কৰিবলগীয়া। মাধৱদেৱালয়ৰ পূজা-বিধি, ভোগ-ভাত আদিলৈ লক্ষ্য কৰিলে সেইবোৰত গুৰু দুজনাৰ বিধি ব্যৱস্থাৰ বিমানখিনি প্ৰভাৱ দেখিবলৈ পোৱা যায় তাৰপৰা সেইসময়ত মাধৱ-দেৱালয় নৱবৈষ্ণৱ ধৰ্মৰো কেন্দ্ৰস্থল হৈ উঠিছিল যেন ধৰণা হয়। শংকৰ-মাধৱৰ দৰে প্ৰভাৱশালী মহাপুৰুষৰ স্পৰ্শতহে এনে হোৱা সম্ভৱ। গতিকে মাধৱদেৱে হাজোত থকা সময়ছোৱাত মাধৱদেৱালয়ৰ লগত সম্পৰ্ক ৰক্ষা কৰি আছিল বুলিহে কব পাৰি। কোনো ধৰ্ম গুৰু হাজোলৈ আহিলে মাধৱ মন্দিৰলৈ নোযোৱাকৈ থকা নাছিল। জনবিশ্বাস মতে চৈতন্যদেৱ কামৰূপলৈ অহা সময়ত মণিকূট পাহাৰতে আছিল। এই পাহাৰৰ গাতে থকা দুটা গুহাৰ নাম চৈতন্য খোপা। মাধৱদেৱক লৈ লিখা এটি গীতত চৈতন্যদেৱ আৰু দামোদৰ দেৱৰ মিলন ইয়াতে হৈছিল বুলি উল্লেখ আছে। বৈষ্ণৱসকলে মাধৱদেৱালয়ৰ পুণ্য সৌৰৱীৰ নানা গীত-পদ ৰচনা

কৰিছিল। কোনোবা এজন বলোৱামৰ এটি গীত এই অঞ্চলত জনপ্ৰিয়। মাঘৰ বৰদোৱাইৰ দিনা অগণন ভক্তৰ মাধৱ-দেৱালয়লৈ আগমন আৰু নাম-কীৰ্তন কৰা প্ৰথা বৈষ্ণৱ গুৰুসকলৰ স্পৰ্শতে হৰ্ষলৈ পালে।

তৃতীয়তে, জনসাধাৰণেও ৰজা আৰু ধৰ্মগুৰুসকলক দেৱালয়ত বিহু পালনৰ পথ দেখুৱাইছিল। কামৰূপৰ প্ৰায়বোৰ লোকেই কৃষিজীৱী। কৃষি-জীৱী লোকধৰ্ম ভীৰু। তীৰ্থ কৰাৰ হেঁপাহো তেওঁলোকৰ অধিক। কিন্তু গোটেই বছৰ কৃষি-কৰ্মতে ব্যস্ত কৰিবলগীয়া হোৱাত তেওঁলোকে অৱসৰ নাপায়। মাঘবিহুৰ আগে আগে পথাৰৰপৰা শস্য-সম্ভাৰ চপাই আনি অলপ সময়ৰ বাবে তেওঁলোকৰ আহৰি ওলায়। পথাৰ-সমাৰ, গৰু-গাই বা অন্নৰ চিন্তা নাথাকে। সেয়ে বিহুৰ লগতে তীৰ্থ-দৰ্শন কৰা ইচ্ছা হয়। এই অঞ্চলত মাধৱদেৱালয় বিখ্যাত কাৰণেহে সকলোৱে লগ লাগি তালৈ আহে। কৰবলৈ গলে গোটেই মাঘৰ মাহটোকে পুণ্য মাহ বুলি গণ্য কৰি হাজোৰ তীৰ্থস্থানলৈ ভক্তৰ প্ৰবল সোঁত বয়। *যোগিনীতন্ত্ৰ* আদি প্ৰাচীন গ্ৰন্থত পুণ্য কৰ্ম বুলি কোৱা হৈছে। শ্ৰীশ্ৰীমাধৱ মন্দিৰলৈ হেজাৰ হেজাৰ ধৰ্মপ্ৰাণ হিন্দুলোকৰ উপৰিও সুদূৰ ভূটানৰপৰা ভূটীয়াসকলো আহে। এই মাহতে মুছলমানসকলৰ পীঠস্থান পোৱামক্কাত অনুষ্ঠিত হোৱা ধৰ্মীয় উৎসৱলৈ হেজাৰ হেজাৰ মুছলমান লোকৰ সমাগম হয়। সেইসকলৰো এক বৃজন সংখ্যকলোকে মাধৱমন্দিৰো দৰ্শন কৰি যায়। এনেকৈয়ে ৰজাঘৰৰ পৃষ্ঠপোষকতা, বৈষ্ণৱ ধৰ্মগুৰুৰ প্ৰভাৱ স্পৰ্শ আৰু জনমানসে হাজোৰ মাঘবিহুক এক সুকীয়া সত্তা দিলে। বিহু অকল ঋতু উৎসৱতে আবদ্ধ নাথাকি ইয়াৰ লগতে ধৰ্মও জড়িত হৈ পৰিল। ■

# (৯) মঙ্গলদৈৰ অঞ্চলত মাঘবিহু

শ্ৰীহিমাদ্ৰী কুমাৰী শৰ্মা

ধৰ্মীয় উৎসৱৰ বাহিৰেও সামাজিক উৎসৱ পালনৰ ক্ষেত্ৰত মংগলদৈৰে এক সুকীয়া বৈশিষ্ট্য লক্ষ্য কৰা যায়। অসমৰ অন্য ঠাইৰ লগতে মঙ্গলদৈয়া সকলে উলাহেৰে মকৰ সংক্ৰান্তি অৰ্থাৎ মাঘবিহু পালন কৰে। কৃষি প্ৰধান জীৱনৰ লগত বিহু সংশ্লিষ্ট কাৰণে তাৰ ধাৰাবাহিকতা আজিও ৰক্ষিত হৈছে মঙ্গলদৈৰ পথাৰত, ঘৰৰ আঘলত, ঢেঁকীৰ মাতত। সামাজিক পৰিবেশৰ আলোড়ি অনুষ্ঠান, যেনে—গৰখীয়াৰ খৰাঙনী সংগ্ৰহ, বাঁহ খোজা আৰু চুৰ কৰা, মহিলাসকলৰ পিঠা-পনাৰ আয়োজন, ভেলাঘৰ নিৰ্মাণ, উৰুকাৰ ভোজ-ভাত, ভেলাঘৰত অগ্নি সংযোগ আৰু পানী হিলৈ ফুটোৱা ইত্যাদি কৃত্য পালিত হৈ আহিছে আৰু মঙ্গলদৈয়া জন-জীৱনত ইয়াৰ গভীৰ সাঁচ পৰিলক্ষিত।

গৰখীয়া সকলে হৰিধ্বনি (হৰিধ্বনি) দি উৰুকাৰ ভোজৰ বাবে হাইকৰী, মাটিমাহৰ দালি, আলুগুটি, পইচা আদি সংগ্ৰহ কৰি বিহুৰ এসপ্তাহমান আগৰে পৰা এটা সময়ত ঘৰে ঘৰে ঘূৰি ফুৰিছিল। এতিয়া এই প্ৰথা প্ৰায় লুপ্ত হৈছে, কাৰণ এতিয়া চৰণীয়া পথাৰত গৰু থাকিলেও গৰখীয়া নাই।

দ্বিতীয়তে মঙ্গলদৈত বিহুঘৰক ভেলাঘৰ বোলে। ভেলাঘৰৰ লগতে কল-চোচনিৰে যি মেজি সজা হয় তাক ভেলা পুজি বোলা হয়। ভেলাঘৰ সম্পৰ্কীয় কাহিনীও লোকসমাজত প্ৰচলিত আছে। এই কাহিনী মতে ভেলা আৰু মহৌ নামৰ দুয়ো ভাই-ককাই আছিল। দুয়ো নিঃসন্তান আছিল। দুয়ো বুঢ়াই এবাৰ মাঘ-বিহুৰ সময়ত ভোজ-ভাতৰ আয়োজন কৰি গাঁৱৰ ডেকাহঁতক মাতি আনি খুৱাইছিল আৰু তেওঁলোকৰ মৃত্যুৰ পাছত তেওঁলোকৰ নামত পিণ্ড দিবলৈ অনুৰোধ কৰিছিল। তেওঁলোকৰ মৃত্যুৰ পিছত ঘৰখীয়াইঁতে ভেলাঘৰ সাজি তেওঁলোকৰ শ্ৰাদ্ধৰ নামত উৰুকাৰ দিনা ভোজ-ভাত খাবলৈ ল'লে। আজিও গাঁৱৰ লোকে ভোজ-ভাত বান্ধি-বাঢ়ি প্ৰথমে অগ্নিক দিয়ে ইয়াৰ পাছত কলৰ দোনা বা কলৰ পাতত ধুনীয়াকৈ সজাই চোতালৰ একুকত পানীৰে সুন্দৰকৈ মচি-কাচি ভেলা বুঢ়াৰ নামত সেৱা এটা কৰি (পাতখন) থৈ আছে। মহৌ বুঢ়াৰ নামতো আঘোণ মাহৰ পূৰ্ণিমাৰ দিনা 'মহোখুন্দা' উৎসৱ পালন কৰা হয়।

ভেলাঘৰ আৰু ভেলা পুৰি কেঁচা বাঁহ, নৰা আৰু কলচোচনিৰে সজা হয়। ডেকাসকলে যৰে তৰে টো বাঁহ খুজি আনে, নুযোগা বুলি চুৰ কৰে। বিশেষ গৃহস্থই সাধাৰণতে খুজিলে নিদিয়ে তেনে গৃহস্থৰ পৰাই সাধাৰণতে বাঁহ চুৰ কৰে। গৃহস্থৰ অলক্ষিতে এনেদৰে চুৰ কৰি আনটোতে ল'ৰাহঁতৰ ফূৰ্ত্তি।

এই খুজি অনা অথবা চুৰি কৰা জাতি বা ভলুকা বাহেঁৰে বিহু ঘৰ সাজিবলৈ লোৱা হয়। বাঁহৰ গুৰি ডোখৰেৰে খুটা, তাৰ ওপৰৰ অংশৰে মাৰলী, কামি আৰু আগটোৰে কৰা, নৰাৰ চাল আৰু কল-চোচনিৰে বেৰ দিয়া হয়। কোমল বাঁহৰ তমালেৰে (তঙাল) বেৰ বান্ধি, এক বিশেষ কলা-কৌশল প্ৰয়োগ কৰি কল-চোচনিৰে বেৰ দিয়া হয়। মানুহৰ সংখ্যা অনুসৰি ভেলাঘৰ সৰু সৰু ডাঙৰকৈ সজা হয়। ডাঙৰ হ'লে মাজত এখন বেৰা দি লোৱা হয়। ডাঙৰ হ'লে মাজত এখন বেৰা দিও লোৱা হয়। আঘোণ-পুহত শইচ সামৰাৰ পাছত মুকলি পথাৰত সাধাৰণতে ভেলাঘৰ সজা হয় আৰু ঘৰটো সাজি উলিওৱাৰ পাছত ভিতৰখন ধুনীয়াকৈ চিকুনাই লোৱা হয় আৰু এই ঘৰতে উৰুকাৰ নিশা ভেলা-বুঢ়াৰ নামত ভোজ-ভাত খোৱা হয়।

এইখিনিতে উল্লেখ কৰিব পাৰি যে, ভেলাঘৰক উৰুকাৰ দিনাৰ এনিশিয়া ডেকাচাং বুলি ক'ব পাৰি। তালৈ বুঢ়া-মেথা, তিৰোতাসকল সাধাৰণতে নাযায়। ডেকাহ'তে তাতে নিশাটো কটায়, ধানখেৰৰ বিছনাও কৰি লয়; অথচ তাত শুবলৈ এৰি গোটেই নিশাটোকে নৃত্য-গীত-বাজনাৰে মুখৰিত কৰি ৰাখে।

মাঘবিহুৰ দুই/তিনদিন আগৰেপৰা পিঠা পোৱাৰ আয়োজনত ব্যস্ত হয় মহিলাসকল। ঢেঁকীৰ শব্দই গাঁও সমূহত আনন্দ-উৎসৱৰ জোৱাৰ তোলে। বৰাচাউল আৰু শালি ধানৰ চাউলেৰে বিভিন্ন ধৰণৰ পিঠা-পনা প্ৰস্তুত কৰা হয়। তিল-গুড়েৰে পোৱা বিভিন্ন ধৰণৰ পিঠা-পনাৰ লগতে মঙলদৈৰ মাঘ-বিহুত চুঙা-পিঠা কিন্তু অপৰিহাৰ্য্য খাদ্য সামগ্ৰী। জাতি বা ভলুকা বা কটা বাঁহৰ কোমল চুঙাত বৰা চাউল আৰু পানী ভৰাই সাধাৰণতে উৰুকাৰ দিনা ধানখেৰৰ জুইৰে চুঙা পিঠা পোৱা হয়। চোতালখন চিকুনাই মচি কোমল বাঁহেৰে দুই-মূৰে দুডাল চেপেনা পুতি, তাৰ ওপৰত এডাল মাৰি দি তাত গাৰ কালে হালি থকাকৈ পিঠা-চুঙাবোৰ এফালৰপৰা সজাই দিয়া হয়। সজোৱা হোৱাৰ পাছত ধানখেৰৰ জুই অলপ, অলপকৈ আগবঢ়াই দি এই পিঠা প্ৰস্তুত কৰা হয়। নীতি-নিয়মেৰে এই পিঠা পোৱা হয় বাবে শুচি-শুদ্ধ হৈ থালী ভৰিৰেবে শুচবলৈ খাব পাৰি। বিহুৰ দিনা অন্যান্য পিঠাৰ লগতে চুঙা-পিঠাও খোৱা হয়। কুহিয়াৰ খেতি থকাসকলে জুলীয়া গুড়েৰে অৰ্থাৎ চুৰাৰে জলপান খায়।

এইখিনিতে উল্লেখনীয় যে জুলীয়া গুড়ক মঙলদৈত চুৰা বুলি কয়। চুৰাৰ দানাক বোলা হয় হৰমা।

বিহুৰ উৰুকাৰ ভোজ-ভাতত মাছ-মঙহ, কণী, আলু, আদি অন্যান্য তৰকাৰীৰ ব্যৱস্থা আছে, যদিও মাটিৰ দালি আৰু কাঠ আলু অপৰিহাৰ্য্য। হাঁহ-পাৰৰ মঙহৰ উপৰিও গাঁৱত সমূহীয়াকৈ খাহী বা পঠা ছাগলী মুছৰি মাৰি তাৰ মাংসৰে ভোজ খোৱা হয়। গাহৰি খোৱা সম্প্ৰদায়ৰ মানুহে গাহৰিৰ মঙহ খায়। বিহুৰ ভোজ খাবলৈ ব্যক্তিগত আৰু বাজহুৱা খাল (পুখুৰী)ত মাছ ধৰাৰ নিয়ম এতিয়াও আছে।

বিহুৰ দিনা প্ৰত্যুষতে আটায়ে গা-পা ধুই ভেলাঘৰ আৰু ভেলা পুৰিবত অগ্নি সংযোগ কৰে। আগলতি কলপাতত গোসাঁই চাকি, লাইচা, ফুল, তুলসী, দুবৰি, তামোল-পাণ, পিঠা-পনা ইত্যাদি অগ্নিত আহুতি দি অগ্নি-দেৱতাক প্ৰণাম কৰে এই মন্ত্ৰেৰে ঃ

*ওঁ অগ্নিং প্ৰজ্বলিতং বন্দে চাতুৰ্বৰ্ণ্যং হুতাশনম্।*
*সুবৰ্ণবৰ্ণমমলং জ্যোতিৰূপায় তে নমঃ।।*

ভেলা-পুজি ভস্মীভূত হোৱাৰ পাছত যিখিনি অৱশিষ্ট থাকেগৈ সেইখিনি থুপাই জুই ধৰি আকৌ পানী শিলে ফুটোৱা হয়। কোমল বাঁহৰ চুঙাত ওপৰৰফালে ফুটা কৰি পানী ভৰাই ফুটাটোত বতাহ সোমাব নোৱাৰাকৈ এটা খিলা মাৰি দিয়া হয়। জুইত দিলে কিছু সময়ৰ পাছত বৰ ডাঙৰকৈ শব্দ কৰি দূৰৈত ছিটিকি কি পৰে। পানী হিলৈক মঙলদৈয়া মানুহে পানীশিলৈই বুলি কয়।

ভেলাঘৰ পুৰি শেষ কৰাৰ পাছত যিবোৰ আধা-পোৰা কৰা থাকে সেইবোৰ ঘৰে ঘৰে নি বাৰীৰ আম-কঠাল ইত্যাদি গছবোৰত ওলোমাই দিয়ে। ওলোমাই দিয়াৰ আগতে আম-কঠাল-জাম, পাণ-তামোল আদি লাগ-লাগ বুলি কয়। ইয়াৰদ্বাৰা বৃক্ষৰ প্ৰজনন শক্তি বৃদ্ধি পায় বুলি মানুহে বিশ্বাস কৰে।

বিহুৰ দিনা মান্যজনক সেৱা-সৎকাৰ কৰি কনিষ্ঠ সকলে আশীৰ্বাদ গ্ৰহণ কৰে। এই দিনাৰ পৰাই সমাজৰ ইজনে-সিজনৰ প্ৰতি অসূয়া-অশান্তি ত্যাগ কৰে। বিহুৰ দিনা কাজিয়া-পেচাল কৰাটোযে বেয়া- সেই কথাটো সৰু সৰু ল'ৰা-ছোৱালীয়েও জানে। সিইতে সেইদৰেই ডাঙৰৰ পৰা সংস্কাৰ গ্ৰহণ কৰে। এই বৈশিষ্ট্যই মঙলদৈৰ মাঘবিহুক সমৃদ্ধ কৰি তুলিছে।

বিহুৰ দিনা মহিলা সকলে চুবুৰীত থকা নামঘৰত শলা-বন্তি, মাঁহ-প্ৰসাদ আগবঢ়াই আগত বছৰটো ভালেৰে যাওক বুলি নাম-কীৰ্ত্তন কৰে। বিভিন্ন ধৰ্মীয় গীত-পদো গায়।

আনহাতে ধান-দাই নিয়াৰ পাছত মুকলি পথাৰত বিহুৰ দিনাৰ পৰাই বিভিন্ন খেল-ধেমালিৰ আয়োজন কৰা হয়। আগতে ঢোপ, হাডুডু আদি খেলাই প্ৰধান খেল আছিল। তেতিয়া ঢোপ খেলৰ স্থান ল'লে ফুটবল খেলাই। এই খেলৰ আৰম্ভণি যেতিয়া পোন-প্ৰথমে গাঁৱত হৈছিল, তেতিয়া নিৰ্দিষ্ট সংখ্যক খেলুৱৈৰ প্ৰয়োজন নাছিল। এক/ডেৰশমান মানুহ এটা বল লৈ খেল পথাৰত নামি যায়, লাগি যায় গুৰিয়া-গুৰি। নিয়ম-নীতি বুলি কোনো কথা নাই। প্ৰতিপক্ষক গল দি বিপৰ্যস্ত কৰিব লাগে মাত্ৰ। ফুটবল যোগাৰ কৰিব নোৱাৰাসকলে বতৰত ৰবাব টেঙাও যোগাৰ কৰি লৈছিল।

মাঘ-বিহুৰ দিনাৰেপৰা মাঘ-ফাগুনৰ দোমাহীলৈকে নৈষ্ঠিক লোকসকলে এই স্নান নিয়মীয়াকৈ মন্ত্ৰ-পাঠেৰে নিষ্ঠা সহ সম্পন্ন কৰে।

মাঘ বিহু আহিলেই পথাৰী খটা জীয়ৰী সকলৰ হিয়া আনন্দই নধৰা হয়। তেওঁলোকৰ মন উকলীকৃত হৈ পৰে মাকৰ ঘৰলৈ যাবলৈ। বাৰিষাৰ বোকা-পানীয়ে বাট-পথ লেতেৰা কৰি ৰখা সময়ত মাকৰ ঘৰলৈ যাবলৈ অসুবিধা। "মাঘত বাটে চানা ফুকায়" অৰ্থাৎ বাটে গোৱালী জগায়। সেই বাটেদি দেওৰ-ননদ বা ল'ৰা-ছোৱালীৰ হাতত ধৰি বোৱাৰীসকল মাকৰ ঘৰলৈ যায়। চিৰদিনৰ কাৰণে উলিয়াই দিয়া জীয়ৰীজনী চানা ফুকোৱা বাটেদি যেতিয়া বিহু খাবলৈ মাকৰ ঘৰলৈ আহে তেতিয়া মাকৰ ঘৰত আনন্দৰ হাট বহে।

মিতিৰৰ অহা-যোৱা মঙলদৈৰ মাঘ -বিহুৰ অন্যতম বৈশিষ্ট্য। বিশেষকৈ মিতাসকলৰ অহাটো নিতান্তই প্ৰয়োজনীয় (বিয়াৰ সখিক মিতা বুলি কোৱা হয়। এই সম্বন্ধ ইমান গাঢ় যে বিয়াৰ ঘট ধৰা দুই মিতাৰ ল'ৰা-ছোৱালীৰ মাজত বিয়া বান্ধ হোৱাতো অবৈধ বুলি বিবেচনা কৰা হয়)। মাঘৰ কোনো এটা দিনত মিতাকে মিতাকক খাবলৈ মাতে। অন্যান্য মিতিৰ সকলকো নিমন্ত্ৰণ কৰি আনি এসাজ খুওৱাৰ ব্যৱস্থা মঙলদৈয়া সমাজত এতিয়াও আছে।

অৱশ্যে বিবাহিতা জীয়াৰীয়ে আজি চানা ফুকোৱা বাটেদি মাকৰ ঘৰলৈ নাযায়, ভোজ খোৱা সামগ্ৰীৰ বাবে গৰখীয়াহ'তে মানুহৰ ঘৰে ঘৰে নুফুৰে। ঢেকীৰ ঢেকুৰং, ঢেকুৰকং শব্দই এতিয়া গা-মন ৰাইজাই নকৰে। অসমৰ অন্যান্য ঠাইৰ লগতে মঙলদৈৰ মাঘ বিহুকো বহু পৰিবৰ্তনে চুই গৈছে। সময়ে সকলোতে চামনি পেলাইছে, কালক কোনেও অতিক্ৰম কৰিব নোৱাৰে। আনহাতে পৰিবৰ্তনৰ অবিহনে কোনো সংস্কৃতি সৰ্বকালজুৰি বৰং সম্পূৰ্ণ হৈ বৰ্তি থাকিবও নোৱাৰে। অথচ এই পৰিবৰ্তন পথেৰে অহা সত্ত্বেও মঙলদৈৰ মাঘ বিহুৰ মূলভিত্তি কিন্তু একেই আছে। ☆

# (১০) দৰঙ জিলাত মাঘ-দোমাহী

ড° বিজয় কুমাৰ শৰ্মা

'সূৰ্য্যৰ উত্তৰায়ণ সংক্ৰান্তি বা তাৰ ওচৰা উচৰি সময়ত উত্তৰ গোলাৰ্দ্ধত আৰ্য্যজাতিৰ বংশধৰ সকলে এটা নহয় এটা উৎসৱ পালন কৰে। ইয়াৰপৰা কোনো কোনো পণ্ডিতে অনুমান কৰে যে আৰ্য্যজাতিৰ অতীতৰ বসতি উত্তৰমেৰু বা তাৰ নামনি ঠাইডোখৰ। বছৰৰ আধা সময় আন্ধাৰ আধা সময় পোহৰপৰা এই অঞ্চলত উত্তৰায়ণ হোৱাৰ লগে লগে দীঘলীয়া ৰাতিপুৱাৰৰ সঙ্কেত হয়; আলোক প্ৰাপ্তিৰ আনন্দময় জনতাৰ প্ৰাণত স্পন্দন হয় নতুন আশাৰ। সেয়েই বাহিৰত উৎসৱৰূপে প্ৰকাশ পাইছিল। পিছত সেই দেশবোৰৰ পৰা প্ৰব্ৰজিত লোকে পাৰম্পৰিক প্ৰথাবোৰ লৈ বিভিন্ন দেশত প্ৰৱেশ কৰিছিল। উত্তৰ মেৰুত থকা কালছোৱাৰ স্মৃতিত এই সময়ছোৱাৰ বিভিন্ন আনুষ্ঠানিক ৰূপ প্ৰকাশ কৰিছিল আনবোৰ অঞ্চলত।[১] এনেকি উত্তৰায়ণৰ সময়ছোৱাত মৃত্যু হোৱা লোকৰ আত্মাক পুণ্যাত্মা জ্ঞান কৰিছিল।'

'আৰ্য্যসমাজ সময়ত কৃষিজীৱী হ'ল। কৃষিলক্ষ্মী ঘৰ চপোৱাৰ পাছত দীঘলীয়া পৰিশ্ৰমৰ অন্তত সাফল্যৰ আনন্দই কৃষকৰ মন ভৰাই তোলে। আপোনা-আপুনি আমোদ-প্ৰমোদৰ ঢল আহি পৰে। সেয়ে কৃষিকাৰ্য্য সমাপ্তিৰ লগে লগে প্ৰায়বোৰ দেশতে কৃষক সমাজে আজিকোপতি একপ্ৰকাৰৰ উৎসৱৰ আয়োজন কৰি আহিছে', (তীৰ্থনাথ শৰ্মা)। মাঘবিহু এনেধৰণৰ উৎসৱ।

'মাঘবিহুৰ মেজিত অগ্নিপ্ৰদান অগ্নিহোত্ৰী আৰ্য্যসকলৰ অগ্নিপূজাৰ নিদৰ্শন স্বৰূপ। ভাৰতবৰ্ষৰ বসন্ত উৎসৱতো মেজি পোৰাৰ নিদৰ্শন পোৱা যায়। ফাকুৱাৰ আগদিনা মেষদাহ কৰা নিয়ম ফাকুৱা উৎসৱৰ লগত আজিও জড়িত' (অতুল চন্দ্ৰ হাজৰিকা)। মেষ অৰ্থাৎ ভেৰা ছাগলী পোৱা ঘৰৰ পৰাই ভেলাঘৰ পদটো হোৱাৰ অনুকূলে মতপোষণ কৰিব পাৰি। মেজিপোৰাৰ এটি উদ্দেশ্য পৃথিৱীৰ সাৰ বৃদ্ধি কৰা হ'ব পাৰে। সেইবাবেই হয়তো ভেলাঘৰ বা মেজিৰ আধাপোৰা বাঁহ লাগনিগছ বা খেতিপাথৰত ৰখাৰ নিয়ম হৈ আহিছে।

শীতক প্ৰত্যাহ্বান জনোৱাটোও মাঘবিহুৰ আন এক উদ্দেশ্য যেন লাগে। ঠেটুৱৈধৰা শীত নেওঁচি মাঘমাহত স্নানকৰা কাৰ্য্যই যেন শীতক লাজহে দিয়ে।

মাঙ্গলিক কাৰ্য্যৰ বাবেও মাঘমাহ শ্ৰেষ্ঠ। ভেলাঘৰত ভোজখোৱাৰ পাছৰেপৰা ঘৰলৈ অহা আলহী-অতিথি আপ্যায়নৰ উপৰিও ঈশ্বৰ-উপাসনা, বিভিন্নজনক বিভিন্ন পৰ্য্যায়ত ভোজন কৰোৱা তীৰ্থযাত্ৰা আদি শুভকৰ্মৰ পাতনি তৰা হয়।

মাঘবিহুৰ মাহত লুকাই আছে শৰীৰ-চৰ্চা আৰু শক্তিপৰীক্ষাৰ ইঙ্গিত। সেয়ে মাঘবিহুৰ লগত সঙ্গতিৰাখি বিভিন্ন খেলখেলা আৰু উপভোগ কৰা হয়।

অসমৰ বিভিন্ন স্থানত মাঘৰ বিহুৰ দিনা হোৱা উৎসৱত সেই অঞ্চলৰ ৰাইজৰ বিশ্বাসৰ পাৰম্পৰিকতা লক্ষ্য কৰা যায়। মাঘবিহুৰ দিনা ৰংঘৰৰ বাকৰিত আহোম ৰজাৰ পৃষ্ঠপোষকতাত ম'হযুঁজ, কণীযুঁজ, শেনযুঁজ, হাতীযুঁজ, মালযুঁজ; জাগীৰোডত জোনবিল মেলা, হাজোৰ হয়গ্ৰীৱ মন্দিৰ প্ৰাঙ্গণত বুলবুলি যুঁজ, অন্যান্য স্থানত হোৱা কুকুৰা যুঁজ, মালযুঁজ, ঢোপখেল, দোবলমুৰি খেল আৰু ৰাজহুৱা গোঁসাইঘৰত হোৱা ধৰ্মীয়কৃত্যৰ লগতে গাঁৱৰ ৰাইজে আগন্তুক বৰ্ষৰ বাবে কৰা কৃষি আঁচনিৰ পৰিকল্পনা লেখত লবলগীয়া।

দৰং জিলা অসমৰ এখন জিলা। নানা জাতি-উপজাতিৰ সংমিশ্ৰণত গঠিত দৰঙৰ জনগোষ্ঠী। সাংস্কৃতিক দিশত অসমৰ অন্যান্য জিলাবোৰৰ লগত এই জিলাৰ কিছু বৈশিষ্ট্য লক্ষ্য কৰা যায়। মাঘবিহুৰ ক্ষেত্ৰতো এই কথা প্ৰযোজ্য।

দৰং জিলাত 'বিহু' পদটোৰ বিপৰীতে 'দোমাহী' 'দোমেহী' 'দমহী' পদৰ প্ৰচলন অধিক। দুই মাহৰ সমাহাৰ— দোমাহী। মাঘ বিহুৰ বিষয়ে আলোচনা কৰোতে এই নিবন্ধত দৰঙৰ বিশেষ উল্লিখনত দোমাহী পদটো ব্যৱহাৰ কৰা হ'ব। আনঠাইৰ উল্লিখনত বিহু পদটোৰেই ব্যৱহাৰ হ'ব। অঞ্চল বিশেষে দৰঙত মাঘবিহুক ভেলাঘৰৰ দোমাহী বোলে।

দৰঙৰ মাঘ দোমাহীৰ আগমনৰ সূচনা দিয়ে গৰখীয়া ল'ৰাই। বিহুৰ কেইদিন মান আগৰেপৰা কোমল বাঁহ, কলচোচনি, নৰা আদিৰে প্ৰস্তুত কৰে ভেলাঘৰ আৰু ভেলাগুঁজি। জিলাখনৰ দক্ষিণ পশ্চিম অঞ্চলত ভেলাঘৰ চাঙঘৰৰ নিচিনাকৈ সজাদেখা যায়। এই ঘৰটোত ফলাবাঁহ ব্যৱহাৰ কৰা নিষেধ। গোটা বাঁহেৰে প্ৰথমে ঘৰটো সাজি ঘৰটোৰ আধাভাগৰ ওপৰত অংশত চাং সাজে আৰু আধা অংশৰ ওপৰভাগ মুকলিকৈ ৰাখে। মুকলি থকা অংশত ভোজ-ভাত ৰান্ধে। উৰুকাৰ দিনা ভোজভাতৰ সকলো বয়বস্তু যোগাৰ কৰি গৰখীয়া সকল চাঙত উঠি গীতমাত গোৱা, বাদ্যযন্ত্ৰ বজোৱা আনকি ধৰ্মগ্ৰন্থ আদিও ভিনে ভিনে পাঠ কৰা দেখা যায়।

কোনো অঞ্চলত দুটা আৰু কোনো অঞ্চলত এটা ভেলাঘৰ সাজে। দুটা ভেলাঘৰ সজা সকলে এটা ভেলাবুঢ়াৰ আৰু আনটো ভেলাবুঢ়ীৰ; অথবা দৰা-কইনাৰ প্ৰতীক বুলি ভাবে। কোনোৱে শিৱ-পাৰ্বতীৰ প্ৰতীক বুলিও গণ্য কৰে। কোনো কোনো অঞ্চলত ভেলা পুঁজি বা মঠ সাজে। ভেলা পুঁজিও কোনো অঞ্চলত এটা, কোনো অঞ্চলত দুটা সাজে। ভেলাঘৰ বা ভেলাপুঁজিৰ বাবে ঘৰে ঘৰে গৈ বাঁহ খোজা নিয়ম। কোনোৱে চুৰ কৰিও আনে। ভেলাঘৰ সাজিবলৈ বাঁহ দিলে বাঁহৰ বংশ বৃদ্ধি পায় বুলি ভবা হয়। পৰাপক্ষত ভেলাঘৰ জলাশয়ৰ ওচৰত সাজে।

ভেলাঘৰ সজা সময়ৰে পৰা গৰখীয়া ল'ৰাই সন্ধিয়া সময়ত ঘৰে ঘৰে গৈ 'হে ধ্বনি' দিয়ে।

*এজনে লগাই দিব ঃ আনবোৰে কয়*

*হৰিব'ল হৰি বহ'ল ঃ হে' হে'*

*কুশল ঃ হক*

*মঙ্গল ঃ হক*

*বাৰীত তামোল পাণ ঃ হক*

*গলিত গৰু ঃ হক*

*ভাখেৰিত ধান ঃ হক*

*পুখুৰীত মাছ ঃ হক*

*গুৰখীয়া চলিক দুই চাৰ আনা পইচা দিবা শক্তিবান হক।*

'হে ধ্বনি' শেষ হলে গৃহস্থই ভক্তি পূৰ্বক টকা-পইচা, চাউল, কণী, হাঁহ-পাৰ পৰ্য্যন্ত দিয়া নিয়ম। গৰখীয়াসকলে সংগৃহীত সামগ্ৰী এঠাইত দ'ম কৰি উৰুকাৰ দিনা ভেলাঘৰলৈ নিয়ে। গৰখীয়াসকলৰ লগত অঞ্চল বিশেষে গাঁৱৰ ৰাইজেও একেলগে সামূহিক ভোজনত যোগদান কৰে।

ভেলাঘৰৰ ভোজ ৰান্ধিবৰ বাবে নিৰ্দ্দিষ্ট ব্যক্তি এজনক আগতেই দায়িত্ব দিয়ে। দায়িত্ব গ্ৰহণ কৰোতাজনে উপবাসে থাকি আবেলি সময়ত ভোজৰন্ধাৰ বাবে প্ৰয়োজনীয় সকলো ব্যৱস্থা কৰি লয়। ভাত ৰন্ধা হলে কোনো অঞ্চলত কলৰ দোনাত এসাজ ভাত তুলি বাহিৰত উলিয়াই দি ৰাইজে সেৱা লয় আৰু হৰিধ্বনি দিয়ে। ইয়াৰ পিছতহে ৰাইজে খাই কিছুলোক ঘৰাঘৰি যায় আৰু কিছুলোকে ৰাতিটো জুই পুৱাই, পুথি-পাঠ কৰি, কাহিনী শ্ৰৱণ কৰি পাৰ কৰে। কোনো কোনো অঞ্চলত খৰি চুৰ কৰে আৰু 'নাঙেলী মাৰে'। পিছদিনা খৰি

হেৰোৱা গৃহস্থই গালি পাৰিলে ৰাইজৰ মঙ্গল হয় বুলি ভবা হয়। নাঙেলী মাৰোতে ডেকা গাভৰুৰ মাজত হোৱা অবৈধ প্ৰীতি অথবা পুৰুষ-মহিলাৰ পৰকীয়া প্ৰীতি থাকিলে প্ৰকাশ পায়। যৌনগন্ধী শব্দৰে গোৱা এই গীতত অসামাজিক কাৰ্য্যত লিপ্ত থকা সকলৰ নাম প্ৰকাশ হোৱাৰ ভয়ত আগৰেপৰা নিজক চম্ভালিং ৰাখিবলগীয়া হয়। উৰুকাৰ নিশাৰপৰা বছৰটোৰ বাবে নাঙেলী গোৱাৰ সামৰণি মৰা হয়। দোমাহীৰ দিনা পুৱে ডাক দিয়াৰ আগেয়ে ভেলাঘৰৰ দেউৰীয়াজনে গা-পা ধুই ভক্তিভাৱেৰে এখন মাহ-প্ৰসাদৰ নৈবেদ্য, ঘিউৰ শলিতা এগচি জ্বলাই তিল, চাউল, ঘিউ, কণী, চুঙাপিঠা আৰু দোমাহীৰ বাবে প্ৰস্তুত কৰা দ্ৰব্য ভেলাঘৰত আগবঢ়াই সেৱা কৰি পূৱমুৱাকৈ বহি ঘৰটোত বা পুঁজিত ভক্তিসহকাৰে অগ্নি সংযোগ কৰা হয়। ভেলাপুজি বা ভেলাঘৰত জুইলাগিলে যিমান দুৰলৈ আৰু যিমান ডাঙৰ শব্দ কৰি শিলেই ফুটে সিমানেই ৰাইজৰ মঙ্গল বুলি ভবা হয়। ইয়াৰ পিছত ৰাইজে গা-ধুই ঘৰাঘৰি যায়। যাওঁতে আধাপোৰা বাঁহ লৈ যোৱা নিয়ম। ভেলাঘৰৰ লগত জড়িত আনবিশ্বাস সমূহ হ'ল।

(১) ভেলাবুৰা আৰু ভেলাবুৰীৰ সতি-সন্ততি নাছিল। দুয়োৰে মৃত্যু হোৱাত ৰাইজে লগ লাগি বঢ়া-বুঢ়ীৰ শ্ৰাদ্ধাদি কৰি ভোজ-ভাত খাই বুঢ়া-বুঢ়ীৰ ঘৰত জুই লগাই দিয়ে।

(২) বাসস্থানৰপৰা কৃষিক্ষেত্ৰ দূৰত হোৱা বাবে ৰাইজে কৃষিক্ষেত্ৰত এটি অস্থায়ী ঘৰ সাজি শস্য সংগ্ৰহৰ অন্তত ভোজ-ভাত খাই ঘৰটোত জুই লগাই থৈ আহে। মাঘমাহৰ পৰা নতুনকৈ কৃষি বছৰ আৰম্ভ হয় বাবে প্ৰাতঃস্নান কৰি তেওঁলোকে নতুন বছৰক আদৰণি জনায়।

(৩) সন্তানহীনলোকে অথবা বাৰে বাৰে সন্তান জন্ম দি জীয়াই ৰাখিব নোৱাৰালোকে ভেলাঘৰত খাবৰ বাবে গৰখীয়াইতক বিভিন্ন দ্ৰব্য আগবঢ়াই আশীৰ্বাদ ললে সন্তান পায়।

(৪) বিকলাঙ্গ সন্তানৰ অভিভাবকে গৰখীয়াক সন্তুষ্ট কৰি আশীৰ্বাদ লাভ কৰি সন্তানৰ মঙ্গল কামনা কৰে ইয়াৰ বাবে ভেলাঘৰত মাহকৰাই বিতৰণ কৰা বিশেষ কৃত্য।

(৫) পোহনীয়া গৰুৱে গৃহস্থক নামানিলে সেই গৃহস্থই গৰখীয়াক ভেলাঘৰত যিকোনো দান দি আশীৰ্বাদ লয়।

(৬) হালোৱা গৰুক হাল আদি শিকাওতে 'শান্তি' নকৰিবৰ বাবে ভেলাঘৰত গৰখীয়াক দান দিয়া হয়।

(৭) ভেলাঘৰৰ আধাপোৰা বাঁহ নি ফল নধৰা গছত দিলে ফল লাগে।

(৮) ভেলাঘৰৰ আধাপোৰা বাঁহৰ দৈ তুলাই একে বহাই ঢাৰী এখন সাজি দীঘল বাঁহ এডালৰ মূৰত আঁৰি ঘৰৰ চৌহদত ৰাখিলে ধুমুহা-বতাহে অনিষ্ট কৰিব নোৱাৰে আৰু লাগনী ফল বা হৈ নাযায়।

(৯) ভেলাঘৰৰ পোৰা ছাঁই সংগ্ৰহ কৰি খেতি-পথাৰত দিলে খেতিৰ অনিষ্টকাৰী পোকৰ পৰা ৰক্ষা পোৱা যায়।

(১০) মহিলাই ভেলাঘৰত ভোজ খোৱা নিষেধ।

উক্তকাৰ দিনা আবেলি সময়ত গৃহস্থৰ ঘৰৰ লাগনী তামোল, নাৰিকল আৰু অন্যান্য ফলৰ গছত ডিঙিৰ সমান ওখত ধানখেৰেৰে বন্ধা নিয়ম। নালগা গছ দোমাহীৰ দিনা ৰাতিপুৱা ভেলাঘৰৰ পৰা আধাপোৰা বাঁহ আৰি দিয়ে। আন গছৰো ফল লাগিবৰ বাবে গায়।

*ঐ আম কঠল লেতুক পনিয়াল জৰা টেঙা লাগ্ লাগ্ লাগ*
*মাঘী চিনানক (গঙা চিনাম) নাবেৰি ডাল ভৰি ভৰি লাগ্।*
*বেল হান তামোল কুলা হান লাগ পাণ লাগ লাগ লাগ্*
*নাম্মা জেদি গোৰতে কাটিম।*

ফল নধৰা গছৰ গুৰিলৈ গৈ গছজোপা কটাৰ অভিনয় কৰি কেইঘাপমান মাৰে। গছজোপা কটাৰ অভিনয় কৰা সময়ত এজন লোকে এটা পাক মাৰি কয় ‘গছ ডাল কাটো নাল্‌গেই’। আনজনে কয় ‘নাকেট্‌বি আহা বছৰ লাগবু’।

অনুৰ্বৰা তিৰোতাক জাব পিন্ধাই উৰ্বৰা কৰিব বিচৰা বিশ্বাস আমাৰ সমাজত আছে। তেনেদৰে গছ বন্ধা কৃত্যত গছক উৰ্বৰা অৰ্থাৎ ফলযুক্ত কৰোৱা বিশ্বাস জড়িত। সেইদিনা গোহালীৰ গৰুবোৰ ঠিয় হৈ আছে নে শুই আছে চোৱা হয়। গৰু শুই থাকিলে খৰাং বতৰ আৰু ঠিয়হৈ থাকিলে আগন্তুক বৰ্ষত পানী যথেষ্ট হ'ব বুলি বিশ্বাস।

পুঁজি পুৱাই ঘুৰি আহি সামৰ্থ্যবান লোকে ঘৰৰ চোতালত স্নানপূৰ্বক অগ্নিপূজা পাতে। পূজাৰ বাবে মাহ-প্ৰসাদৰ লগতে বিহুৰ বাবে পোৱা পিঠা-পনা, জা-জলপান আদি আগলতি কলপাত এখনত আগবঢ়ায়। তাত দ্ৰোণ ফুলৰ থোপ, তুলসী, দুবৰি আদিও দিয়ে। গৃহস্থৰ মুৰব্বীজনে কাঠ বা বাঁহৰ কাঠিৰে সজা জোৰ দুটা জ্বলাই আগলতি কলপাতত সজাই ৰখা সামগ্ৰীবোৰ অগ্নিত নিক্ষেপ কৰি ফুল আদি অৰ্পণ কৰে। সকলো দ্ৰব্য আগবঢ়োৱাৰ অন্তত গৃহস্থজনে সেৱা জনায়। তাৰপৰা ছাঁই সংগ্ৰহ কৰি মিঠাতেল বা ঘিউৰ লগত

মিহলাই ফোটদিবৰ বাবে প্ৰস্তুত কৰে। গৃহস্থৰ প্ৰত্যেকেই অগ্নিত সেৱা জনায় মুৰব্বীজনক সেৱা কৰে। মুৰব্বীজনে প্ৰত্যেকৰ কপালত সংগৃহীত ছাইৰ ফোট দিয়ে। ইয়াৰ পিছত পৰিয়ালৰ জ্যেষ্ঠসকলক কনিষ্ঠসকলে সেৱা কৰে।

ইফালে মন্দিৰ, নামঘৰ আৰু গৃহস্থৰ গোসাঁইঘৰ আদিতো সাৰি-মুচি লৈ ভগবানৰ উদ্দেশ্যে পিঠা-পনা, মাহ-প্ৰসাদ আদিৰে নৈবেদ্য আগবঢ়ায়। ব্ৰাহ্মণ-পুৰোহিতে বিগ্ৰহ স্নান কৰোৱায় আৰু মন্ত্ৰপাঠ কৰে। অগ্নি-হোম অনুষ্ঠিত কৰাও দেখা যায়।

মাঘবিহুৰ বাবে গৃহস্থই দোমাহীৰ সাতদিন মান আগেয়ে দীঘল পাবৰ কোমল বিজুলী বাঁহ অথবা জাতিবাঁহ অথবা কটা বাঁহৰ আগ গোটাই ছাঁ পৰা ঠাইত থৈ দিয়ে। উৰুকাৰ দিনা জাতি বা বিজুলী বাঁহৰ দীঘল পেপীয়া চুঙা কাটে। কটা বাঁহ হলে দুইপেপীয়া চুঙা ওভটাকৈ কাটি লোৰ মাৰি অথবা তামোলৰ শলা এডালেৰে চুঙাৰ মাজৰ গাঠিটো ফুটাই পৰিষ্কাৰকৈ ধুই চুঙাত পানী ঢালি চাউলবোৰ ভৰাই দিয়ে। চুঙা ভৰ্ত্তি হবলৈ চাৰি আঙুলি মান বাকী থকালৈ চাউল ভৰাই চুঙাবোৰ কিছু হেলনীয়াকৈ ৰাখি ধানখেৰেৰে জুই জ্বলাই চুঙাপোৰে। আবেলি সময়ত পিঠাগুৰি খুন্দি সন্ধিয়া সময়ত বিভিন্ন পিঠা, তিলৰ লাৰু, নাৰিকলৰ লাৰু, পিঠাগুৰিৰ লাৰু, আখৈৰ লাৰু আদি চুৰা সানি প্ৰস্তুত কৰা হয়।

উৰুকাৰ দিনা ঘৰৰ জীয়ৰী-বোৱাৰীয়ে ঘৰ-কাঠি মচি-সাৰি চিকুণ কৰে। চৰু পোৰে। কাপোৰ-কানি খাৰ-চাবোনেৰে উহাই ধুই পৰিষ্কাৰ কৰে। জিলাখনৰ উত্তৰ অঞ্চলত কিছু বছৰ আগলৈ জঙ্ঘললৈ গৈ সামূহিক চিকাৰ কৰাৰ ব্যৱস্থা আছিল। অন্য ঠাইত ৰাজহুৱা জলাশয়ত মাছ মাৰে। অঞ্চল বিশেষে খাহি ছাগলী, গাহৰি আদিৰ মাংস ৰাজহুৱাভাৱে ব্যৱস্থা কৰা দেখা যায়।

উৰুকাৰ দিনা গ্ৰাম্য জীৱনত দেখা আন এটি বিষয় হ'ল দুখীয়ালোকক দান কৰা। চুবুৰীয়া সামৰ্থ্য হীন লোকক চাউল, চুৰা, গাখীৰ, মাংস আদি অৱস্থা সম্পন্ন লোকে দান কৰে। আলহীৰ ঘৰলৈও গাখীৰ, মাছ-মাংস, তিল, বৰাচাউল, আদি যোগান ধৰি বিহুৰ দিনা যাতে কোনোলোকৰ ঘৰতেই কোনো দ্ৰব্যৰ অভাৱ অনুভৱ কৰা নহয় তালৈ লক্ষ্য ৰাখে।

দোমাহীৰ দিনা পূজাদি সমাপন কৰি খোৱালোৱাৰ পৰ্ব আৰম্ভ কৰে। খোৱালোৱাৰ পৰ্বত শুকতাৰ গুড়িত নিমখ তেল মিহলি কৰি খোৱা হয়। কোনো কোনো জনজাতীয় অঞ্চলত আমবলি পোক খোৱা দেখা যায়। এইবিধ ৰোগ

নিৰাময়ক খাদ্য। ইয়াৰ পিছত প্ৰত্যেকেই একোটাকৈ সিজোৱা হাঁহ কণী খায়। ইয়াৰ পিছত আৰম্ভ হয় জা-জলপান আৰু পন্তা ভাত। কথাতে কয় বোলেঃ

*পুহত পন্তা মাঘত কল*

*সেই পকঘৰ বাহত বল।*

সিজোৱা টিকহু আলু, ভজা কাঠ আলু, ঘিউ, তিলৰ লাৰু, মাহকৰৈই আদিও বিশেষ খাদ্য।

খোৱা-লোৱাৰ আৰম্ভণিতে মন কৰিবলগীয়া বিশেষত্ব জাতি আনয়ন। জাতিয়ে প্ৰথমে জা-জলপান গ্ৰহণ কৰাৰ পিছতহে গৃহস্থই দোমাহীৰ জা-জলপান খায়। খোৱা-লোৱাৰ অন্তত নতুন দৰা-কইনা শহুৰেকৰ ঘৰলৈ গৈ জ্যেষ্ঠ সকলক সেৱা জনাই বিহুৰ ওলগ যাচে। সেইদিনা দৰা-কইনা শহুৰেকৰ ঘৰত থকা নিষেধ। দোমাহীৰ দিনা চুবুৰীয়া সকলে পৰস্পৰে পৰস্পৰক মাতি আমি জা-জলপান খুৱায়।

দোমাহীৰ দিনা খটৰাসত্ৰ, মুৰাদেওৰ মন্দিৰ, নাৰিকলি শিৱ-মন্দিৰ, ৰুদ্ৰেশ্বৰ দেৱালয়, তাম্ৰেশ্বৰ দেৱালয়, মাধৱ গোহাঁই, মহামুনি, নলখাম্বাৰা মন্দিৰ, মাজুলীৰ ওচৰৰ হয়গ্ৰীৱ মাধৱ মন্দিৰত ৰাইজৰ সমাবেশ ঘটে। মাঘৰ দোমাহীৰ দিনা পালন কৰা আন আন আচাৰবোৰ হ'ল ঃ

(১) উৰুকাৰ দিনা বহাগ, জেঠ আদি মাহৰ নামেৰে গাঁথি দি থোৱা কচুপাতৰ কোনটোত কিমান পানী জমা হয় সেইটো লক্ষ্য কৰি বছৰটোৰ কোনটো মাহ খেতিৰ বাবে মঙ্গলজনক হ'ব তাক নিৰ্ণয় কৰা হয়।

(২) বৰো-কছাৰীসকলে উৰুকাৰ দিনা শুকান দোঙত চেপা এটা পাতিথৈ আহে। দোমাহীৰ দিনা ৰাতিপুৱা চেপাটো চাই তাত জাবৰ আদি সোমাই থাকিলে সেই বছৰ পানী হ'ব বুলি বিশ্বাস কৰে।

(৩) গৰু-ম'হৰ শিঙত মিঠাতেল আৰু কপালত ভেলা পুঁজি পোৰা ছাইৰ ফোট দি এৰি দিয়া হয়। এই দিনাৰপৰা গৰু এৰি দিয়া নিয়ম। ইয়াকে 'গৰু উদং' দিয়া বোলে। দোমাহীৰ দিনা গৰু-ম'হে কাৰোবাৰ খেতি-বাতি নষ্ট, কৰিলেও 'খোৱাৰ'ত দিয়া নহয়, অথবা বিচাৰ আদি নকৰে। বৰো সমাজে 'নিজা' (তামৰ পাত্ৰত তুলসী দি ৰখা পানী)ৰ পানীৰে গৰু ধুৱায়।

(৪) বাঁহৰ গুৰিত মাটি চপোৱা হয়।

(৫) মাঁহ-মতেহী ঘঁহি গা ধোৱা হয়।

(৬) গৃহস্থই দিনৰ সাজ ভাত নাৰান্ধে।

(৭) গৰখীয়াসকলক গৃহস্থই খুৱাই-বুৱাই মাননী আদি নিয়ে।

(৮) সন্তানৰ গাত থকা 'গোৰজৰী' (জাব) আদি সলোৱা হয়।

(৯) গোঁসাই, ব্ৰাহ্মণ আদিৰ ঘৰলৈ গৈ দক্ষিনাসহ সেৱা জনাই কামনা কৰে।

(১০) গোঁসাই, ব্ৰাহ্মণ পৰিয়ালৰ প্ৰায়বোৰ ঘৰতেই অগ্নিহোম কৰে।

(১১) মুৰাদেওৰ মন্দিৰত মাহপ্ৰসাদৰ নৈবেদ্যৰ লগতে কুকুৰা বলি দি দেৱতাক পূজা কৰা হয়।

(১২) জ্যোতিষীৰ হতুৱাই আহুতলী প্ৰস্তুত কৰিবৰ বাবে দিন নিৰ্দ্ধাৰণ কৰে।

(১৩) গৃহিণী সকলে কলৰ দোনাত ভেন্দি, ভোল, জিকা আদিৰ গুটি গজালি মেলিবৰ বাবে লগায়।

(১৪) সকলোলোক হাই-কাজিয়াৰপৰা বিৰত থাকে।

(১৫) কোনো অঞ্চলত সম্প্ৰদায় বিশেষে পিঠাগুৰিৰে মানুহৰ আকৃতিৰ দৰে এবিধ পিঠা পুৰি আন পিঠা-পনাৰ লগত খায়।

(১৬) বৰো-কছাৰী সকলে দোমাহীৰ দিনা দোকমোকালিতে তামোল-নাৰিকল আদিৰ অনিষ্টকাৰী কেৰ্কেটুৱা আদিক 'হাইয়া মান্দাপ হেইয়া' বুলি কৈ খেদে।

(১৭) বৰো-কছাৰীসকলে দোমাহীৰ দিনা পুৱাৰ ভাগতে প্ৰত্যেকঘৰৰ খুটাত 'ব' সূতাৰে একে উশাহে মেৰিয়াই বান্ধে যাতে কোনো ধৰণৰ বেয়া বতাহ সোমাই ঘৰত বেমাৰ-ব্যাধি বিয়পাব নোৱাৰে। আনবোৰ অঞ্চলত ধুমুহা বজ্ৰপাত আদি নিবাৰণৰ বাবে নাহৰৰ পাতত মন্ত্ৰ লিখি ঘৰৰ চালত খুহি থয়।

(১৮) বৰো সম্প্ৰদায়ে পুঁজি পুৱাই আহি বাইলঙৰ যোগেদি 'গথৈচু ৰাওনায়' (পূৰ্ব পুৰুষৰ সোঁৱৰণ) কৰে। সেই উদ্দেশ্যে গাঁৱৰ সকলো লগ হৈ প্ৰত্যেক ঘৰে ঘৰে যায়। প্ৰতিঘৰৰ চোতালত বাৰটা গাত খান্দি তাত বিহুৰ বাবে সজা পিঠা-পনা আৰু মদ আগবঢ়ায়। বাইলঙে মন্ত্ৰ মাতি সেইবোৰ পূৰ্ব-পুৰুষক দান কৰে। দানৰ অন্তত উপকৰণ সমূহ ৰাইজে ভগাই খায়। বহাগৰ দোমাহীৰ দিনাও এইদৰে পূৰ্ব-পুৰুষক উপাসনা কৰে।

(১৯) ৰাভা সমাজত দোমাহী উপলক্ষ্যে সজা পিঠা-পনা গৃহস্থই খোৱাৰ আগেয়ে ঘৰৰ চৌহদত দুখন পাতত বুঢ়া-বুঢ়ীৰ নামত আগবঢ়ায়। পিঠা-পনা

আদি তিৰোতা মানুহে আগবঢ়ায় কিন্তু কলপাতেৰে সজা 'খোলা'ত মদ গৃহস্থৰ মুৰব্বী পুৰুষ জনেহে আগবঢ়াব পাৰে।

(২০) বৰো সমাজত চিকাৰলৈ জাললৈ যোৱাৰ প্ৰথা আছে। জালত পছ পৰিলে জালৰ গৰাকীয়ে কামিহাড় সহ আগঠেংখন ভাগ পায়। আন অংশ বাইজে ভগাই লয়। জালৰ গৰাকীয়ে নিজৰ অংশ চিকাৰলৈ যোৱা সকলৰ লগত লগ লাগি ৰাতি মদেৰে খায়।

(২১) চাহ-জনজাতিৰ লোকসকলে মাঘৰ দোমাহীৰ সময়ত টুচু পূজা পাতে। টুচুৰ পিছদিনা সৰু ল'ৰা-ছোৱালীৰ নাক-কাণ বিন্ধোৱা অনুষ্ঠান পালন কৰে।

(২২) বৌদ্ধ ধৰ্মাৱলম্বীলোকসকলে নদীত স্নান কৰি উঠি ধুতি বস্ত্ৰ পৰিধান কৰি ঘিউ স্পৰ্শ কৰে আৰু সিজোৱা আলু সহ তিল খায়।

(২৩) জোক, মহ, পোক, পৰুৱা, মাখি আদিৰ উপদ্ৰৱৰপৰা ৰক্ষা পৰিবৰ বাবে দোমাহীৰ দিনা পুৱাতে মুখত পিঠাগুৰি অথবা খুদ ভৰাই যিকোনো এজন ব্যক্তিয়ে নিজৰ ঘৰৰ চাৰিওফালে থু-থুৱাই দি ঘোলা ঘোলা বুলি কয়।

(২৪) কোনো কোনো অঞ্চলত 'বিষুপুৰুষ'ৰ পূজা অনুষ্ঠিত হয়।

(২৫) দোমাহীৰ পিছদিনাৰে পৰা আগুহী-বগুহীক মাতি আনি খোৱা লোৱাৰ যোগেদি আত্মীয়তা আৰু সৌহাৰ্দ্যৰ ভাব গঢ়ি তোলে। কোনো কোনো অঞ্চলত ইয়াক 'বিহুত ঢলোৱা' বোলে।

দোমাহীৰ জা-জলপান খাই উঠি বয়সভেদে পৰিয়ালৰ লোকসকল ঘৰৰপৰা ওলাই যায়। কোনোৱে গোঁসাই ঘৰত নামকীৰ্ত্তন কৰে। কোনোৱে মুকলি পথাৰত ঢোপ, দোবলমুৰি, ধৰাচিউ, হাউগুডু, মালযুঁজ, আদি খেল খেলে। জীয়ৰী-বোৱাৰীসকলেও আবেলি সময়ত গোঁসাই ঘৰত নাম ধৰে।

শস্য চপোৱাৰ সময়ত পৃথিবীৰ বিভিন্ন দেশৰ লোকে বিভিন্ন ধৰণে বিভিন্ন উৎসৱৰ আয়োজন কৰে। এইবোৰত যৌনতাৰ প্ৰাধান্য অস্বীকাৰ কৰিব নোৱাৰি। নাঙেলীমাৰা, গৃহস্থৰ খৰি-কাঠ চুৰ কৰি স্নবাইচ মাত শুনা আদি মন্ত্ৰমূলক যাদুৰ যোগেদি কৃষিৰ উন্নতি কামনা কৰা হয়। আচলতে ভেলাঘৰৰ অগ্নিসেৱা কাৰ্য্যই অগ্নি ওৰফে সূৰ্য্যৰ তাপ বৃদ্ধি কৰি শস্যৰ বীজ গজাত সহায় কৰা আৰু আম-কঠাল আদি গছক ফল লাগিবলৈ যাদুবিদ্যা প্ৰয়োগ কৰাটোৱে কৃষিৰ উন্নতি কামনা কৰাটোকে সূচায়। ❑

# (১১) গোৱালপাৰা অঞ্চলৰ মাঘবিহু ঃ পুষ্‌ণা

মোঃ আব্দুল গফুৰ

অবিভক্ত গোৱালপাৰা জিলাত প্ৰতিটো অসমীয়া মাহৰ লগত সঙ্গতি থকা সামাজিক আচাৰ-অনুষ্ঠানবোৰ গোৱালপৰীয়া জন-জীৱন আৰু কৃষ্টিৰ এক সুকীয়া প্ৰতীকৰূপে দৃশ্যমান হয়। জিলাখনত অন্যান্য মাহৰ দৰে পুহৰ সংক্ৰান্তিত আৰু মাঘ মাহৰ পহিলা তাৰিখত একপ্ৰকাৰ উৎসৱ পালন কৰা হয়। এয়ে পুষ্‌ণা। গোৱালপাৰাত পুহ মাহক 'পুষ মাস' কয়। এই 'পুষ' মাহৰ সংক্ৰান্তিত এই উৎসৱ অনুষ্ঠিত হয় বাবেই এই উৎসৱক পুষ্‌ণা বোলে। পুষ্‌ণা সচৰাচৰ এদিনীয়াকৈ আৰু কোনো কোনো অঞ্চলত দুদিনীয়াকৈ পালন কৰা হয়।

পুষ্‌ণা উৎসৱ 'পুষ' আৰু মাঘ এই দুই 'মাস'ক সাঙুৰি পালন কৰা হয় আৰু সেইবাবেই পুষ্‌ণাক অঞ্চলবিশেষে দোমাসীও বোলে। সাধাৰণতেঃ জিলাখনৰ পশ্চিম অঞ্চলত পুষ্‌ণা আৰু মধ্য আৰু পূব অঞ্চলত দোমাসী নামে খ্যাত। দোমাসী দুদিনৰপৰা চাৰিদিনলৈকে পালন কৰে। জিলাখনত বাসকৰা কোচ-ৰাজবংশী, যোগী, কলিতা, ব্ৰাহ্মণ, বৰো-কছাৰী, ৰাভা, হাজং, গাৰো, মুছলমান আদি জনজাতি-অজনজাতি সকলো গোষ্ঠীৰলোকৰ মাজত এই কৃষি উৎসৱ প্ৰচলিত। হাজংসকলে পুষণাক পুচনা বা সণ্ডৰাণী বোলে। আদিবাসী সকলেও এই উৎসৱ পালন কৰে চাকৰাত নাম দি। নামত বিভিন্নতা যিয়েই নেথাকক, জিলাখনত বাসকৰা সৰহ সংখ্যকলোকে এই উৎসৱ কৃষি উৎসৱ হিচাপে পালন কৰে। ধৰ্মীয় আৰু আনুষ্ঠানিক ক্ৰিয়া-কলাপখিনি বাদ দি মুছলমান সকলেও পুষ্‌ণা পালন কৰি আহিছে।

পুষ্‌ণা বা দোমাসী এক গাম্ভীৰ্য্যপূৰ্ণ কৃষি উৎসৱত। এই উৎসৱত খোৱা-বোৱাৰ ওপৰত অধিক প্ৰাধান্য দিয়া হয়। মাছ-মঙহ বাদ দি চিৰা, পিঠা, সান্দহ, লাডু আদিৰ ওপৰতহে বেছি গুৰুত্ব দিয়া দেখা যায়।

জিলাখনৰ কোনো কোনো অঞ্চলত পুহ মাহৰ সংক্ৰান্তিৰ আগৰ দিনৰ পৰাই পুষ্‌ণা আৰম্ভ হয়। সেইদিনা অঞ্চল বিশেষে 'ৰাৰী বেৰা' কাৰ্য্যকলাপ চলে। গৰুৰ গোবৰ আৰু মূত কোনো পাত্ৰত একেলগ কৰি কোনো মাৰিৰে ঘাটি সেই মিশ্ৰণ ফটা কাপিৰ সহায়ত প্ৰতিটো ঘৰৰ বেৰ-বাৰুন্দা বেৰি দাগ

টনা হয় এইবাবেই যে তাবদ্বাৰা ঘৰৰ শুদ্ধি বা পবিত্ৰতা অটুট থাকে। এয়া জনবিশ্বাস। লগতে ঘৰৰ ভিতৰৰ বস্তু-বাহানি আৰু আচবাব আদি কপা এজ্জা সূতাবে বন্ধা হয় যাদু মূলক প্ৰক্ৰিয়া সাধনৰ অৰ্থে।

তদুপৰি সংক্ৰান্তিৰ আগদিনা দিনৰ আগভাগত গছ বন্ধন প্ৰথা প্ৰচলন আছে। খেৰ বা ৰচীৰে গছ বন্ধা হয়। যিবোৰ গছত ফল নধৰে সেইবোৰ গছত যাতে ফল ধৰে, যিবোৰ গছৰ ফল ধৰি সৰি যায় সেইবোৰ গছৰ যাতে ফল নসৰে নাইবা গছৰ ফল যাতে সৰিপচি নাযায় বা পোক-পৰুৱাই নষ্ট নকৰে তাৰ বাবে গছ বন্ধা হয় বুলি জনবিশ্বাস প্ৰচলিত। গধূলি গোহালিৰ চাৰিওফালে খেৰেৰে প্ৰস্তুত কৰা বেৰি বা পেষ্টা চাৰিটা ৰাখি থৈ জুলাই দিয়া হয়। পিছদিনা ৰাতিপুৱা সেই পোৰা পেষ্টাৰ ছাই গোটাই কল বা তামোলৰ ডোনাত ভৰাই অহা-যোৱা কৰা ৰাস্তাৰ ওপৰত থৈ দিয়া হয়।

সংক্ৰান্তিৰ দিনা পুষণা উপলক্ষে গৰুৰ বাবে ঘৰৰ গৃহিণীয়ে আলোৱা[১] চাউলৰ পিঠালি[২] পোৰে আৰু পানীৰ লগত মিহলাই গৰুক খাবলৈ দিয়ে। পিঠালিৰ লগতে 'চিতুৱা[৩] বা 'ধাপৰা পিঠা' আৰু 'গৰগৰী'[৪] পিঠাও খুৱায়। পানীত মিহলোৱা বা পিঠালি 'ছিলুম' বা বাঁহৰ চুঙাৰে গৰু, ছাগলী বা ম'হৰ গাত ফোঁট দিয়ে। শিং আৰু ঠেঙত তেল ঘঁহে। সেইদিনা কোনো কোনো অঞ্চলত পোহনীয়া জন্তুৰ গাত দাগ দিবৰ বাবে 'দাগনি' দিয়া প্ৰথাবো প্ৰচলন আছে। এই দাগনি দিয়া ব্যৱস্থা দিনৰ আগভাগত কৰা হয়। সেই উদ্দেশ্যে নিজৰ নিজৰ ঘৰত বা গাঁৱৰে কোনো এক সাধাৰণ ঠাইত গৰখীয়া ল'ৰাবোৰে গৰুবোৰ একেলগ কৰে। পিছত লোৰ মাৰি বা কাঁচি জুইত গৰম কৰি সেই উত্তপ্ত লোৰে গৰুৰ গাত দাগ দিয়ে। ইয়াতে বিবাদি থকা গৰুৰ বিষ নাইকিয়া হয়, এনেহুৱা গৰু কাম-কাজত চোকা হয় আৰু ভৱিষ্যতে গৰুক বিষ-ব্যাধি, ৰোগ-বেমাৰ আদিয়ে আক্ৰমণ কৰিব নোৱাৰে— এয়াও জনবিশ্বাস। পিছে আধুনিকতাৰ প্ৰভাৱত এইবোৰ আচৰণ প্ৰায় লোপ পাইছে।

সংক্ৰান্তিৰ ৰাতি শেষৰফালে হাড় কাপোৱা জাৰত টোপনিৰপৰা উঠি গা-ধোৱা প্ৰতিযোগিতা আৰম্ভ হয়— কোনে কিমান আগতে উঠি গাধোৱ পাৰে। গা-পা ধুই দিনতে সাজি থোৱা গাঁৱৰ সমূহীয়া 'আখৰা'[৫] বা ঘৰে ঘৰে সাজি থোৱা ভেলাঘৰ জুলাই দি জুই পুৱায় লগতে অগ্নি দেৱতাক পূজা-অৰ্চনা কৰে। ৰাতি থাকিলে ৰাতি আৰু নুশুৱে, জুই পুৱাই কটায়।

মাঘৰ পহিলা দিনা ৰাতিপুৱা ঘৰে ঘৰে ইষ্ট দেৱতাক পূজা কৰে। সকলে

ডাঙৰক সেৱা কৰে আৰু ডাঙৰে সৰুক মৰম আৰু আৰ্শীবাদ দিয়ে। পিছত খোৱা-বোৱাৰ 'ধুমধাম' চলে। ঘৰৰ গৃহিণীয়ে সাধ্যানুসৰি খোৱা-বোৱাৰ বাবে যা-যোগাৰ কৰে। নতুন ধানৰপৰা চিৰা, বিভিন্ন প্ৰকাৰ, পিঠা-সাৰু প্ৰস্তুত কৰে। দৈ পাতে বা সংগ্ৰহ কৰে আৰু নিজেও খায় লগতে 'গুষ্টি-কুৰ্মাকি' খুৱায়। পৰস্পৰে পৰস্পৰৰ ঘৰলৈ যায় আৰু পৰম তৃপ্তিৰে খোৱা-বোৱা কৰে।

'আঠকাড়াই' আন এক প্ৰকাৰ খাদ্যবস্তু মহিলাসকলে ঘৰে ঘৰে প্ৰস্তুত কৰে। আঠ প্ৰকাৰ শস্য যেনে বুট, মগু মাহ, মাটি মাহ, কুলটি কলাই, বৰা চাউল আদিৰে 'আঠকড়াই' প্ৰস্তুত কৰে।

অবিভক্ত গোৱালপাৰা জিলাত এই পুষ্ণা বা দোমাসীত মাগন প্ৰথাৰ প্ৰচলন আছে। এই পৰ্বত সৰু সৰু ল'ৰা-ছোৱালীহঁতে দলবান্ধি ঘৰে ঘৰে নাচ-গান কৰি মাগি ফুৰে। দলটোৰ এজনে চোঁৰৰ ধৰে আৰু আন এজনে তাল বজায়। গানবোৰ *পদ্মাপুৰাণ* আৰু *ৰামায়ণৰ* কাহিনীৰ আধাৰত গায়। লৰা-ছোৱালীয়ে গোৱা এনে গানৰ নমুনা তলত দিয়া হল; যেনে ঃ

(১) *অ বন্দং শ্ৰীৰামেৰ চৰণে*
*ৰাজসভা চাৰিয়া ৰাম*
*বনবাসে যায়*
*মাথায় হাত দিয়া সবে*
*কৰে হায় হায়।*
*ভীষণ জঙ্গলেৰ মাজে*
*নেদেখিয়া সূৰ্য্যৰ কিৰণ*
*মাথায় হাত দিয়া সীতা*
*কান্দে ঘন ঘন।*

(২) হনু কান্দেৰে...........কান্দে
*ৰাম কান্দে লক্ষ্মণ কান্দে কান্দে বনেৰ ভাই*
*ডালতক চৰিয়া ' হনু কান্দে সীতা মাও নাই*
*দীঘলা জাপ দিয়া হনু লঙ্কাপুৰী যায়*
*সোনাৰ লঙ্কা দেখিয়া হনু চুৰ্ত্তি হাৰায়'*
*হনু কান্দেৰে .................কান্দে।*

(৩) হৰ ধনু ভাঙে ৰাম সীতা স্বয়ম্বৰে
*পৃথিবীতে আছে যত ৰাজা মহাজন*
*জনকে সবাকে কৰে স্বয়ম্বৰে নিমন্ত্রণ*
*বিশ্বামিত্রক সঙ্গে নিয়ে যায় ৰাম-লক্ষ্মণ*
*ৰাক্ষস বধিয়া কৰে দেৱতা ৰক্ষণ*
*সবাকে চমক লাগায় মিথিলাতে যায়া*
*সীতাকে বিবাহ কৰে হৰধনু ভাঙেয়া।*

উৎসৱ-অনুষ্ঠানৰ সময়ত জীৱ-জন্তু, চৰাই-চিৰিকতি, ঘৰচীয়া প্রাণী আদিৰ প্রভাৱ থলুৱা জনগোষ্ঠীৰ ওপৰত বিৰাজ কৰে। গোৱালপৰীয়া লোক-সংস্কৃতি আৰুলোকসাহিত্যৰ মাজেদি ই প্রকাশ পাইছে। জন-সমাজখনত পশুপালন আৰু কৃষিকর্মত গৰু-ম'হৰ ব্যৱহাৰ আৰু সিবোৰৰপৰা উপকাৰ সাধনৰ কথাও জনজাতি-অজনজাতি লোকৰ গীতত প্রকাশ পাইছে। বৰোসকলে গোৱা তলৰ গীতটোয়ে এই কথা সূচায়।

*দাগাব সৈ আই, দাগাবলৈ, দাওখা চিলা হাবনাই ৰয়া ওলাই নাঁং খৌ হৰাখে" (নেকান্দিবা আই নেকান্দিবা, কাউৰী-চিলনী সোমোৱা ঘৰত তোমাক বিয়া দিয়া নাই)।*

(ড° কামেশ্বৰ ব্রহ্মৰ প্রবন্ধৰপৰা লোৱা হৈছে)

অবড়ো ল'ৰা-ছোৱালীয়ে গোৱা তলৰ গীত ফাঁকি মন কৰিব পাৰি ঃ

*পখী কৰে ক ক*
*তাল গাছে গৌৰব কৰে*
*বিনা বাতাসে লৰে।*
*কল গাছে গৌৰব কৰে*
*একে চৰায় মৰে*
*পখী কৰে ক ক।*

সৰু সৰু ল'ৰা-ছোৱালীৰ দৰে চেমনীয়াসকলৰ মাজতো পুষণা বা দোমাসী মাগাৰ ধুম উঠে। এওঁলোকৰ দলত সচৰাচৰ মাগনীয়াৰ সংখ্যা বেছি হোৱা দেখা যায়। মাগিবৰ বাবে এওঁলোকে প্রত্যেকে একেধৰণৰ পোছাক পিন্ধে কোমৰত ধুতি, গাত বগা গেঞ্জী আৰু ডিঙিত বগা গামোছা। কোনো ধৰণৰ চেণ্ডেল বা জোতা নিপিন্ধে। দলত এজন গীতাল, দুজন বাইন, এজন তালিয়া

আৰু বিশ-পচিশ জনলৈকে পালিয়া থাকে। গীতালৰ হাতত চোঁৱৰ থাকে। গীতালে চোঁৱৰ ঘূৰাই ঘূৰাই গান লগাই দিয়ে আৰু গানৰ তালে তালে বাইনে খোল, তালিয়াই তাল আৰু পালিয়াই দুহাতেৰে তালি বজাই সেই গান দোহাৰি গায়। গানৰ নমুনা তলত দেখুওৱা হ'ল।

(১)

## সৰেস্বতী বন্দনা

*দিশা ঃ* *অ' মাৱ সৰোস্বতীৰে*
*অৰে মাৱ তোৰে বন্দুং পাৱ*
*ৰে মাৱ তোৰে বন্দুং পাৱ*
*আমাৰে কণ্ঠতে বসিয়া লহৰী খেলাৱ*
*মাৱ সৰস্বতীৰে।।*

*পদ ঃ* *আইসেক মাৱ মোৰ সৰেস্বতী*
*ৰথে কৰিয়া ৱৰ।*
*মোৰ সভা ছাৰিয়া[৮] যদি*
*অন্যেৰ সভায় যাৱ।।*
*আৰো কিছু কিৱা[৯] নাদুং*
*ধৰ্মেৰ মাথা খাৱ।।*
*মাৱ................ৰে*
*জয় জকাৰে[১০] নামিয়া আইসেক*
*মোৰ সভাৰ ভিতৰ।*
*মাৱ হৈলো জননী তোৰ*
*পুত্ৰ হৈলো ভাৱ।*
*মাৱৰে কোলাতে পুত্ৰ*
*হাসেলি খেলাৱ।।*
*মাৱ.....ৰে ,........*

(২)

দিশা ঃ অ' ময়ূৰ কান্দেৰে
অ' আখিৰ[1] পানী ঝাৰে[2] ।।

পদ ঃ সকোল[3] সখী যায় জলে
ময়ূৰ কান্দে কুন[4] বনে।।
অ'.............কান্দেৰে।।
কুকৰায় কান্দে কক্ কক্
মেছুই মাৰে চালিৰে।
উঠৰে কালিয়াৰ চাৰ
উঠিয়া মাৰো ফালি ৰে।
সকোল সখী .............বনে।।
সন্ধ্যা-বেহানা[5] নাৰী
যায়ো নেদে বাতিৰে।
সকোল সখী .............বনে।।
লক্ষী বলে অৰে নাৰী
নৰং একে ৰাতিৰে।
সকোল সখী .............বনে।।
গাৱ ধুইয়া যেই নাৰী
উল্টিয়া বান্দে কেশ[6] ৰে।
সকোল সখী .............বনে।।
লক্ষ্মী বোলে অৰে নাৰী
চাৰিম মুই দেশ ৰে।
সকোল সখী .............বনে।।
গাৱ ধুইয়া যেই নাৰী
মুখে দিলে পাণ ৰে।
সকোল সখী .............বনে।।
লক্ষ্মী বোলে অৰে নাৰী
কৰিলো অপমান ৰে।
সকোল সখী .............বনে।।

(৩)

দিশা ঃ ফুল ফুটিয়া ৰৈল ডালে
অ'ৰে এমুন[১] বয়স যায়ৰে
অ'ৰে স্বামী নাই মোৰ ঘৰে সৈ।
ফুল ফুটিয়া..................ডালে।।
বিশ্বাসো মনতে উস্যা (উৎসাহ)
অ'ৰে বসন্তৰে বাৱ[৮] সৈ।
ফুল ....ডালে।।
মুই যে পাপিনী কতো
অ'ৰে কৰিয়াছি পাপ সৈ।
ফুল....ডালে।।
ফুটিল সকলো ফুল
ভোমৰা কৰে বোল সৈ
ফুল............ডালে।।
চৈতেৰো টোক পখী
অ'ৰে ডাকে পিয়া পিয়া সৈ
ফুল........ডাল।।
কলা চকলা চিলো কলা
হাতো নিথি দিয়া সৈ
ফুল .......ডালে।।

**শব্দাৰ্থ**

১। আলোৰা—আতল
২। পিঠালি— পিঠাগুৰি
৩। চিতুৰা—থাপৰি, চাপৰিত প্ৰস্তুত কৰা, একপ্ৰকাৰ পিঠা, হেজাৰ মুখী।
৪। গৰগৰী—কণিৰ দৰে উহোৱা একপ্ৰকাৰ পিঠা
৫। আথৰা—ডাঙৰ ডাঙৰ কাঠখৰি একেলগ কৰি জ্বলোৱা জুই।

৬। চৰিয়া—উঠি

৭। চুৰ্তি হাবায়— তত হেবায়

৮। ছাৰিয়া—এৰি, আলাকৰি

৯। কিৰা—শপথ

১০। জয়জকাৰ—উৰুলিব

১১। আখি—চকু

১২। বনবে—সৰিপৰে

১৩। সকোল—সকলো

১৪। কুন—কোন

১৫। বেহ্না—বাতিপুৱা

১৬। কেশ—চুলি

১৭। এমুন—এনেকুৱা

১৮। বাব—বতাহ

***

# (১২) ধুবুৰী জিলাৰ মাঘবিহু ঃ পুষ্‌ণা

শ্ৰীনলিনী শৰ্মা

ধুবুৰী জিলা অসমৰ পশ্চিম সীমান্তত অৱস্থিত। ইয়াৰ মাটি-কালি ২,৭৪৬ বৰ্গ কিঃ মিটাৰ। ধুবুৰী জিলাৰ সদৰ ঠাই ধুবুৰী। এই জিলাত অসমীয়া বঙালী, বিহাৰী, মাৰোৱাৰী, বৰো-ৰাভা, চাওতাল আদি বিভিন্ন জনগোষ্ঠীৰ মানুহে বাস কৰে। সংখ্যাত সৰহ অসমীয়া জনগোষ্ঠীৰ মানুহখিনিক আকৌ বহলভাবে হিন্দু-মুছলমান দুটা ভাগত ভগাব পাৰি। হিন্দুৰ ভিতৰত ব্ৰাহ্মণ, কলিতা, কায়স্থ, কৈবৰ্ত্ত, ৰাজবংশী, নাথ, ইত্যাদি আৰু মুছলমানসকলৰ ভিতৰত উজনী আৰু ভাটিৰ ফালৰপৰা অহা এই দুটা ভাগ আছে। এনেদৰে বিভিন্ন জনগোষ্ঠীৰ মানুহ একেলগে সমাজপাতি ওচৰা-ওচৰিকৈ বাস কৰাৰ ফলত পৰস্পৰৰ সাংস্কৃতিক উপাদান সমূহ সকলোৰে সমাদৃত হৈছে।

ভোগালী বিহু বা মাঘবিহু অসমৰ এটি উল্লেখযোগ্য লোকউৎসৱ। বিহু অসমৰ জাতীয় উৎসৱ বুলি কোৱা হয়। বিহু তিনিটা ঃ ৰঙালী, কঙালী আৰু ভোগালী, ৰঙালী বিহু চ'ত-বহাগৰ দোমাহীত, কঙালী বিহু আহিন-কাতিৰ দোমাহীত আৰু ভোগালীবিহু পুহ-মাঘৰ দোমাহীত পালন কৰা হয়। একমাত্ৰ কঙালী বা কাতিবিহুৰ বাহিৰে বাকী দুটা বিহুৰ আনন্দ-উৎসৱ কেইবাদিনলৈ থাকে।

পুৰণি গোৱালপাৰা জিলাখন বৰ্ত্তমান চাৰিভাগত বিভক্ত হৈ গোৱালপাৰা, বঙাইগাওঁ, কোকৰাঝাৰ আৰু ধুবুৰী নামেৰে চাৰিখন জিলাত পৰিণত হলেও সাংস্কৃতিকভাৱে গোৱালপৰীয়া সংস্কৃতি নামটো অবিভক্ত গোৱালপাৰা জিলাত এতিয়াও চলি আছে। ধুবুৰী জিলাতো বিশেষকৈ অসমীয়াভাৰী জনগোষ্ঠীসমূহৰ মাজত সামগ্ৰিকভাৱে ভোগালী বিহু বা মাঘবিহুক 'পুষণা' নামেৰে পালন কৰা হয়। মাঘবিহু বা পুষণা কৃষি ভিত্তিক উৎসৱ। কৃষি প্ৰধান ৰাজ্য অসমৰ মূল খাদ্য হ'ল ধান। ধান, মাহ, তিল, সৰিয়হ, কুঁহিয়াৰ, তামোল-পাণ আদিৰে সৈতে কৃষিজীৱী গাঁৱলীয়া মানুহৰ গভীৰ সম্পৰ্ক। তেওঁলোকৰ বহু পূজা-পাৰ্বন আৰু উৎসৱৰ ওপৰত এই কৃষি-সম্পদবোৰৰ প্ৰভাৱ পৰিলক্ষিত হয়। গাঁৱলীয়া কৃষিজীৱী সমাজৰ বুকুতে অসমীয়া সংস্কৃতিৰ নিভাজ ৰূপটো ৰৈ আছে। আনহাতে নগৰীয়া সমাজৰ সংস্কৃতি গাঁৱৰপৰা আহিলেও তাত কৃত্ৰিমতাৰ প্ৰভাৱ পৰিছে।

পুষ্‌ণা শব্দৰ উৎপত্তি সম্ভবতঃ পুহ মাহৰ পৰাই হৈছে। *হেমকোষ অভিধানৰ* মতে—'পোষ্‌ বি. (সং পৌষ—পুষ্যা, এটা নক্ষত্ৰ, এই মাহৰ পূর্ণিমা পুষ্যা নক্ষত্ৰত পৰে, এতেকে) পুহমাহ"। পুহ মাহ মাঘ মাহৰ সংক্ৰান্তিত 'পুষণা' উদ্‌যাপন কৰা হয়। ধুবুৰীয়া ৰাজ্য পশ্চিম বঙ্গত পুষণা বা ভোগালী বিহুক 'পৌষ সংক্রান্তি' বা 'পৌষ পার্বন' বোলে। এই সময়ত মানুহৰ ঘৰত খোৱা লোৱাৰ অভাৱ নাথাকে। কৃষকে খেতি চপাই ঘৰলৈ ধান আনে। নিজৰ পৰিয়াল, ওচৰ চুবুৰীয়া আৰু আত্মীয় স্বজনৰ সৈতে মানুহে আনন্দমনেৰে উৎসৱমুখৰ পৰিবেশত লাডু-পিঠা, ভোজভাত খাই সুসম্পর্ক ৰক্ষা কৰে। আলহী-অতিথিক ঘৰলৈ আমন্ত্রণ জনায়। পুষণাত খোৱালোৱাৰ পয়োভৰ বেছি হ'লেও তাৰ লগতে মনত আনন্দ যোগোৱা নৃত্য-গীত আৰু অন্যান্য আচাৰ-অনুষ্ঠান কেতবোৰো পৰিলক্ষিত হয়।

মাঘ বিহুৰ আগৰ দিনটোক উৰুকা বোলাৰ দৰে এই জিলাৰ কোনো কোনো অঞ্চলত পুষণাৰ আগৰ দিনটোক 'গুড়া কুটুনী' বোলে। সিদিনা দুপৰীয়াৰ পিছত ঘৰৰ তিৰোতা মানুহে 'পুষণা'ৰ পিঠাৰ বাবে 'গুড়া কুটে' (পিঠাগুৰি খুন্দে) কাৰণে সেই দিনটোক গুড়া কুটুনীৰ দিন বোলে।

পুষণাৰ দিনা পুৱা গৃহস্থই ধানখেৰ আৰু এৰা সূতাৰে বাৰীৰ গছ-গছনি আৰু ঘৰৰ বিভিন্ন বস্তু বান্ধে। এনে কৰিলে অপায় অমঙ্গলৰ পৰা ৰক্ষা পৰে আৰু গছ-গছনিৰ ফল বৃদ্ধি হয় বুলি বিশ্বাস কৰে। কিছুমানে বাৰমাহৰ নামত বাৰটা কচুপাত বান্ধি থৈ কোন মাহত কিমান বৰষুণ হ'ব ৰাতি কচুপাতত গোট খোৱা নিয়ৰৰ পানীৰে আগতীয়াকৈ গণনা কৰে। ই কৃষি কর্মৰ সহায়ক।

পুষণাৰ আগদিনা (উৰুকাৰ দিনা) গাঁৱৰ ডেকাল'ৰাবোৰে পথাৰত ভেলাঘৰ সাজি লগভাত খায় আৰু ধলপুৱাতে গা ধুই ভেলাঘৰ পোৰে। (অঞ্চলভেদে দুদিনো ভেলাঘৰ পোৰে। কোনো কোনো ঠাইত মাঘৰ পহিলা তাৰিখেও ধলপুৱাতে ভেলাঘৰ পোৰা হয়।) ডেকা ল'ৰাবোৰে গোটেই পুহ মাহটো মানুহৰ ঘৰে ঘৰে এউৰী মাগি ফুৰে আৰু যি ধান-চাউল, টকা-পইচা পায় তাৰেই সেইদৰে লগ ভাত খায়।

সিদিনা প্রতিঘৰ মানুহে নিজৰ গোহালিৰ গৰুবোৰৰ শিঙত তেল দি আৰু গৰুৰ গাত নানা ৰং সানি হাঁহি ধেমালিৰে ওচৰৰ নদী বা আন জলাশয়লৈ নি গৰু ধুৱায়। গৃহস্থসকলে সিদিনা গোহালিৰ আটাইতকৈ বেয়া স্বভাৱৰ গৰুটোক লো গৰম কৰি দাগ দিয়ে। ইয়াক 'দাগি দেওয়া' বোলে। গাঁৱৰ মানুহে

সিদিনা দল বান্ধি সমূহীয়াভাৱে মাছ মাৰিবলৈ যায়। মাছলৈ যাত্ৰা কৰাৰ আগতে দলপতিজনে শিঙা বজায়। শিঙাৰ মাত শুনি প্ৰতি ঘৰৰপৰা চাক লৈ ওলাই যোৱাৰ সময়ত অবিবাহিতা ছোৱালী বা ল'ৰাই বাঢ়নীৰে চাক জালখন কোবাই দিয়ে। মাছ মৰাৰ দৰে সমূহীয়াভাৱে সিদিনা গাঁৱৰ মানুহ পহু চিকাৰলৈ যোৱাৰ নিয়মো আছিল। বৰ্তমান বন-জংগল ধ্বংসে হোৱাৰ কাৰণে এই প্ৰথাটো প্ৰায় লুপ্ত হোৱাৰ উপক্ৰম হৈছে। (অঞ্চলভেদে পিছদিনা অৰ্থাৎ পুৰণাৰ দিনা মাছলৈ যোৱাৰ নিয়মো দেখা যায়।)

সংক্ৰান্তি বা পুৰণাৰ দিনা ৰাতিপুৱাতে গা-ধুই উঠি জুই পুৱায়। তাৰ পিছত আগদিনা খুন্দি ৰখা পিঠাগুৰি ফুলৰ সৈতে তুলসীৰ গুৰিত আৰু ওচৰৰ নৈ-বিল আদি জলাশয়ত দিয়ে। তাৰ পিছত পাত্ৰত থকা অৱশিষ্টখিনি পানীত গুলি গৰু-ছাগলীৰ কপালত আৰু গাত বাঁহৰ চুঙা বা আঠিয়াকলৰ মজাৰে ফুটকীয়া চাব মাৰে। আৰু এবিধেৰে গৰুৰ গাত চাব মৰাৰ প্ৰথা আছিল। 'ঘেচু' হ'ল মধুৰাৰ ফুল। তাত ক'লা ক'লা বেণু থাকে। সেই বেণুবোৰ গৰখীয়া ল'ৰাই খাইছিলও আৰু তাক পানীত গুলি গৰুৰ গাত বাঁহৰ চুঙাৰে চাবো মাৰিছিল। বৰ্তমান এই প্ৰথা উঠি যোৱাৰ দৰে হৈছে। গৰু-ছাগলীৰ ডিঙিত সৰিয়হ ফুলৰ মালাৰ লগতে অন্যান্য ফুলৰ মালাও পিন্ধায়। ৰাতিপুৱা গৰু ছাগলীৰ শিঙত সৰিয়হৰ তেল দিয়ে। তেনে কৰ্মৰ দ্বাৰা গৰু-ছাগলীয়ে জাৰ কম পায় বুলি মানুহে বিশ্বাস কৰে। লগতে অৱশিষ্ট তেলখিনি বিশেষকৈ ছাগলীক দি ৰোৱাখিনি মানুহে গাত ঘঁহিলে হাতভৰি ওঁঠ নেফাটে বুলি প্ৰচলিত জনবিশ্বাস। ভেলাঘৰ পুৰাই আহি ধাপৰা (খোলা চাপৰি) পিঠা পুৰি গৰুক খুৱায়। গৰুক খুউৱাৰ পিছত ঘৰৰ মূল মানুহজনে নিৰ্জৰ গোঁসাইঘৰৰ দেৱতাৰ আগত তেলত ভজা পিঠা নিবেদন কৰে। তাৰ পিছত ঘৰৰ আটায়ে খায়। মানুহে গোসাঁইক পিঠা নিদিয়াকৈ আগতে নাখায়। দৈ-চিৰা আৰু বিভিন্ন লাৰু-পিঠা সিদিনা মানুহে হেঁপাহ পলুৱাই খায়। (কিছুমান অঞ্চলত সংক্ৰান্তি অৰ্থাৎ পুৰণাৰ দিনা তেলত ভজা পিঠা নাখায়। পিছদিনাৰ পৰাহে খায়। যেনে বিলাসীপাৰা ৰাণীগঞ্জ, লক্ষ্মীগঞ্জ আদিত)। পুৰণাৰ দিনা ৰাতিপুৱাতে উঠি গা-ধুই জুই পুৱাই 'আঠকড়াই' খোৱা নিয়ম। সিদিনাৰ পৰা বছৰতে গোটেই মাঘমাহটোতে ব্ৰতপালন কৰে। মাঘমাহ পুণ্যৰ মাহ বুলি ধৰা হয়। এই মাহত মানুহে মূলা নাখায়। পুৰণাত দৈ-চিৰা আৰু লাৰু-পিঠা খোৱাৰ পৰোভৱ প্ৰথম তিনিদিন বেছি হয় যদিও (তেনা পুৰণা তিনি দিন বুলি কয়) গোটেই মাঘ মাহটোৱে বন্ধুবান্ধৱ আৰু আত্মীয়স্বজনৰ অহাযোৱা চলে বাবে লাৰু-পিঠা আৰু খোৱা-বোৱাৰ প্ৰাচুৰ্য্য

থাকে। হিন্দু-মুছলমান উভয় সম্প্ৰদায়ৰ মাজতে পুৰণাত গৰু-ছাগলীৰ যত্নলোৱা আৰু দৈ-চিৰা লাৰু-পিঠা খোৱা নিয়মৰ প্ৰাধান্য দেখিবলৈ পোৱা যায়। পুৰণাত ঘৰদুৱাৰ চাফ্ চিকুণ কৰি, কাপোৰ কানি ধুই ঘৰখন চকুত লগা কৰে। কিছুমানে খেতিৰ সঁজুলিত, ভঁৰালত খুটাত পুৰণাৰ দিনা সেন্দুৰৰ ফোঁট দিয়ে। পুৰণাৰ কেইবিধমান পিঠাৰ নাম—চাপৰি পিঠা, বা থাপৰি পিঠা (খোলা চাপৰি), ভকা পিঠা, পাটি সাপ্টা, পুৱা পিঠা (মালপোৱা), পুলি পিঠা, ঝুৰ্ঝুৰি পিঠা, চিৰা, মুৰী, আখৈ, তিলৰ লাৰু, নাৰিকলৰ লাৰু, ইত্যাদি।

বঙালী সম্প্ৰদায়ৰ লোকে সংক্ৰান্তিৰ আগৰদিনটোক 'আওনা লোওনো' দিন বুলি কয়। সিদিনা পিঠাগুৰি গুলি লৈ তুলসীৰ তলত পুৰণা-পুৰণী' (পুৰুষ-স্ত্ৰী)ৰ চিত্ৰ আঁকে। তাৰ কাষতে কুলা-চালনীৰ চিত্ৰও থাকে। সিদিনা (সংক্ৰান্তিৰ দিন) পুৱা গৰুক গা ধুৱাই পিঠা খাবলৈ দিয়ে আৰু পিঠাগুৰি গুলি গৰুৰ গাত চাব মাৰে। ডিঙিত ফুলৰ মালাৰে শোভিত কৰে। সিদিনা ব্ৰহ্মমুহূৰ্ত্ততে বঙালী মানুহে গা ধোৱে। তেওঁলোকে এই সময়ত (পুৰণাত) খোৱা কেতবোৰ পিঠাৰ নাম হ'ল— চৰা পিঠা, পাটি সাপ্টা, মালপোৱা, গোকুল পিঠা, ৰাঘৰ সই, সৰস পোৱা, মুগৰ পুলি, দুধ পুলি, ৰসবড়া, চুজিৰ ৰসবড়া, মুখ চামালি, চানাৰ মালপোৱা, জামাই পুলি আৰু পায়স, ইত্যাদি।

বিহাৰী সম্প্ৰদায়ৰ লোকে ভোগালীবিহু বা পুৰণাক মকৰ সংক্ৰান্তি বোলে। বহুতে কথ্যভাষাত তিল-ছক্ৰাত (Sakrat) বোলে। সম্ভৱতঃ সংক্ৰান্তিৰ পৰাই ছকৰাত শব্দটো আহিছে; লগতে তিলৰ প্ৰাধান্য বেছি কাৰণে তিল শব্দটো যোগ হৈছে। তেওঁলোকেও সংক্ৰান্তিৰ দিনা ধলপুৱাতে গা-ধুই জুই পুৱায়। গোঁসাইঘৰত দেৱতালৈও লাৰু-পিঠা আগবঢ়াই পূজা কৰে। লাৰু-পিঠাৰ ভিতৰত লাৰুৰ প্ৰচলন বেছি আৰু তিলৰ লাৰু, নাৰিকলৰ লাৰু, গমৰ লাৰু আদি থাকে। সংক্ৰান্তি বা পুৰণাৰ দিনা তেওঁলোকেও গৰুক গা-ধুৱাই পিঠা খাবলৈ দিয়ে আৰু ফুলৰ মালা পিন্ধায়। সেন্দুৰবদৰে 'বোলী' (খয়াৰী ৰং) গুলি লৈ গৰুৰ কপালত ফোঁট দিয়ে। সিদিনা মানুহে পেটভৰাই দৈ-চিৰা-গুৰ আৰু তিলৰ লাৰু খায়।

চাওঁতাল সম্প্ৰদায়ৰ লোকেও মাঘ বিহুৰ দিনটোক ছাকৰাত (Sakrat) বোলে। সিদিনাৰপৰা তেওঁলোকৰো যেন কৃষি উৎসৱৰ আনন্দ আৰম্ভ হয়। পথাৰৰ শস্য ঘৰলৈ অহাত ধনে ধানে উত্তেজনী হৈ পৰে। এই সম্পদৰ প্ৰাচুৰ্য্যৰ আনন্দত মানুহে নৃত্য-গীত কৰি ভোজভাত খাই উৎসৱ কৰে। তেওঁলোকৰ এই উৎসৱৰ নাম চহৰাই উৎসৱ। ইয়াৰ আন নাম বিজয় উৎসৱ বা শক্ৰজয়ৰ

উৎসৱ। ছাৰুৰাতিৰ দিনাৰ পৰা ই আৰম্ভ হয়। ইয়াত চহৰাইবোজা আৰু কালিমাতাৰ পূজা কৰাৰ লগতে দীপাৱিতাৰ দৰে চাকি জ্বলোৱা হয় আৰু ধনী-দুখীয়া সকলোৱে বাজহুৱা ভাৱে ভোজভাত খায়।

এই মাঘমাহতেই স্থায়ীভাৱে বাস কৰিবৰ কাৰণে হাবি কাটি মাঘচিম বা বাস্তুপূজা কৰে। এই সময়তে পুৰণি ঘৰৰ মেৰামতি আৰু নতুন ঘৰ নিৰ্মাণ কৰা হয়। চহৰাই উৎসৱৰ লগতেই তেওঁলোকে চিকাৰ উৎসৱো আৰম্ভ কৰে।

মাৰোৱাৰী সম্প্ৰদায়ৰ লোকেও ইয়াক মকৰ সংক্ৰান্তি হিচাবে পালন কৰে। পুৱাতে ব্ৰহ্মস্নান কৰি সামৰ্থ থকাসকলে ১৪ (চৌধ্য) খন কম্বল দুখীয়াক দান কৰে। দ্বিতীয়তে কলা তিলৰ গুৰেৰে বন্ধা-লাৰু দুখীয়া লোকক দান কৰে আৰু নিজেও সিদিনা খায়। প্ৰতিবছৰে বিয়া দিয়া জী-জোঁৱাইৰ ঘৰলৈ সংক্ৰান্তিৰ সময়ত পোৱাকে মিঠাইৰ টোপোলা আৰু লগতে জোঁৱাইৰ কাৰণে তিলক মূল্য হিচাবে কিছু টকা দি পঠায়।

ব্ৰহ্মপুত্ৰৰ দক্ষিণপাৰে মানকাচৰ অঞ্চলৰ মুছলমান সম্প্ৰদায়ৰ লোকে পুষণাৰ দিনা ৰাতিপুৱা গৰু ধুৱাই শিঙত সৰিয়হ তেল দিয়ে আৰু ডিঙি, কপালত গোলাপী ৰং সানে ধানখেৰেৰে গছ-গছনি বান্ধে। দৈ-চিৰা, লাৰু-পিঠা খায় আৰু আত্মীয় স্বজনক খুৱায়। সেই অঞ্চলৰ কেইবিধমান পিঠাৰ নাম হ'ল— ভাপা পিঠা, পুলি পিঠা, গৰগাৰী পিঠা, চিটাই পিঠা, পাটি সাপটা পিঠা, ইত্যাদি।

পুষণাক কেন্দ্ৰ কৰি অতীতৰ পৰা খেল-ধেমালি কেতবোৰো যে চলি আহিছিল তাৰ প্ৰমাণ স্বৰূপে মানকাচাৰ অঞ্চলৰ ভুৱা কাটা গাঁৱৰ পথাৰ আজিও সাক্ষী হৈ আছে। এতিয়াও মাজে সময়ে তাত সেই খেল অনুষ্ঠিত হয়। আগতে প্ৰতিবছৰে হৈছিল। পহিলা মাঘৰ দিনা একোহাল বলধ গৰুৰ ডিঙিত একোখন মৈ জুৰি দি একোজনকৈ মানুহ মৈত উঠি গৰুখেদি লৈ যায়। যিহাল বলধ দৌৰত প্ৰথম হয় সেই হালে পুৰস্কাৰ পায়। এই বলধ গৰুৰ দৌৰক কেন্দ্ৰ কৰি ভুৱাকাটা গাঁৱৰ পথাৰত সিদিনা এখনি মেলা বহে। তাত শাক-পাচলিকে আদি কৰি ফলমূল, মিঠাই আদিৰ দোকানো বহে। বহু দূৰ-দূৰণিৰ পৰা এই প্ৰতিযোগিতা চাবলৈ মানুহ আহে। ৰাতি কোনো কোনো বছৰত তাত 'গুণাই গান' পৰিবেশিত হয়। প্ৰতিযোগিতাৰ বাবে অনা গৰুৰ শিঙত ৰঙাফিটা, গলবিচনী গুৱনি কৰাকৈ কড়ি-মণিৰ মালা, ৰঙীণ কাপোৰ আৰু ঘুণুৰা পিন্ধায়।

পুষণাৰ লগত এওৰী আৰু সোনাৰায় অনুষ্ঠান দুটিৰ সম্পৰ্ক আছে। এই দুটি অনুষ্ঠানৰ সৈতে কামৰূপৰ 'মহোহো' অনুষ্ঠানৰ সাদৃশ্য পৰিলক্ষিত হয়।

## সোণাৰায় পূজা

বাঘপূজাৰ নামেই হ'ল সোণাৰায় পূজা। বাঘৰ প্ৰতি থকা ভীতিভাবৰ পৰাই এই পূজাৰ উৎপত্তি হৈছে। দূৰ অতীতৰেপৰা ভাৰতত ব্যাঘ্ৰ পূজা চলি আহিছে। তাহানি অৰণ্য আৰু বাঘৰ সংখ্যা বেছি আছিল। এতিয়া চোৰাং কাৰবাৰী আৰু চোৰাং চিকাৰীৰ হাতত অৰণ্য আৰু বাঘৰ সংখ্যা আশ্চৰ্য্যজনক ভাবে হ্ৰাস পাই গৈছে। তথাপি সোণাৰায় পূজাই আজিও বাঘৰ ক্ষমতাৰ কথা জীয়াই ৰাখিছে। বাৰিষাকালত বাঘে পানীৰ পৰা নিৰাপদ স্থান বিচাৰি পৰ্বত-পাহাৰত আশ্ৰয় লয় যদিও শীতকালত ভৈয়ামলৈ নামি আহে। তেতিয়া মানুহৰ লগতে পোহনীয় জীব-জন্তু গৰু-ম'হ-ছাগলীবো বিপদৰ দিন আহে। 'সাপে খায় লেখি, বাঘে খায় দেখি' বুলি মানুহে কথাতে কয়। গৰু আৰু গৰখীয়া বালক সকলৰ কাৰণে বাঘ বৰ ভয়ৰ কাৰণ আছিল। সেয়ে বাঘৰ পূজা পাতি মানুহে পৰিত্ৰাণৰ উপায় বিচাৰিছিল। বৰো সকলৰ মাজতো বাঘ পূজাৰ প্ৰচলন আছে। বৰো ভাষাত 'মৌছাৰ'ৰ অৰ্থ হ'ল— বাঘ আৰু মৌছাহাৰী হ'ল ঘৰ উপাসকসকল। পুহৰ সংক্ৰান্তি অৰ্থাৎ পুৰণাৰ দিনা এই পূজা কৰা হয়। সোণাৰায় পূজা সম্পৰ্কে এটি লোককথা প্ৰচলিত আছে। এদিনাখন গৰখীয়া কৃষ্ণই লগৰীয়াসকলৰ সৈতে গৰু চৰাবলৈ যাওঁতে বাঘে তেওঁলোকক আক্ৰমণ কৰিলে। কিন্তু কৃষ্ণ লগত থকা কাৰণে ভয়তে বাঘ গুচি গ'ল। আন এদিনাখন এজন গৰখীয়া বালকে বাঘ ওলোৱা বুলি মিছাকৈ চিঞৰাত কৃষ্ণ সহ বাকী গৰখীয়াসকল গৈ লাজ পাই আহিবলগীয়া হ'ল। অন্য এদিন সঁচাকৈ বাঘে আহি সেইজন বালককে ধৰিলত তাৰ চিঞৰ শুনি কোনেও বিশ্বাস কৰিব নুখুজিলে। কিন্তু অন্তৰ্যামী কৃষ্ণই কথাটো জানি গৰখীয়াসকলক লগত লৈ তাত উপস্থিত হ'ল। তেতিয়া বাঘে গৰখীয়াসকলৰ পৰা পূজা লৈ বালকক এৰি গুচি গ'ল। তাৰ পৰাই পুহ মাহৰ সংক্ৰান্তিত প্ৰতিবছৰে বাঘপূজা তথা সোণাৰায় পূজা পতাৰ প্ৰচলন হ'ল বুলি মানুহে বিশ্বাস কৰে।

শনি-মঙ্গলবাৰৰ বাহিৰে বৃহস্পতি, শুক্ৰ, ৰবি, সোম আৰু বুধ— এইকেইটা বাৰৰ যিকোনো এদিন মানুহৰ সুবিধামতে সোণাৰায় নিৰ্মাণ কৰে। ইয়াকে সোণাৰায়ৰ ডঁৰ বন্ধা বুলি কয়। সংস্কৃত দণ্ডৰপৰা অসমীয়াত ডাঁৰ শব্দ হৈছে। যাৰ অৰ্থ মাৰি। মানুহে উচ্চাৰণ কৰোঁতে আকাৰ লুপ্ত হৈ সম্ভৱতঃ ডাঁৰৰপৰা 'ডঁৰ' হৈছেগৈ। সাতদাল 'মাদুৰা' বা বিৰিণা সমানকৈ কাটি একেলগ কৰি তাৰ এটা মূৰত মৰাপাটেৰে ফুল এটা প্ৰস্তুত কৰি বান্ধে আৰু সেইফালটো

ওপৰৰ ফালে থাকে। ফুলটোত ৰঙা-নীলা আৰু বগা ৰং দিয়া হয়। ইয়াকে সোণাৰায় বা সোণাৰায় ডাঁৰ বোলে।

আঘোণৰ সংক্ৰান্তিৰ পৰা গোটেই পুহ মাহটো এই সোণাৰায় কান্ধত লৈ গাঁৱৰ মানুহে বিশেষকৈ ডেকাল'ৰাবোৰে দল বান্ধি মানুহৰৰ ঘৰে ঘৰে মাগিবলৈ যায়। তেওঁলোকেৰ পিন্ধনত ধুতী আৰু মূলজনৰ হাতত চোঁৱৰ থাকে। আটায়ে খোল-কৰতাল লৈ গীত গায়। গীত গোৱাৰ পিছত গৃহস্থই কুলাতকৈ ধান-চাউল পইচা আদি আনি দিয়ে। তেতিয়া সোণাৰায়ৰ গাচিৰ পৰা ফুললৈ গৃহস্থৰ কুলাত দি আশীৰ্বাদ কৰে। তেতিয়া সোণাৰায়ৰ গাচিৰপৰা ফুল লৈ গৃহস্থৰ কুলাত দি আৰ্শীবাদ কৰে। তেনেদৰে পুহ মাহটো মাগি ফুৰি পোৱা ধান-চাউল আৰু টকা-পইচাৰে পুহৰ সংক্ৰান্তিত সোণাৰায়-পূজা পাতি ডেকাবোৰে লগভাত খায়। যাৰ প্ৰথম দিনাখন ডাঁৰ বান্ধে তেওঁৰ ঘৰতে পূজা হয়। পথাৰত মাটিৰ টিপ বান্ধি সোণাৰায় থিয়কৈ পুতি থয়। পূজাত হোৱা খৰচৰ পিছত টকা-পইচা বাচিলে ৰাজহৱা বয়বস্তু কিনে।

সোণাৰায় পূজাৰ দিনা ওচৰৰ সকলো দেব-দেৱতা, নদ-নদী, পৰ্বত-পাহাৰৰ নামত ফুল দিয়ে। পূজাত কোনো ব্ৰাহ্মণ পুৰোহিত নাথাকে। যিজনে ডাঁৰ বান্ধে তেৱেঁই পূজা কৰে। পূজাত সোণাৰায়ৰ ডাঁৰৰ বাহিৰে অন্যকোনো মূৰ্ত্তি নাথাকে। পূজাত কলৰ দোনাত চাৰিদোনা দৈ-চিৰা, আঠিয়া কল, গুৰ, চেনি, আখৈ আৰু ফলমূল দিয়া হয়। খিচিৰিও বান্ধে। ডেকাবোৰে প্ৰসাদ আৰু লগ-ভাত খাই সোণাৰায় নদীত ভহাই দি ঘৰলৈ যায়।

সোণাৰায় পূজাৰ বহু গীত আছে। খোল-তাল আৰু বাহৰ টোকন লৈ মাগিবলৈ যাওঁতে এই গীতবোৰ মানুহৰ চোতালত গায়। অঞ্চলভেদে এই গীতবোৰৰ পাৰ্থক্যও পৰিলক্ষিত হয়।

(১)

*বাঘ নামিলোৰে চিতিকা পাখেলা।*
*ভৰ বিয়ানে নামিল বাঘ মানুষ কামেৰা।।*
*মূলাৰ মত দুইটা দাঁত ডেলিৰ মত মাথা।*
*ভাটী হাতে নামিল বাঘ মানুষ কামেৰা।।*

(২)

*কন পোৰা বায়ৰে*
*ওৰে উৰিয়া পৰে ছাই,*
*এহেন সুন্দৰী কন্যাৰ*

বাপ মাও নাই।
ঠাকুৰ সোণাৰায়ৰে।।
কালাজ্বৰে মৰলামৰে
টাকায় ছয় সেৰ ধান,
কোৰটাৰ টাকা ফুৰিয়া গেইছে
নাবাচে আৰ প্ৰাণ।
ঠাকুৰ সোণাৰায়ৰে।।

গৃহস্থৰ পৰা টকা-পইচা বা ধান-চাউল লৈ এনেদৰে আৰ্শীবাদ দিয়ে ঃ

সত্য ঠাকুৰ সোণাৰায়
গাইৰস্থক দে তুই বৰ।
ধনে বংশে বাঢ়োক গিৰি
চন্দ্ৰ দিবাকৰ।।
গোলীত বাঢ়োক গাই গৰু
গোলাত বাঢ়োক ধান,
দেওৱানে দৰবাৰে পাওঁক
বাটা ভৰা পাণ।
গোলীত বাঢ়োক গাই গৰু
জঙ্গলে বাঢ়োক লাউ
গিৰিঘৰেৰ শত্ৰু দুষমন
বনেৰ বাঘে খাউক।।

আকৌ গৃহস্থই সোণাৰায় পূজাৰ বাবে টকা পইচা বা ধান-চাউল দিবলৈ ইচ্ছা নকৰিলে এনেদৰে ভয় দেখুৱায় ঃ

সোণাৰায় দক্ষিণা দিতে মনে কৰে হেলা।
তাৰ ধেনু লৈয়া যায় সন্ধ্যা বেলা।।
সোণাৰায় দক্ষিণা দিতে যায় কৰিতে হেলা।
হাত পাও খসিয়া পৰে চকুৰ বিষায় ঢেলা।
সোণাৰায় দক্ষিণা দিতে মনে চিতে ভাৱে।
সাইনচাত বসিয়া ঠাকুৰ কাণ পাতি শোনে।।

সোণাৰায়-মাগন পুৱাৰপৰা সন্ধিয়াৰ কিছু পিছলৈকে চলে। সন্ধিয়াৰ পিছত বাঘ-ভালুকৰ মুখা-পিন্ধি ভিন্ন দলে আনন্দ স্ফূৰ্ত্তিত ঘৰে ঘৰে নাচি-বাগি ফুৰি সোণাৰায় মাগন কৰে। তেওঁলোকে বাঘে ধান নাখায় বুলি চাউল আৰু পইচা লয়। তেওঁলোকৰ লগত খোল-থাপি (সৰুতাল) থাকে। তেওঁলোকৰ কোনো গীত নাই। খোল-তালৰ বাজনাৰ তালে তালে বাঘ-ভালুকে নাচে। দলৰ অন্য ল'ৰাবোৰে লগত বেড়ি থাকে। (আগমনী, হালাকুৰা, বালাজান, বিচনদৈ, হৰিৰ হাট, পাগলাহাট ইত্যাদি ঠাইত।)

পুষনা উপলক্ষে 'ৰাখোৱাল ঠাকুৰক' লৈ দুই তিনিজনে মিলি এটি দলহে মানুহৰ ঘৰে ঘৰে মাগন কৰিবলৈ আহে। বাঁহ-পূজাৰ দৰে দহ-বাৰফুট ওখ বাঁহ এডাল ভালদৰে চাচি-চুৰুকি লৈ আগত চোঁৱৰ তামোল পাণ, আমপাত বান্ধি, শাৰী এখন দীঘলে দীঘলে তিনিভাঁজ কৰি বাঁহডাল আগৰপৰা গুৰিলৈ মেৰিয়াই আনে। তাৰ পিছত কান্ধত লৈ মানুহৰ ঘৰে ঘৰে ফুৰে। এই বাঁহডালেই ৰাখোৱাল ঠাকুৰ। ৰাখোৱাল ঠাকুৰক গৃহস্থৰ চোতাললৈ আনিলে সৰু ল'ৰাছোৱালীয়ে সোধে ঃ

—এইটো কি ঠাকুৰ?

—ৰাখোৱাল ঠাকুৰ।

—ৰাখোৱাল ঠাকুৰৰ বাবাৰ নাম কি?

—বসুদেৱ।

—মাৰ নাম কি?

—দৈৱকী।

এনেদৰে ৰং ৰহইচ কৰি মানুহৰ ঘৰৰপৰা ধান-চাউল-পাইচা সংগ্ৰহ কৰে আৰু পুৰণাৰ নিশা লগভাত খায়।

এনেদৰে 'কালী ঠাকুৰ' লৈও পুহ মাহত মাগনৰ দল ওলায়। এজন ল'ৰাই কালী গোঁসানীৰ মুখা আৰু পোচাক পিন্ধি হাতত খড়গ লৈ আহে। ঢাকী, কালী গোঁসানী, মহাদেৱৰ মুখা লোৱাজনৰ বাহিৰেও আৰু কেইবাজনো মানুহ দলটোত থাকে। সামৰ্থবান মানুহে নিজৰ ধনেৰে পূজা কৰিলেও কমেও তিনি ঘৰলৈ আৰু এদিন হাটলৈ মাগন কৰিবলৈ যায়। হাটত চণ্ডী নাচ দিয়ে আৰু মানুহৰপৰা পইচা-পাতি তোলে। তাৰ পিছত এই দলটোৱে শনি বা মঙ্গলবাৰে গাঁৱত কালীপূজা কৰে। পূজা পুৰণাৰ দিনা নহ'বও পাৰে।

পুৰণাৰ দিন পুৱা গা-ধুই উঠি ল'ৰাবোৰে প্ৰতিঘৰে ঘৰে 'হৰেকৃষ্ণ' নাম গায়। লগত খোল তাল, হাৰমণিয়াম থাকে। ইয়াক নগৰমাগা বুলি কয় (আগমনী অঞ্চলত)। কোনো কোনো ঠাইত বয়সীয়াল মানুহো যায়। (বিলাসীপাৰা, বাণীগঞ্জ অঞ্চলত)। পুৰণাত সৰু ল'ৰা এটিক ছোৱালী সজাই 'গোৱালনী' কৰে আৰু দল বান্ধি মাগিবলৈ আহে।" গোৱালনী, গোৱালনী, উঠিয়া আইস"..........ইত্যাদি গীত গায়।

## এউৰী

পুৰণাৰ সৈতে এউৰী বা অ'ৰী অনুষ্ঠানবো সম্পৰ্ক আছে। ই কামৰূপৰ 'মহোহো'ৰ দৰে একে পৰ্যায়ৰ অনুষ্ঠান। আঘোণ মাহত নতুন ধান কটাৰ পিছৰপৰা গাঁৱৰ ল'ৰাবোৰে দলবান্ধি হাতত বাঁহৰ টোকন বা লাঠি লৈ সন্ধিয়া পৰত গীত গাই গাই ঘৰে ঘৰে মাগি ফুৰে। এইদৰে পোৱা ধনেৰে পুহৰ সংক্ৰান্তিৰ দিনাখন লগভাত খায়। কোনো কোনো ঠাইত আগতে চৰুৱীয়া পথাৰৰ বিৰিণাৰ থোপাত নতুনকৈ পোৱালী জগোৱা গৰুৰ গাখীৰ ঢালি ৰাখাল ঠাকুৰক সেৱা কৰে। এই অনুষ্ঠানত গোৱা গীতবোৰক এউৰী মাগা-গীত বোলে। এউৰী সম্পৰ্কে শ্ৰীশিৱানন্দ শৰ্মা সম্পাদিত স্মৃতিগ্ৰন্থ ঃ গোৱালপাৰা জিলা সংস্কৃতি সংৰক্ষণ , পৃষ্ঠা ৪৪ (১৯৭১ চন)ত কৈছে ঃ "এটা সুৰত এই গীত গোৱা হয়। এক শব্দৰ 'ক' লুপ্ত হোৱা বহুতো শব্দৰ প্ৰচলন এই অঞ্চলত আছে। 'সু'ৰ ঠাইত 'উ' হোৱাটো সম্ভৱ। এনেকৈ এক সুৰী শব্দৰপৰা এউৰী শব্দ উদ্ভৱ হৈছে বুলি অনুমান হয়।"

তলত কেইটামান এউৰী গীত উল্লেখ কৰা হ'ল। এই গীতবোৰ গাওঁতে প্ৰথমশাৰী এজনে আৰু দ্বিতীয় শাৰী বাকী সকলে গায়। এনে ক্ৰমত গীত গোৱা হয়।

(১)

*আইলঙৰে অৰণে*
*মাও লক্ষ্মীৰ চৰণে;*
*মাও লক্ষী দিলা বৰ*
*ধান কুলাটা বাইৰ কৰ।*
*আইলঙৰে গৃহস্থৰ বাৰী*
*ধান কুলা দেও তাৰা তাৰি।*

ধান কুলা লেৰে
নাদিলে চোতাল খুন্দিমাৰে।
কাটিয়া আন আগলতি পাত
বাড়িয়া দে মোক আমোল ভাত,
আমোল ভাতত হাউৰা দাউৰা,
তাত পইল সাত কুৰি কাউৰা,
সাতকুৰি কাউৰাৰ লাকৰি পেট
কোন বদমাইসেৰ হাড়িয়া পেট
হাড়িয়া পেটত মাৰলুং গুৰি
চাওৰা হইল তাৰ আঠাৰো কুৰি,
সোউগ ছাওৰা গেইল ভিতা ভিতি
এক চাওৰা ৰইল মোৰে কাতি,
ছাওৰাক ধৰি মাৰলং পাক
ছাওৰা কয় বোলে বাপ্ৰে বাপ্

(২)

অৰী অৰী
আইলং গিৰিছেৰ বাৰী।
লাউৰ পাত ঝালা লাউ
তাক খায়া নিন্দ পালাউ।
নিন্দখিনি হাঁসেৰে
চকুখিনি নাচেৰে।
চকু চিপা লোহাৰ বীজ
মাগেয়া আনিলুং ধান শীষ
ধান শীষ পায়া
ভিনীয়া ৰাখিলুং চায়া।
চ ভিনীয়া হাটত যাং
তোকে বেচেয়া লাক খাং।
আইলভৰে অৰণে
মাও লক্ষীৰ চৰণে

মাও লক্ষী দিলা বৰ
ধান কুলাটা বাইৰ কৰ।
ধান দিবি না দিবি কড়ি
তোক কৰিম মুই লৰিধৰি
লৰি ধৰি কৰিমৰে
সোণাৰ নাঙল পাইমৰে।
সোণাৰ নাঙল ৰূপাৰ ফাল
ঘৰজেয়া জামাই জুৰছে হাল।
হাল থ, ফাল থ,
বাৰীত যায়া গাৰ ধ।

(৪)

চৰ অঞ্চলৰ মুছলমান সম্প্ৰদায়ৰ মাগন-গীত ঃ

আইলামৰে ভাই এ বাড়ী
পাছ দুৱাৰে কলাগাছ গাৰি।
কলাক গাছেৰ বীৰ ফুল
নাৰীৰ মাথায় নাইকো চুল।
সে যে নাৰী চুল বান্ধে
সেজেৰে কাটা লোহাৰ খিল
সোনাহাৰ বৰ।
সত্তৰ সত্তৰ সোনাহাৰেৰ বৰ আইলো
বাড়ীৰ ভিতৰ।
যে দিবো চালা-চালা
তাৰ হবে মেয়েৰ পালা
যে দিবো কুলাৰ আগে
তাৰে খাইবো নুল্যা বাঘে।
যে দিবো কাটা কাটা
তাৰ হইবো পঞ্চ বেটা
যে দিবো মুঠ মুঠ
তাৰ হইবো বিষ ফোটা।

তেলীপাৰা, বলদমাৰা, বেগুণতলী, আদি অঞ্চলৰ গীত ঃ

*ভৈচালুৰে ভৈচালু*
*ঘৰদুৱাৰ ভাঙিলু*
*ঘৰদুৱাৰেৰে ম্যাচ ম্যাচি*
*বুঢ়ে বুঢ়ীৰ ক্যাচ ক্যাচি*
*ও বুঢ়ী তোৰ ভাঙিম দাঁত*
*কাইলকে হইবে পুষ মাস।*
*পুষ মাসেৰ বাইশ তাৰিখ*
*বাড়ী বাড়ী গান কৰি।*

(৬)

চাপৰৰ ওচৰৰ চাহ বাগিচাৰ আদিবাসী ডেকা গাভৰুৰ মাগন গীত ঃ

*এক আনি দুই আনি*
*চুণী লাগল পাণি।*
*জালদি কাৰো জালহি কৰো*
*হামা ৰাণা ঘাৰা বাঢ়া দুৰহো*
*গামৰে ৰাণী ৰামে ৰামে পিয়াহো*
*এক আনি..................... ।।*

বৰো সমাজেও মাঘবিহুক 'দোমাসী' হিচাবে আৰম্বৰপূৰ্ণভাবে পালন কৰে। তেনেদৰে ৰাভা সমাজেও পালন কৰে।

এনেদৰে পুষণাক কেন্দ্ৰ কৰি সমাজপ্ৰিয় আৰু প্ৰকৃতিপ্ৰেমী কৃষিজীৱী মানুহে নিভাঁজ আনন্দ লাভ কৰিছিল। আজি পাৰিবৰ্তনৰ ঢৌৱে বহু সম্পদ উটাই নিলেও নিঃশেষ কৰিব পৰা নাই। সেয়ে আজিও বিহুৱে আমাক আনন্দ দি আছে আৰু সকলো সম্প্ৰদায়ৰ মাজত মিলনৰ সেতু গঢ়ি তুলিছে। শেহতীয়াভাবে দেখিবলৈ পোৱা গৈছে যে, ৰঙালীবিহুৰ বিহুগীত আৰু হুচৰি ভোগালী বিহুলৈকেও আগবাঢ়ি আহিছে সৰু সৰু ল'ৰা-ছোৱালীৰ দলবোৰে এতিয়া সোনাৰায়-এউৰী মাগাৰ দৰে ঘৰে ঘৰে বিহু গাই পইচা তুলিবলৈ আহে। ৰাস্তাত গাড়ীৰ আগত বিহু নাচ নাচি পইচা লয়। বহু সময়ত নৃত্য-গীতবোৰ

* এই গ্ৰন্থত বৰো-ৰাভা জনগোষ্ঠীৰ মাঘবিহু সম্পৰ্কে সুকীয়া প্ৰবন্ধ সন্নিবিষ্ট হোৱা বাবে আমাৰ এই প্ৰবন্ধত সেই আলোচনাৰপৰা বিৰত থকা হ'ল।

নিখুঁতো নহয়। এইবোৰ বাধা দিয়া টান কাৰ্য্য। গতিয়েই জীৱন। সোঁত থাকিলে আবৰ্জ্জনা কিছু ভাহি আহিবই। সেইবোৰত হতাশ হব নালাগে। মাত্ৰ কিছু সংস্কাৰ আৰু নিয়ন্ত্ৰণৰ প্ৰয়োজন।

*সহায় লোৱা গ্ৰন্থ আৰু ব্যক্তিসকল ঃ*


(১) ড° ধীৰেণ দাস ঃ *গোৱালপৰীয়া লোকসংস্কৃতি আৰু লোকগীত,* ১৯৯৪

(২) বিভব চক্ৰবৰ্ত্তী, সম্পাদনা ঃ *পূৰ্বাভাস,* মাৰ্চ-এপ্ৰিল সংখ্যা, ২০০০

(৩) *স্মৃতিগ্ৰন্থ,* অসম কৃষি সংস্থা, ৰূপালী জয়ন্তী, ১৯৯৬, কোহেমা খাতুনৰ প্ৰবন্ধ— 'শস্য চপোৱা উৎসৱ-পুষণা'।

(৪) *চান্দৰ ডিঙা,* অসম সাহিত্য সভাৰ ত্ৰিষষ্টিতম বিলাসীপাৰা অধিবেশনৰ স্মৃতিগ্ৰন্থ, ১৯৯৭ চন, সম্পাদক, নলিনী শৰ্মা (শ্ৰীপ্ৰভাত চন্দ্ৰ সিংহৰ প্ৰবন্ধ ঃ 'চাওতাল আৰু তেওঁলোকৰ সংস্কৃতি')

(৫) *স্মৃতিগ্ৰন্থ ঃ গোৱালপাৰা জিলা সংস্কৃতি সংৰক্ষণ,* ১৯৭১, সম্পাদক, শিৱানন্দ শৰ্মা।

(৬) ব্যক্তিসকল ঃ মানকাচৰৰ শ্ৰীআজিৰুল ইচলাম মণ্ডল, বিলাসীপাৰাৰ শ্ৰীজগদানন্দ বৰকলিতা, শ্ৰীশৰদিন্দু কলিতা, শ্ৰীবিনোদানন্দ সিং, আগমনীৰ শ্ৰীঅঞ্জলি ৰায়, ধুবুৰীৰ শ্ৰীঅনিতা কৈৰী, গুৱাহাটীৰ এইচ আৰবালা।

# (১৩) বৰাক উপত্যকাত মাঘ বিহু

শ্ৰীসুহাগ মণি বৰ্মণ

অসমৰ ব্ৰহ্মপুত্ৰ উপত্যকাৰ দৰে বৰাক উপত্যকাত মহাপয়োৰেভেৰে ভোগালী বিহু পালন কৰা হয়। ভোগৰ বিহু ভোগালী বিহুক আমি সৰ্বসাধাৰণে মাঘবিহু বোলোঁ। বৰাক উপত্যকাৰ বিভিন্ন জাতি গোষ্ঠীয়ে মাঘবিহু, ভোগালীবিহুৰ উপৰিও তিল সংক্ৰাইন, পৌষ পাৰ্বণ, পৌষ সংক্ৰান্তি, সংক্ৰান্তি, সংগ্ৰাইন, বুচু, ইত্যাদি নামেও ভোগালী বিহুৰ নাম কৰণ কৰিছে।

মাঘবিহু বা ভোগালী বিহুত বৰাক উপত্যকাত স্থায়ীভাৱে বসবাস কৰা প্ৰায় ২২ খন অসমীয়া গাঁৱৰ বেছিভাগ মানুহ অভাৱ-অনাটন গ্ৰস্ত হৈয়ো। একো একোখন গাঁৱত নিজৰ ধৰ্মীয় প্ৰতিষ্ঠান তথা অতিকে আপোন নামঘৰ প্ৰতিষ্ঠা কৰিছে। তাত বিহুৰে পৰৱে ৰাইজ গোটখাই যথাৰীতি পাঠ, প্ৰসঙ্গ, নামকীৰ্ত্তন কৰে। মেজিসজা প্ৰথা অসমীয়া গাওঁবোৰত প্ৰচলিত উৰুকাৰ দিনা ৰাতি ভোজভাত খাই ব্ৰহ্মমূহূৰ্ত্তত মেজি জ্বলাই দিয়া হয়। শ্ৰীমন্ত শংকৰদেৱৰ ধৰ্মগ্ৰহণ কৰি থকা বহুতে মেজি জ্বলাওঁতে হৰিধ্বনি দি জুই জ্বলাই দিয়ে। বহুতে এনেই সাত পাক দি মেজি ঘৰত জুই দিয়ে। বৰাক উপত্যকাৰ সকলো সম্প্ৰদায়ৰ মানুহে এই ভোগালী অৰ্থাৎ তিল সংক্ৰাইণটো পালন কৰে। সকলোৱেই সেইদিনা ৰাতিপুৱাই গা-ধোৱে গা-পা ধুই সকলে ডাঙৰক সেৱা কৰে আৰু ডাঙৰে সৰুক আৰ্শীবাদ দিয়ে। ইয়াৰ পিছত দুপৰীয়া পিঠা-পনা খাই উঠি বাজহুৱা নামঘৰত নাম-কীৰ্ত্তন কৰে। কোনো কোনোৱে আকৌ হৰি-কীৰ্তন কৰি ঘৰে ঘৰে গৈ সকলোকে সম্ভাষণ জনায়। প্ৰতিঘৰ মানুহে তেওঁলোকক দৈ-চিৰা, পিঠা-পনা-সান্দহ আদি যাচে। তিল সংক্ৰাইন পালন কৰা।

সকলে সেইদিনাই মাছ-মঙহ খোৱাৰ বাধ্যতামূলক ব্যৱস্থা নিজে নিজে কৰিবই। কিছুমানে অকল মাছেই খায় আৰু খুৱায়। মুছলমানসকলে ইয়াত সহযোগ কৰে। মুঠতে বিহু বা সংক্ৰাইনৰ সময়ত কাৰোবাৰ ঘৰলৈ গলেই চুঙা-পিঠা-লাড়ু-সান্দহ-দৈ আদি খাবলৈ দিয়ে।

তিল-সংক্ৰাইন বুলি এই ভোগালী বিহু মনা সকলে বিশেষকৈ কষ্টেৰে ধন সাঁচিও মাছৰ ব্যৱস্থা কৰিবই। উৰুকাৰ ৰাতি মহিলাসকলে পিঠা-পনা প্ৰস্তুত কৰাত ইমান ব্যস্ত হয় যে ৰাতি শোবলৈও পাহৰে।

পৌৰপাৰ্বণ মনাসকলে সেইদিনা আমিষ আহাৰ গ্ৰহণ নকৰে; তেওঁলোকে দৈ-গাখীৰ, মিঠাই-চিৰা আদি খায়। তেওঁলোকে পিতামহ ভীষ্মৰ মৃত্যু তিথি বুলিও পৌষ সংক্ৰান্তি পালন কৰে।

গাঁৱে গাঁৱে নানা খেলধেমালিৰ প্ৰতিযোগিতাও পতা হয়। ঠায়ে ঠায়ে মেলা-উৎসৱও অনুষ্ঠিত হয়। অনেকে আকৌ বিহুৰ দিনা তেওঁলোকৰ পূৰ্বপুৰুষসকলৰ উদ্দেশ্যে পিঠা-পনা আদিৰে কলপাতত ভোগদান কৰে। তিলপিঠা, ঘিলাপিঠা, বকফুল পিঠা, চুঙাপিঠা আৰু যে কিমান জাতৰ পিঠা মহিলাসকলে প্ৰস্তুত কৰে তাৰ অন্ত নাই। সেইদিনা জী-জোৱাইসকলে একো একোটা খাদ্যৰ টোপোলা শহুৰেকৰ ঘৰলৈ নিজে লৈ যায়। বহুতে আকৌ জী-জোৱাইক নিজ ঘৰলৈ নিমন্ত্ৰণ জনায়। বৰাক অঞ্চলৰ জনজাতি আৰু চুতীয়া, কোচ আদিয়ে বসবাস কৰা গাঁওবোৰত ভোগালী বিহু উপলক্ষে সাজপানীৰ ব্যৱস্থা কৰা হয়। সাঁজ হল ভাতেৰে প্ৰস্তুত কৰা এবিধ মদ। বহুতে ফটিকাও ব্যৱহাৰ কৰি আনন্দ লভে। আজিকালি ভোগালী বিহুত বিলাতী মদৰ প্ৰচলনো দেখা গৈছে।

আনহাতে বৰাক উপত্যকাৰ বাদেও অন্যান্য ঠাইৰ ডিমাছা জনজাতিৰ লোকে বিহুৰ নিৰ্দ্দিষ্ট দিনত বিহু পাতিলেও বৰ্ত্তমানে জানুৱাৰী মাহৰ ২৭ তাৰিখে "বুচুডিমা" বুলি ভোগালী বিহু পাতে। নিজস্ব কৃষ্টি সংস্কৃতিৰে নিজ নিজ জাতীয় সাজেৰে আবাল-বৃদ্ধ-বণিতা সকলোৱে এই উৎসৱত যোগদান কৰে। সমূহীয়া ভোজনো চলে।

অসমীয়া গাওঁবোৰত সাধাৰণতে এই উৎসৱটো দুদিন চলে। কিন্তু বাকীসকলোতে মাত্ৰ মাঘবিহু বা পুহৰ সংক্ৰান্তিৰ দিনাই মাত্ৰ এদিনহে চলে।

পাহাৰ-ভৈয়াম, চাহ-জনজাতি আদি কৰি সকলো সম্প্ৰদায়েই এই ভোগালী বিহুটো পালন কৰা দেখা যায়। কিন্তু আধুনিক বিহুগীতে আমাৰ মনত নানা শংকা সৃষ্টি কৰিছে। কিয়নো আধুনিক বিহুগীতত আছে ঃ

বিহু ইনন্দিয়া বিহুবিনন্দিয়া
বিহুৰেই মিঠা মাত।
ভাতৰ অভাৱত মাক পিতাকৰ
হেৰায় মুখৰ মাত।।

আজিকালি অৰ্থনৈতিক দুশ্চিন্তাৰ বাবেই বৰাক উপত্যকাত আগৰদৰে তিলসংক্ৰান্তিন পালন কৰা নহয়; যদিও, এই উৎসৱ জীয়াই ৰখাটোও এক

প্ৰকাৰ আমাৰ কৰ্ত্তব্য। ঘৰত অনুষ্ঠিত সকাম-নিকাম অৰ্থাৎ নিজ ঘৰৰ বিবাহ, শ্ৰাদ্ধ আদিত দূৰৈত থকা আত্মীয়জন ঘৰলৈ অহাৰ দৰেই বৰাক উপত্যকাৰ লোকসকলে ভোগালী বিহু বা তিল সংক্ৰাইনত বিকোনা উপায়ে উপস্থিত হৈ লগভাত খোৱাটো এটা পৰম্পৰাত পৰিণত হৈছে। অন্যান্য ধৰ্মীয় পৰ্ববোৰত তেনে আগ্ৰহ দেখা নেযায়।

তিল সংক্ৰাইনৰ আগৰ দিনা অৰ্থাৎ উৰুকাৰ দিনাখন বৰাকৰ হিন্দু গাওঁবোৰত পিঠাগুৰি খুন্দাৰ এটি মধুৰ ধ্বনি "ধুপ্ধুপ্-দাপ্ দাপ্" শব্দ শুনি ভাল লাগে। বহুতে ঢেকীতো খুন্দে আৰু বহুতে উৰালত এডাল মাৰিৰে চাউল খুন্দি পিঠাগুৰি উলিয়ায়। তাৰোপৰি নিজে চিৰা, আখৈও নিজে প্ৰস্তুত কৰা স্বাবলম্বিতাৰ পৰিচায়ক তিলৰ লাডু আৰু পিঠা ভোগালী বিহুৰ বাবে অপৰিহাৰ্য্য।

ভোগালী বিহুত বৰাক উপত্যকাৰ কিছুমান সম্প্ৰদায়ে বিহুৰ সেৱা কৰোতে সেৱকীয়ে তামোল-পাণেৰে সেৱা কৰাটো এটা উল্লেখ যোগ্য বৈশিষ্ট্য।

ব্ৰহ্মপুত্ৰ উপত্যকাৰ দৰে বৰাক উপত্যকাত টেকেলি দৈ পোৱা নেযায়। কিছুমানে নিজে নিজে কৰে। বেছি ভাগ চিলেটপৰা অহা কাৰিকৰে মাটিৰ বাচনত দৈ প্ৰস্তুত কৰে। চহৰীসকলে এই উৎসৱত ক্ষীৰৰ (গাখীৰ আদিৰে প্ৰস্তুত হয়) ব্যৱহাৰ কৰে। ই বৰ ব্যয় বহুল। সকলোৱে কিনিব নোৱাৰে। কিন্তু পিঠা-পনা নিজে পুৰি গৃহিণীসকলে বৰ তৃপ্তি লাভ কৰে। চহৰৰ ভোগালী বিহুত দোকানৰ মিঠাই খোৱাৰ দৰে গাওঁবোৰত পিঠা-পনাহে পোৱা যায়। প্ৰায়বোৰেই দোকানৰ মিঠাই ব্যৱহাৰ নকৰে। ইও এটা বৰাকৰ ভোগালী বিহু বা তিল সংক্ৰাইনৰ বৈশিষ্ট্য। সেই সময়ত বৰাকৰ মানুহে আনক খুৱাই বৰ ভাল পায়। বিহু বা সংক্ৰাইন বৰাকৰ এটি জাতীয় উৎসৱ। □

# (১৪) অভিবাসী অসমীয়া মুছলমান সমাজত মাঘবিহু

ইছমাইল হোছেইন

অসমৰ জনসংখ্যাৰ প্ৰায়১৮ ভাগে হ'ল অভিবাসী অসমীয়া মুছলমান। ঊনৈশ শতিকাৰ শেষভাগ আৰু কুৰি শতিকাৰ প্ৰথমভাগত বঙ্গৰ মুছলমান কৃষকৰ এক ব্যাপক অংশৰ অসমলৈ আগমন ঘটাৰ পিছত ১৯৫১ চনৰ লোকপিয়লত তেওঁলোকে অসমীয়া ভাষাক মাতৃভাষাৰূপে গ্ৰহণ কৰে। এই প্ৰক্ৰিয়া আৰম্ভ হৈছিল ১৯৩১ চনৰ লোকপিয়লত অসমীয়াভাষী সংখ্যালঘুত পৰিণত হোৱাৰ পিছৰপৰা। অসমীয়া ভাষাৰ দুৰৱস্থালৈ চাই তেতিয়াৰ বৰপেটা লোকেল বৰ্ডৰ চেয়াৰমেন ধনীৰাম তালুকদাৰে অভিবাসী মুছলমান কৃষকসকলৰ সহযোগত ৰাতিৰ ভিতৰতে বাংলা মাধ্যমৰ বিদ্যালয় সমূহ অসমীয়া মাধ্যমলৈ ৰূপান্তৰ কৰে। বিদ্যালয়সমূহত অসমীয়া মাধ্যমৰ শিক্ষা-ব্যৱস্থা প্ৰচলিত হোৱাৰ মাজেৰে অভিবাসী মুছলমান সমাজত অসমীয়া কৃষ্টি-সংস্কৃতিৰো প্ৰচাৰ আৰু প্ৰসাৰ হ'বলৈ ধৰে। কুৰি শতিকাৰ চতুৰ্থ আৰু পঞ্চম দশকত অম্বিকাগিৰী ৰায়চৌধুৰীয়ে 'চেতনা' আলোচনীৰ পাতত 'নতুন অসমীয়া' সকললৈ যি আহ্বান জনায় তাৰ ফলশ্ৰুতিত ক্ৰমান্বয়ে সমন্বয় আৰু সংমিশ্ৰণৰ প্ৰক্ৰিয়া আৰম্ভ হ'বলৈ ধৰে। আজিৰ যি অসমীয়া ভাষা আৰু সংস্কৃতি তাৰ মাজত সংমিশ্ৰণৰ এক ঐতিহ্যপূৰ্ণ অতীত আছে। এই ঐতিহ্যৰ অধিকাৰী অভিবাসী মুছলমানসকলও।

অসমৰ আন আন জনগোষ্ঠীৰ দৰে অভিবাসী মুছলমানসকলেও বিহুক অসমৰ জাতীয় উৎসৱৰ মৰ্য্যাদা আহিছে। অভিবাসী মুছলমান অধ্যুষিত কেবাখনো গাঁৱত বহাগবিহু উলহ-মালহেৰে পালন কৰে। মাঘ বা ভোগালী বিহু অভিবাসী মুছলমান সমাজত এক বিশেষ পৰম্পৰাৰ মাজেৰে পালন কৰা হয়। ভোগালী বিহুৰ সময়ত 'মাগন' মাগি ধান-চাউল গোটাই অভিবাসী মুছলমান সমাজৰ ডেকা-ল'ৰাবোৰে ভোজ-ভাত খায়। মাগনৰ সময়ত গোৱা গীতৰ 'মাগন গীত' নামেৰে পৰিচিত। কেবাজনো ডেকা ল'ৰাই হাতত জুনুকা আৰু লাঠিজাতীয় বাঁহৰ মাৰী বা খুটি, আৰু টকাঁজাতীয় বাঁহৰ এক বিশেষ

বাদ্য বজাই গৃহস্থৰ ঘৰে ঘৰে গধূলিপৰত গৈ 'মাগন-গীত' গায় আৰু মাঘৰ ভোজৰ বাবে ধানে বা চাউল গোটায়। মাগন-গীতবোৰ এনে ধৰণৰ ঃ

(ক) আইলামৰে ভাই বড় বাড়ী,
মধ্যেৰ দুইমাথে কলাগাছ গাৰি।
কলা গাছে ধলা ফুল,
নাৰীৰ মাথায় লম্বা চুল।
সেওজে নাৰী চুল গুজে,
খাইজৰ কাটা মাথায় গুজে।
খাইজৰ কাটা বৰই বিষ,
ধান দেওগো টিস্ টিস।
যে দিবো চিটা ধান,
তাৰ হবেনা পুলাইপান।
যে দিব ভাল ধান,
তাৰ হ'ব সোণাৰ চান্দ।...........

(খ) আইলামৰে ভাই অৰিয়া,
আত্তীৰ কান্ধে চৰিয়া।
আত্তীৰ কান্ধ নলবল কৰে,
নেকা বাগুন গাছে ধৰে।
নেকা বাগুন চিৰল পাত,
ৰাখালৰা খায় কৰ্কৰা ভাত।
কৰ্কৰাভাত খায়াৰে,
গৰু ৰাখবাৰ যাইয়াৰে।

(গ) অ'ৰে ৰাখাল ভাই,
ত'ৰ গৃহস্থৰ কয় গাই।
ৰাৰ' আবাল তেৰ' গাই,
শুইতে বৰই কষ্ট পাই।
শুইতেৰ খেতা ভাসে,
সৰ্বলোকে হাসে।

*হাসি-খুসি, কুসুম ফুল,*
*পাৰবা পাইলাম বত্ৰিশ মোন।*
*বত্ৰিশ মোন পাইয়াৰে,*
*পূব পাৰা যাইয়াৰে।*
*পূব পাৰাবা খায় গুইয়া;*
*গুইয়া খাইতে কেমন গুণ,*
*পান্তা ভাতে ছটাক নুন।*
*ছটাক নুন না ছলবলা,*
*বিচা কলা দিয়া গিলা ফেলা।।*

অভিবাসী অসমীয়া মুছলমানসমাজত গোৱা 'মাগন-গীত'ৰ ভাষা বাংলা, অসমীয়া বা গোৱালপৰীয়া ভাষা নহয়; ই হ'ল সংমিশ্ৰিত এক দোৱান— যাক 'অভিবাসী দোৱান' ৰূপে জনা যায়। মাঘৰ বতৰত অনুষ্ঠিত 'সখিপতা উৎসৱ'ৰ গীতবোৰো অভিবাসী দোৱানত গোৱা হয়। ভোগালীৰ নতুন দিনক আদৰিবলৈ পুহ-মাঘ মাহৰ সংক্ৰান্তিত অভিবাসী মুছলমানসমাজত এক আমোদজনক 'সখিপতা উৎসৱ' অনুষ্ঠিত হয়। অসমীয়া সমাজৰ কোনো ডেকা ল'ৰাৰ সৈতে অভিবাসী অসমীয়া মুছলমান সমাজৰ ডেকা ল'ৰাৰ অন্তৰঙ্গ বন্ধুত্ব গঢ়ি উঠিলে তেওঁলোকে সখি পাতে আৰু পথাৰৰ নতুন ধান ভঁৰালত তোলাৰ পিছত সেই ধানৰপৰা প্ৰস্তুত কৰা মুড়ি, চিৰা, পিঠা আদিৰে ভোজৰ উৎসৱ পাতে। ইয়াকেই 'সখিপতা উৎসৱ' বোলা হয়। সখিপতা উৎসৱত ইজনে সিজনক গামোচা, নতুন ধানৰ চিৰা আৰু মুড়ীৰ টোপোলা আদিৰে আদৰে। এই সময়ত অভিবাসী মুছলমান সমাজৰ ডেকা ল'ৰাই ভাটিয়ালী সুৰত আনন্দতে গীত গায় ঃ

(ক) *অ' আমাৰ প্ৰাণেৰ সখি*
*আইঅ' আমাৰ বাড়ী,*
*ধান কাইট্যা বাড়ীত আনছি*
*খাইমু ধানেৰ মুড়ী সখিৰে*
*অ' সখি আইঅ' আমাৰ বাড়ী,*
*খাইমু নতুন ধানেৰ মুড়ীৰে।।*

(খ) *অ' প্ৰাণেৰে সখিৰে,*
*তোমাৰ বাড়ী আমাৰ বাড়ী একই নদীৰ পাৰে*

*তুমি আমি নাওঁ বাইয়্যা যাই;*
*তুমি গাইব্যা বনগীত আমি ভাটিয়ালী সখিৰে—*
*অ' সখি আইঅ' আমাৰ বাড়ী,*
*খাইমু নতুন ধানেৰ মুড়ীৰে।।*
*অ' প্ৰাণেৰ সখিৰে,*
*কাইল তুমি আইঅ' সখি দুপুৰ বেলাতে*
*তোমাৰ লইেগ্যা ৰইব' নদীৰ ঘাটে;*
*এই নদী যে তোমাৰ আমাৰ প্ৰাণেৰ' আপন সখিৰে*
*অ' সখি আইঅ' আমাৰ বাড়ী,*
*খাইমু নতুন ধানেৰ মুড়ীৰে।।*

*অ' প্ৰাণেৰ সখিৰে,*
*তোমাৰ-আমাৰ ৰক্তে বোনা এই মাটিৰ ধান*
*এই মাটিতে আছে অ' হায় মোদেৰ দেশেৰ মান;*
*সেই মান ৰাখিতে বল মোৰা আৰও ফলাই ধান সখিৰে*
*অ' সখি আইঅ' আমাৰ বাড়ী,*
*খাইমু নতুন ধানেৰ মুড়ীৰে।।"*

গীতটিত বনগীত আৰু ভাটিয়ালী গীতৰ সুৰ আৰু ভাবৰ ধ্বনি-প্ৰতিধ্বনি অণুৰণিত। এয়া নিশ্চয় সমন্বয়ৰ নিদৰ্শন। 'তুমি গাইব্যা বনগীত আমি ভাটিয়ালী' , 'এই নদী যে তোমাৰ আমাৰ প্ৰাণেৰে' আপন', তোমাৰ আমাৰ ৰক্তে বোনা এই মাটিৰ ধান' আদি পংক্তিয়ে দুয়ো সম্প্ৰদায়ৰ জনসাধাৰণৰ সমস্যা, আশা, বেদনা আৰু সপোনক একাকাৰ কৰি পেলাইছে। এনেদৰে মাঘবিহুৰ সময়ৰ আন কিছুমান লোকাচাৰতো সমন্বয়ৰ নিদৰ্শন পোৱা যায়।

মাঘ বিহুৰ বতৰত অভিবাসী অসমীয়া মুছলমান সমাজত পিঠা খোৱা পৰম্পৰা প্ৰচলিত আছে। মাঘৰ বতৰত খোৱা পিঠাৰ ভিতৰত দুধ-পিঠা, দুধ-কুৰ্লি-পিঠা, কুৰ্লি-পিঠা, নাৰিকল-পিঠা, মুঠা-পিঠা, শৈ-পিঠা আদিয়েই অন্যতম। বিশেষকৈ দুধ-পিঠা খোৱাটো মাঘৰ বতৰৰ অন্যতম পৰম্পৰা ৰূপে প্ৰচলিত। মাঘ বিহুৰ ,সময়ত দুধ-পিঠা খাব নোৱাৰাটো এক দুৰ্ভাগ্যৰ কাৰণ বুলি ভৱা হয়। দুধ-পিঠা চাউলৰ গুড়ি, চেনী, খেজুৰৰ ৰস বা গুড়, গাখীৰ, ইলাচি,

তেজপাত আদিৰ সংমিশ্রণত প্রস্তুত কৰা হয়। প্রথমেই চাউলৰ গুৰি পানী আৰু নিমখেৰে গুলি চিত-পিঠা কৰে। গাখীৰত চেনী, গুড় বা খেজুৰৰ ৰস মিহলাই ইলাচি, তেজপাত আদিৰ সৈতে গাখীৰখিনি তপত হয় আৰু কুহুমীয়া গাখীৰত গৰম চিত-পিঠাবোৰ ডুবাই দিয়া হয়। এই পিঠাবোৰ গাখীৰত তিয়ালে বৰ সোৱাদ হয় আৰু বাহী কৰি ৰাতিপুৱা খায়। ভোগালীৰ কতবন এই পিঠা খোৱাৰ সময়ত জোঁৱাই আৰু আন কুটুম্বকো নিমন্ত্রণ কৰা হয়।

মাঘ বিহুৰ সময়ত অভিবাসী মুছলমান সমাজত খেৰ, কাঠ বাঁহৰ জুই যেৰি সাধুকথা, ফকাৰ-যোজনা আৰু অনেক ৰূপকথা কোৱা হয় যদিও ইছলাম ধৰ্মত অগ্নিপূজা নিষিদ্ধ হেতুকে মেজিপুৰি পৰম্পৰাগতভাৱে মাঘ বিহু পালন কৰাৰ ধৰা-বন্ধা নিয়ম নাই। অৱশ্যে পুৰণি অসমীয়া মুছলমান সমাজত মেজি পুৰি মাঘবিহু পালন কৰাৰ পৰম্পৰা আছে।

অসমৰ অভিবাসী মুছলমানসকল মূলতঃ কামৰূপ, বৰপেটা, নলবাৰী, গোৱালপাৰা, বঙাইগাওঁ, কোকৰাঝাৰ, মঙ্গলদৈ, শোণিতপুৰ, লক্ষ্মীমপুৰ, নগাওঁ, মৰিগাওঁ আদি জিলাত বিস্তৃত হৈ আছে। এওঁলোকৰ শতকৰা এশভাগেই অবিভক্ত ভাৰতবৰ্ষৰ পূৰ্ববঙ্গৰ মৈমনসিংহ, ৰংপুৰ, চিলেট আদি জিলাৰপৰা অসমলৈ আহিছিল ভূমিৰ সন্ধানত। যিহেতু বঙ্গৰপ্রায় প্রতিখন জিলাতেই জনগোষ্ঠীৰ দোৱান বা কথিত ভাষা বেলেগ বেলেগ, সেয়ে মাঘ বিহুৰ সময়ৰ *মাগন-গীত, সখিপতা-গীত, পিঠা-খোৱা গীত, ফকৰা-যোজনা বা ঠাচ, সাধুকথা (সাস্তৰ)* আদিৰ পৰিভাষাও বেলেগ বেলেগ। অনেক ঠাইত কৃষ্ণ ৰাধাৰ প্রেমৰ আধাৰতো অনেক গীত-মাত গোৱা হয়। সেয়ে অভিবাসী মুছলমান সমাজৰ মাঘবিহু পৰ্য্যালোচনা কৰিবলৈ যাওঁতে সামগ্রিক আলোচনা কৰাটো অসম্ভৱ। অভিবাসী মুছলমানৰ বিভিন্ন ফালৰ স্বকীয়তা আৰু তেওঁলোকৰ অতীত পৰম্পৰা আৰু বৰ্তমানৰ জীৱন-পদ্ধতিৰ ভিন্নতা অথবা সামঞ্জস্যৰ ওপৰত ভিত্তি কৰিহে আলোচনা কৰাটো সম্ভৱ। এই আলোচনাত প্রাৰম্ভিক আভাসহে মাথোন দাঙি ধৰা হ'ল। ■

## (১৫) কলিয়াবৰ অঞ্চলত মাঘবিহু

ড° বিজয়া বৰুৱা ৰাজখোৱা

মধ্য অসমৰ নগাঁও জিলাৰ অন্তৰ্গত কলিয়াবৰ এখনি সুবজী প্ৰসিদ্ধ ঐতিহ্যমণ্ডিত ঠাই। ছকুৰি সাতখন গাঁৱৰ সমষ্টিৰে কলিয়াবৰ বৰ্তমান নগাঁও জিলাৰ মহকুমা। অনুপম প্ৰাকৃতিক সৌন্দৰ্য্যৰে মণ্ডিত কলিয়াবৰৰ উত্তৰে মহাবাহু ব্ৰহ্মপুত্ৰ বৈ গৈছে। দক্ষিণে কাৰ্বি আংলং আৰু উত্তৰ-কাছাৰ পাৰ্বত্য জিলা, পূবে শিবসাগৰ; পশ্চিমে নগাঁও জিলাৰ বৰ্জাগড়া আৰু ভেলেউগুৰি মৌজা। কলিয়াবৰৰ সো-মাজেদি বৈ গৈছে কলংসূতি। উত্তৰ, দক্ষিণ আৰু পূবৰ পাহাৰৰ পাদ প্ৰান্তত, মহাবাহু ব্ৰহ্মপুত্ৰৰ পাদতলত বোৱতী কলংনদীৰ দুয়োপাৰে সেউজীয়া বাঁহবনৰ দলিছাৰে, সোণালী ধাননি পথাৰৰে শস্য-শ্যামলা এসময়ৰ কলিয়াবৰৰ আছিল শস্যে-মৎস্যে ভোগালী কলিয়াবৰ, যদিও আজি কলিয়াবৰৰ কলং শুকাই কঙালী কলিয়াবৰত পৰিণত হৈছে।

অসমৰ আন আন অঞ্চলৰ দৰে কলিয়াবৰতো উলহ-মালহৰ সৈতে তিনিওটা বিহু পালন কৰা হয়। কলিয়াবৰৰ মাঘ-বিহুৰ অন্যতম প্ৰধান আকৰ্ষণ হৈছে গাঁৱৰ ডেকা-বুঢ়া ৰাইজ লগ হৈ নিৰ্মাণ কৰা হাবলি ঘৰ বা ধাৰা ঘৰ। সোণাৰ কামাখ্যা গাঁৱৰফালে এই ধাৰাঘৰ বা হাবলিঘৰক ভেলাঘৰ বোলে। কলিয়াবৰ অঞ্চলৰ জনসাধাৰণৰ মতে হাবলিঘৰ বা ধাৰাঘৰ বা ভেলাঘৰক প্ৰজ্বলনৰ জৰিয়তে অগ্নিদেৱতাক পূজা কৰা হয় ভৰালৰ শস্য আৰু সামগ্ৰী বিহুদেৱতাৰ কোপদৃষ্টিৰ পৰা ৰক্ষা কৰিবলৈ। ধান কাটি শেষ কৰি বিহুৰ এসপ্তাহমান আগৰপৰাই ধাৰাঘৰৰ বাবে জাতি বাঁহ ভলুকা বাঁহ কটা, পথাৰৰ নৰা কটা, জুই ধৰিবৰ বাবে হাতীমূৰা পাহাৰৰ পৰা কাক বাঁহ আৰু কাঠ অনা আদিৰ প্ৰস্তুতি চলে। গাঁৱৰ ডেকা-ৰাইজে লগত গৰু গাড়ী ম'হৰগাড়ী লৈ পাহাৰ খৰি কাটিবলৈ যায়। প্ৰত্যেকজনেই হাতত লৈ যোৱা জা-জলপান, চাউল-দাইল (যিয়ে যি নিব পাৰে সামৰ্থ্য অনুযায়ী) গোটাই পাহাৰত সমূহীয়াভাৱে খোৱা-বোৱা ফূৰ্ত্তি কৰি ৰাতি ঘূৰি আহে, মেটমৰা কাক-বাঁহ মকলবাঁহ আৰু কাঠ-খৰিৰ ডাল, গছ আদিৰে ভৰা ম'হৰ গৰুৰ গাড়ীৰে। ৰাইজৰ লক্ষ্য যাতে বিহুৰ সাত-দহ দিন হাবলিঘৰত জুই দপ্‌দপাই জ্বলাই ৰাখিব পাৰে বিশেষকৈ ৰাতিপুৱা আৰু গধূলি। জুই নহলেনো কিহৰ হাবলি ঘৰ?

কলিয়াবৰত হাৰলিঘৰৰ সাধাৰণতে পথাৰত আৰু কোনো কোনো গাঁৱৰ বাইজৰ সুবিধা অনুসৰি দুই এটা কলনদীৰ বালিত সজা দেখা যায়। সাধাৰণতে জাতি আৰু ভলুকা দুই-বিধ বাঁহ কাটি জাতিবাঁহৰ পাৰি খুটা দি ভলুকা বাঁহৰ কামিৰে ওপৰভাগত টুপ ভাঙি হাৰলিঘৰৰ যা ধাৰাৰ নিৰ্মাণ কৰা হয়। চাৰিওফালে শুকান কল-মধোৰা ওলমাই কামি বান্ধি বেৰ দিয়া হয় আৰু ঘৰৰ ওপৰৰ চাল কোনো কোনোৱে ধান-খেৰ চতিয়াই থয়। গাঁৱৰ বাইজ, গোপিনী, লৰা-ছোৱালী সোমাই বহি নাম-কীৰ্ত্তন কৰি প্ৰসাদ খাব পৰা আহল-বহলকৈ হাললিঘৰ আগতে নিৰ্মাণ কৰা হৈছিল। ভিতৰফালে মজিয়াৰ সোঁ-মাজত জুহাল পতা হয়। চাৰিওদালৰ পৰা খৰি-বাঁহ, কাঠ জাপি দিব পৰা সুবিধাৰেই এনেদৰে সোঁমাজত জুই ধৰা হয়। তদুপৰি জুইৰ ধোঁৱা ওলাই যাব পৰাকৈ মুধচৰ কিছু অংশ খেৰ বা নৰা নিদিয়াকৈ খালী ৰখা হয়। পুহৰ শেষ আৰু মাঘৰ প্ৰথম ভাগৰ পৰা ঠেটুৱৈ লগা জাৰৰ উপশম কৰি পুৱা-গধূলি হাৰলিঘৰৰ জুইৰ কাষত বহিয়েই ৰাজহুৱা নাম-কীৰ্ত্তন, আলোচনা-বিলোচনাসকলো সম্পন্ন কৰা হয়। হাৰলিঘৰৰ জুইৰ কাষতেই গাঁৱৰ বাইজে সামাজিক সিদ্ধান্ত গ্ৰহণ কৰে। মাঘৰ পূৰ্ণিমাত বাণেশ্বৰলৈ যাবলৈকো পাহাৰৰ কাঠ-বাঁহৰে দপদপাই জ্বলি থকা জুইকুৰা হাৰলিঘৰৰ প্ৰধান আকৰ্ষণ।

বিহুৰ দিনা গধূলি হাৰলিঘৰত নাম-কীৰ্ত্তন কৰি বাইজে মাহ-প্ৰসাদ গ্ৰহণ কৰে। মাহ-প্ৰসাদ বিলোৱাৰ সময়ত বিলনীয়াই প্ৰথমে এখন সজোৱা প্ৰসাদৰ পাত মাজৰ জুইকুৰাত (অগ্নিদেৱতালৈ) অৰ্পণ কৰে। তাৰপাছত হে বাইজে প্ৰসাদ খায়। উৰুকাৰ দিনা গধূলি বাইজে হাৰলিঘৰত জুই ধৰিবলৈ আৰম্ভ কৰে। কলিয়াবৰৰ বাইজে হাৰলিঘৰত উৰুকাৰ দিনা ৰাতি ভোজ-ভাত নাখাইছিল। উৰুকাৰ ভাত আচলতে প্ৰত্যেক পৰিয়ালৰ সকলো সদস্য মিলি দেখা-শুনাকৈ ঘৰৰ ভিতৰতে খাইছিল। সাত বিহুৰ ভিতৰতে গাঁৱৰ সকলো বাইজমিলি হাৰলিঘৰত এদিন ভোজ খাইছিল। তাৰপিছতে এদিন ৰবসবাহ পাতি গোটেই ৰাতি নাম-কীৰ্ত্তন কৰি পুৱাই হাৰলিঘৰ জ্বলাই দিয়া হৈছিল। ৰবসবাহত মাহ-প্ৰসাদ আৰু অন্যান্য সুবিধানুযায়ী খাদ্য-সামগ্ৰী গোটোৱা হৈছিল যদিও ৰবপিঠা থাকিবই লাগিব। গাঁৱৰ আয়তীসকলে পিঠাগুৰি খুন্দি কেঁচামিথে লাডু আৰু ৰবপিঠাৰ যোগাৰ কৰিছিল। তদুপৰি মাজে মাজে কোনো গৃহস্থীয়ে গৃহস্থৰ মঙ্গলৰ বাবে হাৰলিঘৰলৈ শৰাই সঁকুৰা আগবঢ়ালে বাইজে বহি নাম কীৰ্ত্তন কৰিছিল। এইদৰে বুঢ়া বাইজে সকাম ভাঙি ঘৰাঘৰি যোৱাৰ পাছত ধাৰাঘৰ ৰখীয়া ডেকাসকলে ৰাতি গাঁৱৰ মানুহৰ বাৰীৰ আলু-কবি চুৰ কৰি আনি ভোজ-ভাত খাইছিল, বিভিন্ন আনন্দ স্ফূৰ্ত্তি কৰিছিল। হাৰলিঘৰৰ লগত প্ৰচলিত

জনবিশ্বাসত ভক্তিপূৰ্ণ দৃষ্টিৰে চোৱা হৈছিল। সেয়েহে বাৰীৰ বস্তু চুৰ কৰি লণ্ড-ভণ্ড কৰি গলেও গৃহস্থই সহ্য কৰিছিল। পূৰ্বৰ জন-সমাজত আনকি এনে বিশ্বাসো আছিল যে, হাৱলিঘৰৰ ল'ৰাক খাদ্য-খুৱাই আশীৰ্বাদ ল'লে অপুত্ৰকো পুত্ৰপ্ৰাপ্ত হয় বা আন কিবা অভিলাস কৰা আশাও পূৰণ হয়। সেইদৰে হাৱলিঘৰৰ ল'ৰাৰ শাওলৈকো ভয় কৰা হয়। কাৰোবাক কিবা কথাত বেয়া পালে, বাৰীৰ আলু কবি চুৰ কৰাত গালি পাৰিলে, হাৱলিঘৰৰ ল'ৰাই বেছিকৈহে উৎপাত কৰে। ৰাতি গৈ ঘৰৰ দুৱাৰমুখত বাঁহ-জেং-জলৰে ভৰাই থৈ আহে বা চোতালখনকে হালবাই চহ কৰি থৈ আহে। শেষত সেই গৃহস্থই তামোল-পাণ লৈ সেৱা আগবঢ়ালেহে বোধৰপৰা মুক্তি পায়। এইয়া আছিল আমাৰ পূৰ্বৰ সমাজখনৰ সামাজিক বান্ধোনৰ চিত্ৰ। হাৱলিঘৰৰ মজিয়াতি জুইৰ কাষত ডেকাসকলে উপভোগ কৰা ভোজ-ভাতেৰে আৰম্ভ কৰি ৰাইজৰ নাম-কীৰ্ত্তন আৰু সমূহীয়া বৰসবাহৰ ধৰ্মীয় পৰিৱেশৰ মাজেদি ধাৰাঘৰ বা হাৱলিঘৰ অনুষ্ঠানৰ মাধ্যমেৰে মাঘবিহুৰ দিনকেইটা কেনি যায়, যেনে কোনেও গমকে নাপায়। সেয়েহে হাৱলিঘৰ পোৰাৰ দুই-তিনিদিন পিছলৈকে সেই ঠাইখিনি আৰু গাঁওখন জীন পৰি স্তব্ধ হৈ যায়।

মাঘৰ বিহুৰ উৰুকাৰ দিনা, কলিয়াবৰৰ ৰাইজে সমূহীয়াভাৱে ডিফলুবিলত মাছ মাৰিবলৈ ওলায়। ডিফলু কাজিৰঙা অভয়াৰণ্যৰ মাজেৰে বৈ অহা নৈ উৎসৱৰ বাহিৰে অন্যসময়ত মানুহে এই নৈখনৰ পাৰতো ভৰি দিব নোৱাৰে। বহাগ বিহুৰ উৰুকাতো বনবিভাগে ৰাইজৰ মাছ ধৰিবলৈ দিয়ে যদিও মাঘৰ উৰুকাত মাছ মৰা মানুহৰ প্ৰয়োভৰ বেছি। ডিফলুত মাছে গিজ-গিজাই থাকে চিতল, বাঘ-বৰালি, বৌ মাছে ঘাউপ ঘাউপকৈ পানীত খলকনি তুলি থাকে। মাছ মাৰিবলৈ যোৱা সকলো মানুহৰ লক্ষ্য ডিফলুতৰ চিতল মাছত। কথাতে কয় বোলে অমুক-তমুক ডিফলুৰ তিল কলঠি। সোৱাদ অনুপম। অসমৰ জনপ্ৰিয় গায়ক ড° ভূপেন হাজৰিকাই "বৌ, কুড়ি, চেনিপুঠি, চিতলেৰে কলঠি" বুলি লিখা গানটো হেনো কুঠৰীত হাজৰিকাই ডিফলুৰ চিতল মাছ খাই লিখিছিল। আগতে কলিয়াবৰীয়া ৰাইজে এনেদৰেই ডিফলুত মাছ মাৰি উৰুকাৰ ভোজ-ভাত খাইছিল হি। কলিয়াবৰৰ মাঘবিহুৰে এখনি সজীৱ চিত্ৰ ফুটি উঠিছিল। ডিফলুৰ পৰাৰ উৰুকাৰ মাছ-মৰা অপূৰ্ব দৃশ্যৰ মাজেদি দূৰৰ গাঁৱৰ ৰাইজ আগদিনাই আহি ডিফলুৰ পাৰত ৰাহৰ পাতে। আগদিনাই আহি পানীত জাল পেলাবলৈ ঠাই দখল কৰি নথলে, দুৰৰপৰা আহি বিলত ঠাই পোৱা সম্ভৱ নহয়। ডিফলুৰ পাৰতে তম্বু তৰি জুই ধৰি জুই-ফুৰাই গল্প-গুজৰ, হাঁহি-ধেমালিৰ মাজেৰে ৰাতিটো কটাই ৰাতিপুৱাতে মাছ মাৰিবলৈ পানীত নামে। মাছমাৰি ঘূৰি আহোতে কোনোৱেই খালী হাতেৰে ঘূৰি আহিব নেলাগে। কাৰোবাৰ ভাগ্যত

ভাল মাছ নিমিলিও ইজনে সিজনক নিজৰ ভাগৰে কেইটামান মাছ দি আগৰ কালত সহায় কৰাৰ নিয়ম আছিল।

কলিয়াবৰৰ মাঘ বিহুৰ অন্যতম এক আকৰ্ষণ হৈছে বালিটীকা টিলাবন্ধা (জয়সাগৰ) পথাৰৰ ম'হৰ যুঁজ। মাঘবিহুৰ দিনা আবেলি এই ম'হৰ যুঁজ লগোৱা হয়। কলিয়াবৰৰ বিভিন্ন ঠাইৰপৰা বিহুৱলীয়া ৰাইজ আহি জয়সাগৰ পথাৰৰ চাৰিওকাষে গোট খাইহি ম'হৰ যুঁজ চাবলৈ। বিহুৰ কেইদিনমান আগৰে পৰাই যুঁজ লগাবলৈ ম'হৰ গৰাকীয়ে ম'হৰ যতন লয়। কাৰণ যুঁজত জিকা-নিজিকাৰ বিষয়টোৰ সৈতে ম'হৰ গৰাকীৰ মৰ্য্যাদা আৰু সন্মানৰ প্ৰশ্ন জড়িত হৈ আছে। ডেকা-বুঢ়া, জীয়ৰী-বোৱাৰী, ল'ৰা-ছোৱালী আদি পথাৰৰ কাষে কাষে ঠিয়হৈ দূৰৰ পৰাই মহযুঁজৰ আনন্দ উপভোগ কৰে। মাঘবিহুত অনুষ্ঠিত ম'হযুঁজৰ পৰম্পৰা কলিয়াবৰত বৰ্ত্তমানো জীৱন্ত হৈ আছে। বৰ্তমানে মহঁৰ যুজৰ বিজেতা ম'হৰ গৰাকীক পুৰস্কাৰ দিয়া হয়।

মাঘৰ বিহুত গাঁৱৰ ছোৱালীসকলে লগ হৈ পথাৰত ধোপ-খেল, 'ধাৰাগুদু', বোগুদু' খেল খেলা নিয়ম আজি কিছুদিনৰ আগলৈকে সজীৱ হৈ আছিল।

কলিয়াবৰৰ মাঘ-বিহুৰ আন এটি উল্লেখযোগ্য বৈশিষ্ট্য হৈছে সোণাৰী কামাখ্যা গাঁৱত প্ৰচলিত 'ক'লী বুঢ়ী-নাচনী'ৰ নৃত্য আৰু গীত। মাঘবিহুৰ উপলক্ষে সোণাৰী কামাখ্যা গাঁৱৰ ৰাইজে পথাৰত ভেলাঘৰ সাজে আৰু মাঘ বিহুৰ তৃতীয় দিনা ডেকা গাভৰুৱে মিলি 'ধোপ খেল' খেলে গাঁৱৰ বৃদ্ধা আৰু আদহীয়া মহিলাসকলে পথাৰৰ আওহতীয়া ঠাই 'হৰুৱাগুৰিত' সমবেত হৈ হাৰলিঘৰ পোৱা ছাই মুখত সানি লৈ গীত গাই নাচিবলৈ আৰম্ভ কৰে। মহিলাসকলৰ এই অনুষ্ঠানত পুৰুষৰ প্ৰৱেশ নিষিদ্ধ আছিল। মুখত ক'লা ছাই সানি এই নৃত্যগীত কৰা বাবেই ইয়াৰ নাম 'কলী বুঢ়ীৰ নাছ' হোৱা বুলি অনুমান কৰিব পাৰি। পুৰুষৰ প্ৰৱেশত বাধা আৰু বৃদ্ধা আয়তীসকলে পথাৰত অকলে গৈ এই নাচ গান কৰা বাবেও কোনোৱে ইয়াক 'কলী' আখ্যা দিয়া বুলি কয়। 'কলীবুঢ়ীৰ নৃত্য' কৰা সোণাৰী কামাখ্যা গাঁৱৰ ৯২ বছৰীয়া বৃদ্ধা সেউতী বৰদলৈৰ মুখৰপৰা শ্ৰীমান দামোদৰ শইকীয়াই সংগ্ৰহ কৰি অনা দুফাঁকিমান গীত দাঙি ধৰা হ'ল। যেনে ঃ

*প্ৰথমে প্ৰণামো লক্ষ্মী সৰস্বতী*
*দ্বিতীয়ত প্ৰণামো ৰাইজ*
*তৃতীয়তে প্ৰণামো মাঘৰে বিহুটি*
*ক'লীবুঢ়ীৰ গীতকে গাওঁ।*
*কলীয়াবৰীয়া দীঘল জলকীয়া*
*তললৈ মেলিলে সীয়া*

*সোণাৰী কামাখ্যাৰ মাঘৰে বিহুতে*
*ক'লীবুঢ়ীৰ গীত গাওঁ শুনা।*

স্বভাৱ কবিৰ আগোন প্ৰকাশৰে আইসকলে গোৱা গীতত কলিয়াবৰৰ বিহুত কলীবুঢ়ী সকলে কি ভূমিকা লয় তাৰো প্ৰকাশ ঘটে এইদৰে :

*হাতে মেলি যাঁইম মই হালধী ঐ মালতী*
*চুলি মেলি যাঁইম মই তেল,*
*খড়াগড়ৰ মুৰলে যামেই ঐ মালতী*
*ভাঙিম মই ডেকা ল'ৰাৰ মেল।*

আকৌ,—

*বৈ বৈ মাতিলে চুঙাৰে বাদুলি*
*বৈ বৈ মতিলে জীয়া,*
*বৈ বৈ মাতিলে আমাৰ ক'লা বুঢ়ী*
*হাতত চুঙা দিয়া পিঠা।*

ভোগালীবিহুৰ ভোগৰ উপকৰণ হিচাপে গাঁৱৰ ঘৰে ঘৰে চিৰা, কৰাই (সান্দহ গুৰি), দৈ-গুৰ, লাডু, তিলপিঠা, বা খোলাচপৰীয়া পিঠা, ঘিলা পিঠা, বৰপিঠা, টেকেলী পিঠা প্ৰস্তুত কৰা হয়। ঘৰে ঘৰে এইবোৰ খাদ্য-সামগ্ৰীৰে অতহী-বতহীক আপ্যায়ন কৰা হয়। কলিয়াবৰৰ বাইজৰ মাজত চুঙা দিয়া পিঠাৰ অতিকে জনপ্ৰিয়। ধান চোতালত মৰণা মাৰি ভৰালত ভৰোৱাৰ সময়ত চোতালত যিখিনি ধান সৰি পৰে, সেই মিহলি ধানখিনিৰপৰা চাউল উলিয়াই পিঠাগুৰিৰ সৈতে নিমখ বাচেনী-পানীৰে মিশ্ৰণ কৰি জাতিবাহৰ চুঙাত ভৰাই খুন্দি খুন্দি সেই চুঙাবোৰ ধান-খেৰৰ জুইত সামান্যভাৱে পুৰি চুঙাত দিয়া পিঠা প্ৰস্তুত কৰা হয়।

আধুনিকতাৰ প্ৰভাৱত কলীয়াবৰৰ অঞ্চলত প্ৰচলিত মাঘবিহুৰ পৰম্পৰা কিছু পৰিমাণে প্ৰভাৱান্বিত হলেও সামান্য পৰিবৰ্ত্তিত ৰূপত মাঘবিহু চলিয়েই আছে আৰু ভবিষ্যতে চলি থাকিব। ☐

সহায়ক গ্ৰন্থ :
লীলাধৰ বৰা; *ঐতিহ্যমণ্ডিত কলিয়াবৰ*, দ্বিতীয় প্ৰকাশ, ১৯৯৩ চন।
সৰ্বেশ্বৰ শইকীয়া (সম্পাদিত) *অনুপম*, ভোগালী বিহু সংখ্যা।
প্ৰথম খণ্ড, ৮ ম সংখ্যা।

সংবাদ দাতা :
ৰঞ্জিত ভট্টাচাৰ্য্য (বয়স ২৫ বছৰ).
কনমাই বৰুৱা (বয়স ৭৫ বছৰ)
ফটো : দামোদৰ শইকীয়া আৰু ৰঞ্জিত ভট্টাচাৰ্য্য

# (১৬) পূব কামৰূপ অঞ্চলত মাঘবিহু

ড° ভূগুমোহন গোস্বামী

আমি প্ৰকৃতিৰ সংস্পৰ্শৰপৰা যিমানে আঁতৰি আহিছোঁ, সিমানে হাবিওলীয়া সভ্যতা লোপ পাই আহিছে। লগে লগে লোক-উৎসৱবোৰো কৃত্ৰিম হৈ পৰিছে। য'ত গৰখীয়া নাই তত গৰখীয়া-গীতৰ জন্ম হয় কেনেকৈ?

পূব কামৰূপ অঞ্চলৰ বিহুৰ লগত অন্য ঠাইৰ মাঘ বিহুৰ মিল থাকিলেও এই ঠাইৰ কিছুমান বৈশিষ্ট্য আছে। মাঘ বিহুৰ মেজিক এই অঞ্চলত মঠ, ভেলাঘৰ বোলে। এই ঠাইত মঠ বা ভেলাঘৰৰ জুই ফুওৱাৰ দুটা নিয়ম। এই অঞ্চলত ৰাতিপুৱা কাউৰীয়ে কা নকৰোতে কিছুমান মঠত জুই জ্বলোৱা হয়। কাউৰীয়ে কা কৰাৰ পাছত মঠ জ্বলালে সেই মঠ চুৱা যায় বুলি লোকবিশ্বাস আছিল। আনহাতে এই অঞ্চলত ডাঙৰকৈ বন্ধা মঠ বা ভেলাঘৰ এটা এতিয়াও শালমাৰা, বেজাৰা, কৰৰা, ননৰা (ৰূপৰা), ডোবাকইৰা আদি গাৱঁত গধূলি সূৰ্য্য অস্ত যোৱাৰ আগে আগে জ্বলোৱাৰ নিয়ম আছে। আনহাতে শালমৰাত ৰাতিপুৱা মঠ জ্বলাই উঠি কাঠ বাঁহ দম কৰি লৈ হোম জ্বলোৱাৰ নিয়ম আছিল। এতিয়া এই নিয়ম প্ৰায় নিষ্প্ৰভ।

মাঘবিহুৰ পাছৰপৰা কিছুমান গছৰ বন্ধন সময় হয় বুলি এই ঠাইত বিশ্বাস আছে। সেয়েহে এই বিহুৰ দিনা ৰোৱাৰী পুৱাতে উঠি ডেকা ল'ৰাবোৰে বাৰীলৈ গৈ এইদৰে চিঞৰৰ ধৰে ঃ

*আম কঠাল লেতেকু পনিয়ল*

*লাগ লাগ লাগ ঐ*

*জাগ জাগ জাগ ঐ*

বহুতে মাঘ বিহুৰ দিনা লাগনীয়া গছত ধান খেৰেৰে বান্ধ দিয়ে। নলগা নাৰিকল গছত এজনে কুঠাৰেৰে ঘাপ দিয়ে। আন এজনে "লাগিব দে নেকাটিবি" বুলি বাধা দিয়ে। তাৰ বাবেই হেনো সেই গছজোপাত নাৰিকল লাগে। বাঁহৰ হিলৈ যিমানে মাৰে সিমানে গছত্ৰ ফল লাগে বুলি এই ঠাইত লোক বিশ্বাস আছে। সেয়েহে পুৱতি নিশাৰপৰা প্ৰতিঘৰ মানুহে জুই জ্বলাইলে

তাৰ ওপৰত অপৈতা বাঁহ দি বাঁহৰ হিলৈ মাৰিছিল। এতিয়া হিলৈ মাৰিবলৈ গাঁৱত বাঁহৰ সংখ্যা কমি আহিছে। এনেকি বাঁহৰ অভাৱত মঠ বা ভেলাঘৰ বোৰো সৰু হৈ আহিছে। পানী হিলৈ মৰা এতিয়া এই ঠাইত নেদেখা হৈছে। আগতে পানী হিলৈ খুব জোৰেৰে শব্দ কৰি ফুটাৰ পাছত হিলৈৰ চোচটো নি নাৰিকল গছত ওলোমাই দিছিল। তেনে কৰিলে নাৰিকল বেছিকৈ লাগে বুলি লোক বিশ্বাস প্ৰচলিত আছিল।

এই অঞ্চলত বিহুৰ দিনাখন খুব পুৱাতে অকণমান মৌ ঘৰৰ প্ৰতিজন মানুহে খোৱা নিয়ম আছিল। মাঘ বিহুত মৌ খালে অনাগত বছৰৰ দিনবোৰ মধুময় হয় বুলি লোক বিশ্বাস আছিল।

আন এটা মন কৰিবলগীয়া কথা যে এই অঞ্চলত মাঘী পইতা খোৱাৰ নিয়ম আছিল। এতিয়াও কোনো কোনো মানুহে মাঘী পঁইতা খায়। এটি লোকপ্ৰবাদ এই প্ৰসংগত উল্লেখ কৰিব পাৰোঁ ঃ যেনে—

*পুহত বান্ধি মাঘত খায়*
*বাঘৰ সমান বল পায়"*

মাঘবিহুৰ উৰুকাৰ দিনা এই অঞ্চলত চুঙাপিঠা পোৰা নিয়ম আছে। কঁটা বাঁহ আৰু জাতি বাঁহৰ অপইতা চুঙাত চুঙাপিঠা পোৰা হয়। এই অঞ্চলৰ ওজাপালি সকলে হাস্যৰস সৃষ্টি কৰিবলৈ এই চুঙা পিঠাক "দুৱাৰ-হোমোকা দিয়া পিঠা" বোলে।

মাঘৰ মেজিৰ জুই ফুওৱাৰ পৰা এই অঞ্চলৰ কৃষকে জুই ফুৱাবলৈ এৰি দিছিল। মাঘৰ সংক্ৰান্তিৰ পাছত জুই ফুৱাব নাপায় বুলি লোক-প্ৰবাদ আছিল। আকৌ লোক-প্ৰবাদ মতে চ'ত মাহ পৰাৰ লগে লগেহে মানুহৰ জাৰ কমে।

সকলোতকৈ গছৰ জাৰ হোনো আগতে গুচে। মাঘ মাহত গছৰ জাৰ গুচে। তাৰ পাছত গৰুৰ জাৰ ফাগুন মাহত যায়। তাৰ পাছত মানুহৰ চ'তত জাৰ গুচে। সকলোতকৈ বান্দৰৰ জাৰ বেছি। বান্দৰ জাৰ বহাগ মাহত হেনো কমে। তলত দিয়া প্ৰবাদটোত ইয়াৰ আভাস পোৱা যায়; যেনে—

*মাঘে তৰু, ফাগুনে গৰু*
*চৈত্ৰে নৰ, বহাগে বানৰ।*

এই অঞ্চলৰ লোক-বিশ্বাস মতে মাঘবিহুৰ মেজিৰ জুই ফুৱাৰ

পিছৰপৰা জুইৰ শক্তি বৃদ্ধি পায়। ইয়াৰ বিজ্ঞান সম্মত যুক্তিও আছে। মকৰ সংক্ৰান্তিৰ পিছৰপৰা দিন দীঘল হৈ আহিব ধৰে। ২১ ডিচেম্বৰত ৰাতি আটাইতকৈ দীঘল আৰু দিন চুটি। তাৰ পিছৰপৰা ৰাতি ক্ৰমে চুটি হৈ আহে আৰু দিন দীঘল হব লৈ ধৰে। দিন দীঘল হলেই জুইৰ শক্তি বৃদ্ধি পায়। এই কাৰণে এই লোক-বিশ্বাসবোৰৰ মাজত বিজ্ঞান সম্মত যুক্তিও সোমাই আছে বুলি কব পাৰি।

অগ্নি নহলে যজ্ঞ নহয়, এই কাৰণে *ঋকবেদৰ* অনেক ঠাইত অগ্নিক পুৰোহিত বোলা হৈছে। মুঠতে মাঘ বিহুৰ মেজিৰ লগত অগ্নিৰ নিবিড় সম্পৰ্কই সবহ। মেজিৰ জুই বৈদিক যুগৰপৰাই অগ্নি উপসনাৰ চিন স্বৰূপে প্ৰবাহিত হৈ আছে। সেয়েহে মেজি জ্বলোৱা প্ৰথাটো লুইতপৰীয়া সংস্কৃতিৰ এটি গবেষণাৰ বস্তু হৈ আছে।

পূব কামৰূপ অঞ্চলৰ মাঘ বিহুৰ মেজি জ্বলোৱা প্ৰথা লুইতপৰীয়া সংস্কৃতিৰে এটা অংশ হৈ আছে। ■

# (১) বৰ'সকলৰ মাজত মাঘবিহু ঃ মাগী

শ্ৰীভূপেন নাৰ্জাৰী

বৰ'সকল কেতিয়া কোন সময়ত আহি উত্তৰ-পূব ভাৰতত বসবাস কৰিবলৈ ধৰিলে সেই বিষয়ে নৃতত্ত্ববিদসকলে বিভিন্ন ধৰণে মত পোষণ কৰিছে। কিন্তু এইটো ঠিক যে বৰ'সকলে আদিম কালৰপৰাই উত্তৰ-পূব ভাৰতত বসবাস কৰি আহিছে। তেওঁলোকেই পোন প্ৰথমে সমাজ পাতি খেতি-বাতি কৰি জীৱিকা নিৰ্বাহ কৰিবলৈ শিকিছিল; যদিও তেওঁলোক প্ৰথমতে খাদ্য আহৰণকাৰীহে আছিল; কিন্তু পিছলৈ খাদ্য সংগ্ৰহকাৰীলৈ উন্নীত হল। খাদ্য সংগ্ৰহকাৰী হবৰ কাৰণে কৃষি কাৰ্য্য অপৰিহাৰ্য্য। সেয়ে পিছলৈ বৰ'সকলে কৃষি জীৱী হবলৈ ধৰিলে। কৃষিজীৱী হবলৈ ধৰাৰ লগে লগেই তেওঁলোক খাদ্যৰ কাৰণে হাবাথুৰি খাব লগা নহ'ল। জিৰণিৰ বাবে বহু সময় পালে। তেনেকৈয়ে তেওঁলোকৰ মাজত উৎসৱ-পাৰ্বণৰ কথাই ভূমুকি মাৰিলে। কৃষিৰ জৰিয়তে খাদ্য সংগ্ৰহ কৰা বাবে তেওঁলোকৰ সকলোবোৰ উৎসৱ-পাৰ্বণতেই কৃষিৰ গোন্ধ পোৱা যায়। সেই কাৰণেই বৰ'সকলৰ সকলোবোৰ উৎসৱ-পাৰ্বণেই কৃষিভিত্তিক বুলি কব পাৰি।

তেনে এটা কৃষিভিত্তিক উৎসৱেই হ'লে বৰ'সকলৰ মাগী। অসমৰ অসমীয়া ভাষীসকলৰ মাজত বিহুক বহাগী বিহু, মাঘ বিহু, কাতি বিহু বুলি ভাগ কৰা হৈছে; যদিও বৰ'সকলৰ মাজত বিহুক তেনেকৈ ভাগ কৰা হোৱা নাই। বৰ'সকলৰ 'বৈসাগী', 'মাগী', আৰু 'কাতিগাসা' তিনিটা সুকীয়া উৎসৱ। এই কৃষিভিত্তিক উৎসৱ-পাৰ্বণ কেতিয়াৰপৰা বৰ'সকলে পালন কৰিবলৈ লৈছিল তাৰ সঠিক প্ৰমাণ পোৱা নেযায় যদিও নৃতাত্ত্বিক আৰু সংস্কৃতি বিষয়ৰ গৱেষক সকলে বিভিন্ন ধৰণে মত পোষণ কৰিছে। সেইবোৰলৈ নোচাই বৰ'সকলে 'মাগী' কেনেকৈ পালন কৰিছিল আৰু বৰ্ত্তমানে কেনেকৈ পালন কৰে সেই বিষয়ে আলোচনা কৰিবলৈ লোৱা হ'ল।

বৰ'সকলৰ সকলোবোৰ উৎসৱ-পাৰ্বণেই কৃষিভিত্তিক। 'মাগী'ও (মাঘ বিহুও) কৃষিভিত্তিক উৎসৱ আৰু বৰ'সকলৰ কৃষিভিত্তিক উৎসৱ সমূহৰ ভিতৰত 'মাগী'তেই পিঠা-পনা খোৱা-লোৱাৰ পয়োভৰ বেছি। বৰ'সকলৰ 'মাগী' পুহৰ সংক্ৰান্তিৰ পৰা আৰম্ভ হৈ তিনিদিন চলে। পুহৰ সংক্ৰান্তিৰ আবেলি বৰ'তিৰোতা সকলে পিছদিনা পিঠা পুৰিবৰ বাবে পিঠাগুৰি প্ৰস্তুত কৰি লয়। ঠিক সন্ধিয়া হোৱাৰ আগে আগে অৰ্থাৎ পথাৰৰ গৰু ঘৰলৈ অনাৰ আগ মুহূৰ্ত্তত ঘৰৰ

কোনোবা মতা মানুহে বিশেষকৈ চেমনীয়া লৰাই বাবীৰ ফল লগা গছবোৰ আৰু তিনিফুটমান ওখত খেৰিৰ পথাৰৰ পৰা ডাঙৰি বান্ধি অনা 'থাৰাই' (তৰা) বনেৰে বান্ধিব লাগে। বাবীৰ লাগন গছবোৰ বন্ধাৰ সময়ত বহুতেই কোলাত ল'ৰা বোকোঁচা বান্ধি লয়। কোলাত সৰু ল'ৰা বোকোঁচাত বন্ধা ল'ৰাৰ দৰে ফলবোৰ ডাঙৰ ডাঙৰকৈ হৈ উঠক। আকৌ ডাঙৰি বন্ধা 'থাৰাই' বনেৰে লাগন গছবোৰ বন্ধাৰ উদ্দেশ্যে হ'ল ডাঙৰিত থকা ধানবোৰৰ দৰে.লাগন গছৰ ফলবোৰ অধিককৈ লাগক তেনে উদ্দেশ্যে সাৰোগত কৰিয়েই এইবোৰ কৰা হয়। এনেকৈয়ে সংক্ৰান্তিৰ আবেলি পাৰ হৈ যোৱাৰ পিছত পিছদিনা ৰাতি নৌ পুৱাওতেই তিৰোতাসকলে শোৱাৰ পৰা উঠি গা-ধুই মাহ্‌কৰাই আৰু পিঠা-পনা পোৱে। এই মাহ্-কৰাই আৰু পিঠা-পনা মানুহে খোৱাৰ আগতে গোহালি ঘৰত গৰুৰ নামত উছৰ্গা কৰে। তাৰপিছত ঘৰৰ গৃহিণীয়ে ভৰাল ঘৰ আৰু পাকঘৰৰ বেৰত গৰুৰ গোবৰেৰে লেপি আগুৰে। ইয়াকেই বৰ'সকলে 'বাখ্রি লিৰখননায়' (ভঁৰাল লেপি আগুৰা) আৰু 'হাসিং লিৰখননায়' (ৰান্ধনি ঘৰ লেপি আগুৰা) বুলি কয়। তাৰপিছত পৰিয়ালৰ বাকী লোকসকলেও উঠি গা-ধোৱে। 'মাগী'ত ৰাতিপুৱাই কাউৰিয়ে মতাৰ আগতে শোৱাৰপৰা উঠি গা-ধোৱা পৰম্পৰাগতভাবে চলি অহা প্ৰথা। গাধোৱাৰ আগতে কাউৰীয়ে মাত দিলে অথবা কাউৰীৰ মাত শুনিলে যেন 'বাদুৰা' (ছুৱা) হয় বুলি লোক বিশ্বাস প্ৰচলিত হৈ আহিছে। তাৰপিছত পিঠা-পনা খোৱাত ব্যস্ত হয়।

এই সংক্ৰান্তিৰ নিশাতেই গৰখীয়া ল'ৰাবিলাকে 'আঁৰি হাঁনায়' (মহোহ খেদা গীত (গাই পোৱা) ধনেৰে লগভাত খাই আৰু গোটেই ৰাতি ৰং-ৰহস্য কৰি কটাই দি পুৱতি নিশা গা-পা ধুই নিজ নিজ ঘৰলৈ আহি পিঠা-পনা খায়। পূৰ্বতে বৰ'সকলৰ মাজত মেজিৰ প্ৰচলন নাছিল; কিন্তু আজি ১৫/২০ বছৰমানৰ পৰা গাঁৱৰ ল'ৰা বিলাকে মেজি সাজি মেজিৰ কাষতে লগভাত খায় গোটেই ৰাতি ৰংতামচা কৰি পুৱতি নিশা গা-ধুই মেজিৰ জুইত জুই পুৱৰা প্ৰথা কিছুমান গাঁৱত দেখিবলৈ পোৱা গৈছে। কিছুমান অঞ্চলত আকৌ ৩০/৪০ বছৰমানৰ পৰাই মেজি সজা প্ৰথা থাককেই বা নেথাককেই লগভাত খোৱা ল'ৰাসকলে নিজ ঘৰলৈ আহি পিঠা-পনা খোৱাৰ পিছত একেলগ হৈ ইঘৰ-সিঘৰ ঘুৰি-ঘুৰি পিঠা-পনা খায়। এইদৰেই তিনিদিনলৈ চলি থাকে। 'মাগী'ৰ (মাঘ বিহুৰ) পিঠা-পনাৰ ভিতৰত মাহ্-কৰাই বৰ'সকলৰ একান্ত প্ৰয়োজনীয়। তাৰ পিছতহে অন্য পিঠা-পনাৰ কথালৈ অহা হয়। কিছুমান অঞ্চলত আকৌ 'মাগী'ৰ (মাঘ বিহুৰ) সময়ত টেকেলি পিঠা খালে হেনো গৰুৰ গলধনত 'দুমাল' (এবিধ গৰুৰ বেমাৰৰ নাম) হয় বুলি লোক বিশ্বাস প্ৰচলিত হৈ আহিছে। সেয়ে যি অঞ্চলত এই লোক বিশ্বাসৰ প্ৰচলন আছে সেই অঞ্চলৰ বৰ'সকলে মাঘ বিহুৰ আগে

পিছেহে ঢেকেলি পিঠা খায়। কিছুমান বৰ'অঞ্চলত আকৌ বহাগ বিহুতহে ঢেকেলি পিঠা খাব নেপায় বুলি বিশ্বাস কৰে আৰু ইয়াৰ কাৰণ ইতিমধ্যে উল্লেখ কৰি অহা হৈছে।

'মাগৌ'ৰ প্ৰথম দিনাই মৃতকৰ নামত পিঠা-পনা উৎসৰ্গা কৰা হয়। কেৱল মাগৌতেই নহয় বহাগৰ বিহুৰ সময়ত মৃতকলৈ পিঠা-পনা আদি উছৰ্গা কৰা হয়। মাগৌৰ সময়ত মৃতকলৈ উছৰ্গা কৰাৰ উদ্দেশ্যে হ'ল– "জীৱিত কালত যেনেদৰে ন-ধানৰ পিঠা-পনা খোৱা হৈছিল, সেয়ে মৃত্যুৰ পিছত তেওঁৰ নামত আচুতীয়াকৈ প্ৰস্তুত কৰি ৰখা হয় আৰু দুপৰীয়া হোৱাৰ আগতে গাঁৱৰ কবিৰাজক মাতি আনি চোতালৰ দক্ষিণ-পূব কোণত দক্ষিণমুখীকৈ মৃতকৰ নামত কবিৰাজৰ দ্বাৰাই স্মৰণ কৰি উৎসৰ্গা কৰা হয়। এই প্ৰথা সকলো বৰ'মানুহেই নকৰে; যদিও বহু সংখ্যাক বৰ'পৰিয়ালেই নিজ নিজ মৃত পূৰ্বপুৰুষ সকলক স্মৰণ কৰি এনেদৰে 'মাগৌ'ত পিঠা-পনা উৎসৰ্গা কৰে। ইয়াকেই বৰ'সকলে 'গাঁথৈনী বাওনায়' বুলি কয়।

ইতিমধ্যে উল্লেখ কৰি অহা হৈছে যে ৰাতি নৌপুৱাওতেই গৃহস্থৰ মূল গৃহিণীয়ে 'ইসিং' আৰু 'বাখ্রি লিৰখননায়'ৰ কথাটো। বৰ'সকলৰ এই প্ৰথাটো বৰ তত্ত্বপূৰ্ণ। বৰ'সমাজত 'ইসিং' (ৰান্ধনি ঘৰ) আৰু 'বাখ্রি' (ভঁৰাল ঘৰ উল্লেখযোগ্য স্থান দখল কৰি আছিছে। 'ইসিং' হ'ল লক্ষ্মীদেৱীৰ স্থান আৰু 'বাখ্রি' হ'ল লক্ষ্মীদেৱীৰ সকলো সম্পত্তি ৰখা ঠাই। লক্ষ্মীদেৱী আৰু সম্পত্তি যাতে নিজ ঘৰৰ পৰা ওলাই যাব নোৱাৰে সেই বাবেই 'ইসিং' আৰু 'বাখ্রি লিৰখাননায়' হয়। আগৰ দিনত বৰ'সকলে 'মাগৌ'ত 'বাখ্রি লিৰখাননায়'ৰ পৰা 'বৈসাগী (বহাগ বিহু নোহোৱালৈকে ('বাখ্রি'ৰ) পৰা ধান নুলিয়াইছিল। এই সময়ছোৱাত খাবৰ জোখেৰে অইন ঠাইত ধান উলিয়াই ৰাখিছিল। বৰ'সকলৰ জন বিশ্বাস মতে, লক্ষ্মীদেৱীৰ সা-সম্পত্তি ভঁৰালত থিতাপি লোৱাৰ পিছ মুহূৰ্ত্তত যদি আকৌ উলিয়াই অনা হয় তেনেহ'লে লক্ষ্মীদেৱীয়ে খং কৰিব আৰু সেইখন ঘৰত থিতাপি নলব। সেয়ে তেওঁলোকে 'বাখ্রি'ৰ দুৱাৰ দুৱাৰ বন্ধ কৰি আৰু 'মাগৌ'ত 'বাখ্রি লিৰখননায়'ৰ জৰিয়তে লক্ষ্মীদেৱীক ভঁৰাল ঘৰত নিগাজীকৈ থাকিবলৈ সহায় কৰে। এই 'বাখ্রি'ৰ পৰা যেতিয়া ধান উলিয়াব লগীয়া হয়, তেতিয়া কিছুমান নীতি-নিয়ম মানি চলিহে ভঁৰালৰ পৰা ধান উলিওৱা হয়। প্ৰথম ধান উলিয়াবৰ দিনা গৃহস্থৰ মূল গৃহিণীয়ে ভালদৰে গা-ধুই 'ইসিং' ঘৰৰ 'মায়নাবৰিন্দী'ত (ৰান্ধনী ঘৰৰ লক্ষ্মীদেৱীৰ থাপনা) সেৱা জনাই ভঁৰাল ঘৰত কুকুৰাৰ কণী উৎসৰ্গা কৰিহে ধান উলিয়াব লাগে। ইয়াকেই বৰ'সকলে 'বাখ্রি দাং নায়' (ভঁৰালত প্ৰথম পদাৰ্পণ কৰা) বুলি কয়।

আকৌ কিছুমান বৰ'পৰিয়ালত এই মাগী'ৰ লগতে সাঙোৰ খাই আছে 'বাগ বাজানী বাওনায়' (বাগবাজাক পূজা দিয়া) প্ৰথাটো। 'বাগবাজাক পূজা দিয়া বৰ'সকলৰ খেৰায় পূজাত আছে। সাম্প্ৰতিক কালত ইয়াৰ মূল তাত্ত্বিক দিশটো বিশ্লেষণ কৰিব নোৱাৰি; অথবা নেজানি নতুনকৈ বিশ্লেষণ কৰিবলৈ লৈছে। সাম্প্ৰতিক কালৰ বিশ্লেষণ অনুযায়ী : "বৰ'সকলে হাবিয়ে বনে গলে যাতে বাঘৰ আক্ৰমণৰ বলি হ'ব নেলাগে সেয়ে 'বাগবাজা'ক পূজা দিয়া হয়" বুলি বিশ্লেষণ কৰিব বিচাৰে বা কৰিছেও। এনে বিশ্লেষণ একেবাৰে অৰ্থহীন, যুক্তিহীন মাথোন। ইয়াৰ আচল তত্ত্বটো হ'ল– "বাগ বজা হ'ল ভৰাল ৰখীয়া দেৱতা এতিয়া আকৌ ইয়াতেই আকৌ প্ৰশ্ন হ'ব পাৰে, এই ভৰাল ৰখীয়া দেৱতাজন কোন? এই প্ৰশ্নৰ উত্তৰ বিচাৰি পালেই 'বাগবাজানীবাওনায়'ৰ তাত্ত্বিক দিশটো পোৱা হ'ব। ভৰাল ৰখীয়া দেৱতা কোন এই প্ৰশ্নৰ সহজ উত্তৰ হ'ল 'অমা' (গাহৰি)। এইটোও এটা হাঁহি উঠা কথা। কিন্তু এই হাঁহি উঠা কথাৰ মাজতেই আচল সত্যটো নিহিত হৈ আছে। বৰ'সকলৰ সমাজ জীৱন 'অমা'ৰ (গাহৰি) লগত ওতপ্ৰোত সম্পৰ্ক আছে। প্ৰত্যেক বৰ'পৰিয়ালতে পূৰ্বতে 'অমা' আছিল। এই 'অমা'বোৰৰ বয়স বেছি হ'লে অধিক চৰ্বি হোৱাৰ ফলত কেৱল ঠাণ্ডা ঠাই বিচাৰি ফুৰে। বৰ'সকলৰ 'বাখ্ৰি'ৰ তল হ'ল তেনে উৎকৃষ্ট ঠাই। সেয়ে ডাঙৰ 'অমা'ই সদায়ে 'বাখ্ৰি'ৰ তলত থাকে। কোনোবা অচিনাকী মানুহ তাৰ ওচৰলৈ আহিলে অৰ্থাৎ 'বাখ্ৰি'ৰ ওচৰলৈ আহিলে 'অমা'ই আত্মৰক্ষাৰ কাৰণে মুখেৰে শব্দ কৰি খেদি আহে। সেই অচিনাকী মানুহ আঁতৰি যাবলৈ বাধ্য হয়। 'অমা'ৰ এনে কাৰ্য্য লক্ষ্য কৰিয়েই আদিম মানৱে 'অমা'ক ভৰাল ৰখীয়া বুলি গণ্য কৰিছিল। আৰু 'মাগী'ত আৰু 'খেৰায়'ত পূজা দিয়া হৈছিল। যদি এইটোয়ে সত্য হয় তেন্তে 'অমাবাজা' হ'ব এৰি 'বাগবাজা' কিয় হ'ল এনে প্ৰশ্ন স্বাভাৱিকতে উদয় হ'ব পাৰে। ইয়াৰ উত্তৰ হ'ল বৰ'সকলে 'অমা'ক পূৰ্বতে 'বাগ' বুলিহে কৈছিল। বৰ্তমানেও বৰ'গোষ্ঠীৰ বহু ভাষাত 'অমা'ক 'বাগ' বুলি কয়। সেই 'বাগ' শব্দৰ পৰাই এটা সময়ত 'বাগ' শব্দৰ সৃষ্টি হ'ল আৰু সৃষ্টি হ'ল 'অমা' শব্দৰ।

'বাগবাজা'ক বগা কুকুৰা এটা বলি দি পূজা দিয়া হয়। মাঘ মাহৰ প্ৰথম দিনা ভৰাল ঘৰৰ দুৱাৰ দলিত কবিৰাজৰদ্বাৰা মন্ত্ৰপাঠ কৰাই ঘৰৰ মূল মানুহজনে বগা কুকুৰা কাটি পূজাৰ কাম সম্পন্ন কৰে। এই পূজাৰ লগত 'বাথৌশালী'ৰ কোনো সম্পৰ্ক নেথাকে। এই কথাও ঠিক যে অতি কম সংখ্যক লোকেহে মাঘ বিহুত এই পূজা দিয়া দেখা যায়।

এইদৰেই বৰ'সকলৰ মাজত 'মাগী' আৰু ইয়াৰ লগত সম্বন্ধ থকা উৎসৱবোৰৰ বিষয়ে বিশ্লেষণ কৰিব পাৰি। ◆

# (২) গোৱালপাৰাৰ বৰোসকলৰ মাজত মাঘবিহু ঃ মাগু

শ্ৰীতৰুণ বসুমতাৰী

প্ৰাচীন গোৱালপাৰা জিলাখন যোৱা দুই দশকত সঙ্কুচিত হৈ বৰ্তমানে ধুবুৰী, কোকৰাঝাৰ বঙাইগাঁও আৰু গোৱালপাৰা জিলাত পৰিণত হ'ল। তাহানিৰ গোৱালপাৰা জিলাৰ সীমা আছিল উত্তৰে ভূটান, দক্ষিণে গাৰো পাহাৰ জিলা, পূবে তেতিয়াৰ অবিভক্ত কামৰূপ জিলা আৰু পশ্চিমে বাংলাদেশ আৰু পশ্চিমবঙ্গ (উত্তৰ বঙ্গ)।

এতিয়াৰ গোৱালপাৰা জিলাখন মহাবাহু ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰে কেইটামান চৰ-চাপৰি সামৰিলে পশ্চিমে তাহানিৰ মেচপাৰা ইষ্টাৰ্ণৰ অন্তৰ্গত লক্ষীপুৰ আৰু বগুৱান থানাৰ পশ্চিম সীমাৰ ধুপধৰা থানা অঞ্চললৈ বিস্তৃত। দক্ষিণে মেঘালয়ৰ পূব আৰু পশ্চিম গাৰোপাহাৰ জিলা।

জিলাখানত ৰাভা, গাৰো আৰু বৰো জনজাতিৰ লোকে বাস কৰে। বৰো গোষ্ঠীৰ জনসংখ্যা দুধনৈ বিধান সভা সমষ্টিতেই বেছি। লক্ষীপুৰ থানাত কিছু বৰো গাঁও আছে। বহাগ বিহু যিদৰে সমগ্ৰ অসমবাসীৰ জাতীয় সত্তা আৰু প্ৰাণৰ অনন্ত স্পন্দন স্বৰূপ আৰু মাঘবিহু যেনেকৈ সমূহ কৃষিজীৱী অসমীয়া জাতিৰ শস্য উৎপাদনৰ পৰিশ্ৰম আৰু সংগ্ৰামৰ অন্তত ভোগ আৰু ভক্তিৰ এটি আত্মিক থাপনা সেইদৰে বৰো জনগোষ্ঠীৰ 'মাগু' অৰ্থাৎ মাঘবিহু জীৱন নিৰ্বাহৰ সংগ্ৰাম আৰু কায়িক পৰিশ্ৰমৰ দ্বাৰা শস্য উৎপাদন কৰি কম-বেছি পৰিমাণে হলেও প্ৰতিঘৰতে খাদ্য সামগ্ৰী তথা মাইনাও চিখলাৰু আদৰি ভৰাঁলত চপোৱাৰ পিছত পালন কৰা এটি আস্থা আৰু প্ৰেৰণামূৰ জাতীয় উৎসৱ।

বহাগ বিহু বা 'বৈচাগু বা 'বৈখু', বৈশাগৰ তিনিমাহ আগতে উদ্‌যাপন কৰা এয়া গোৱালপৰীয়া বৰো সকলৰ 'মাগু' বা ভোগালী উৎসৱ। ভঁৰাললৈ লখিমীৰ আগমনে প্ৰতিটো কৃষিজীৱী পৰিয়ালৰ অন্তৰত গভীৰ শ্ৰদ্ধা আৰু ভক্তিৰ যি শিহৰণ জাগে তাৰেই এয়া প্ৰতিফলন বুলি কব পাৰি। পুহৰ সংক্ৰান্তিৰ আগদিনাৰ পৰাই সূচিত হয় এই মাগু বা মাঘ বিহু উৎসৱ। অসমত সামূহিকভাৱে মাঘ বিহু পালন কৰাৰ যি পৰম্পৰা প্ৰচলিত হৈ আছে গোৱালপৰীয়া বৰোসকলৰ মাজতো সেই পৰম্পৰাৰ আধাৰতেই 'মাগু' পালিত

হয়। উৰুকাৰ ৰাতি গাঁওবোৰত সমূহীয়া ভোজত অংশ গ্ৰহণ কৰাৰ পাছদিনা পুৱা হালধী-মাহ আদি গাত সানি গা ধোৱাৰ পাছত পুৰুষ আৰু সৰু ল'ৰা-ছোৱালী সকলে ধান-খেৰ আৰু বাঁহেঁৰে সজা মেজি ঘৰবোৰত একগোট হৈ অগ্নি দেৱতাক সেৱা জনাই অগ্নি সংযোগ কৰে। গৰু-ম'হবোৰৰ শিঙত মিঠাতেল সনা হয় আৰু সিহঁতৰ গাত মিঠা তেল আৰু বননিৰ পৰা অনা ইকৰাৰ এবিধ কুমলীয়া আহঁ বা কলৰ দৰে ক'লা আহঁৰ ক'লা গুৰিবোৰ এৰেলগে সানিলে বাহঁৰ চুঙাৰ প্ৰলেপেৰে ৰংচণ্ডীয়াকৈ দাগ দিয়া হয় আৰু উদং পথাৰত চৰিবলৈ দিয়া হয়। গাঁৱৰ পথাৰত ৰবোশস্য নাইবা ঘেহু বা গ'মধানৰ খেতি নাথাকিলে বহাগ মাহলৈ গৰু-ম'হবোৰ উদং পথাৰত দিনৰ বেলিকা বিচৰণ কৰি ঘাঁহ খাবলৈ মেলি দিয়া হয়। সন্ধিয়া গোহালিলৈ অনা হয়। গৰু দোমাহী বা মুগৌ দোমাহীৰ দিনৰ পৰাই প্ৰায় এসপ্তাহমান ধৰি বিভিন্ন ধৰণৰ বৰা চাঁউল জহা চাউল আৰু কোমল চাউলৰদ্বাৰা প্ৰস্তুত লাডু-পিঠা-চিৰা আৰু 'কাঢ়াই' বা এবিধ সৰু আকৃতিৰ চাউলৰ পৰা প্ৰস্তুত মুড়ী খোৱা হয় লগতে চিৰা-দৈ, গাখীৰ আদি জলপানেৰে আলহী তথা অভ্যাগত জনক আপ্যায়ন কৰা হয়। ৰঙা আলু, বগা আলু আৰু ঠাজিমলা আদি আলুজাতীয় ফল সিজাই কোৱা হয়। কেইবিধ মান পিঠা, চাউলত তিলগুৰি মিহলাই টেকেলীৰ তপত পানীৰ ভাপত প্ৰস্তুত কৰা হয়। সেইবোৰক "থৌৰাং পিঠা (টেকেলী পিঠা) বুলি কোৱা হয়। চাউল আৰু তিলৰ গুৰি মিহলাই তপত পানীৰ ভাপত প্ৰস্তুত কৰা কেইবিধ মান থৌৰাং পিঠাৰ আকৃতি দেখাত ডাঙৰ ডাঙৰ আধুনিক কেকৰ দৰেই হয়। পহিলা 'মাগু' অৰ্থাৎ মাঘৰ এক তাৰিখে "মানছি-মাগু" বা মানুহ দোমাহী পালন কৰা হয়। প্ৰাচীন্ন পন্থী সকলে জৰাই চোতালত বা বাৰীখনৰ পূৱ দিশত থকা থাপনাত চাকি জলাই চাউল ফল-মূলৰ প্ৰসাদ আগবঢ়ায়। চোতালৰ উত্তৰ দিশত কলৰ পাতত প্ৰসাদ আৰু বৰা চাউলৰ মিঠা ৰস বা জু বাওঁ হাতেৰে মৃতকৰ আত্মাৰ উদ্দেশ্যে আগবঢ়োৱা হয়। সিদিনাখনৰ পৰাই প্ৰায় তিনিদিন ধৰি গৃহস্থৰ বাৰীত থকা তামোল-নাৰিকল, আম-কঠাল, আৰু ভিন ভিন ফলৰ গছ আৰু অন্যান্য গছবোৰ কুমলীয়া বাঁহৰ ৰচিৰ দৰে সৰু সৰুকৈ ফালি চাঁচি প্ৰস্তুত কৰা নতুন 'টেঙলেৰে' আৰু নতুন উলুবনিৰ পকোৱা কৰা ৰচীৰে মেৰিয়াই বান্ধিবলৈ এক সপ্তাহমান সময় লাগে। মাঘৰ প্ৰথম সপ্তাহতে এই দৰে বাঁহৰ টমাল আৰু উলুৰ ৰচিৰে গছবোৰ এডাল এডালকৈ মেৰিয়াই বন্ধা কাম সমাপ্ত হয়। এই ৰীতি যুগ যুগ ধৰি বহুতৰ ঘৰে ঘৰে প্ৰচলিত হৈ আহিছে।

সাম্প্ৰতিক কালত দেখা গৈছে যে ভোগালীৰ উৎসৱ পালন নিৰ্ভৰ কৰে গিৰিহঁতৰ আৰ্থিক অৱস্থাৰ ওপৰত। অৱশ্যে অৰ্থনৈতিক সমস্যাৰে জৰ্জৰিত পৰিয়ালেও ভোগালী উৎসৱ পালন যৎ সামান্যভাৱে হলেও ভোগালী-উৎসৱ পালন কৰে। কিয়নো আঘোণ-পুহ মাহত আনৰ খেতিপথাৰত মজুৰী কাম কৰি হ'লেও বেছি ভাগ গাঁৱৰ লোকেই নতুন শস্য বা ধান সংগ্ৰহ কৰি ঘৰলৈ আনে। উল্লেখযোগ্য যে গোৱালপৰীয়া বৰোসকলৰ এই মাগু উৎসৱ পালন পদ্ধতি, ব্ৰহ্ম ধৰ্মালম্বী, শৰণীয়া আৰু খৃষ্টধৰ্ম সকলৰ ভিতৰত কিছু পৰিমাণে বেলেগ, বিশেষকৈ মাগৌত স্থানপোৱা পূজা-অৰ্চনা পদ্ধতি আদি তেওঁলোকৰ নিজা ধৰ্মীয় পৰম্পৰাৰ অংগীভূত। ◆

# (৩) মিচিংসকলৰ মাজত মাঘবিহু

শ্ৰীভৃগুমুনি কাগয়ুং

আমাৰ লোক-উৎসৱবোৰ হৈছে লোক-সংস্কৃতিৰ উৎস আৰু উপাদান। জন-মানৱে পৰম্পৰাগতভাৱে উদ্‌যাপন কৰি অহা লোক-উৎসৱ লোক-বিশ্বাস আৰু লোকাচাৰ-নীতিৰে স্বয়ং সম্পূৰ্ণ। আদিম জন-সমাজৰ সঞ্চিত অভিজ্ঞতাৰে পৰিপুষ্ট হৈ লোক-উৎসৱবোৰে একো-একোটা স্বকীয় ৰূপত গঢ় লৈ আহিছে আৰু তাকে নতুন প্ৰজন্মই পালনীয়, কৰণীয়, ধাৰণীয় ৰূপত সময়-সাপেক্ষিকভাৱে বেলেগ-বেলেগ ৰূপ প্ৰদান কৰি আহিছে।

এইবোৰ লোক-উৎসৱ উদ্‌যাপনৰ ক্ষেত্ৰত কিৰাত-মঙ্গোলীয়সকলৰ বৈশিষ্ট্যৰ ভিতৰত প্ৰধানতঃ নদীকেন্দ্ৰিক সভ্যতা, কৃষিভিত্তিক জীৱনধাৰা, চন্দ্ৰ-সূৰ্য্যৰ প্ৰমুখ্যে উপ-চক্ৰৰ গ্ৰহাদি, দেৱ-দেৱী তথা উপৰি পুৰুষকে কৰা পূজা-অৰ্চনা আদিৰ আধ্যাত্মিক ধ্যান-ধাৰণাৰ কথা আমি নুই কৰিব নোৱাৰো। আদিম লোক-সমাজৰ জন-বিশ্বাসত যি যি দেৱ-দেৱতাৰ প্ৰক্ৰিয়াৰ প্ৰতিক্ৰিয়াই জীৱন যাত্ৰাত অপায়-অমঙ্গল সাধন কৰা উপলব্ধি কৰিছিল সেইবোৰ দেৱ-দেৱতাকে শ্ৰেয় স্থান দি সন্তুষ্ট কৰিবৰ কাৰণে পূজা কৰিছিল আৰু সেয়াই কালক্ৰমত পৰম্পৰাগতভাৱে লোক-উৎসৱবো উপাদান স্বৰূপে জন-মানসত স্বীকৃতি লভিছে। আমি আদিম কৃষিভিত্তিক জীৱনধাৰাৰে ধাৱিত জন-মানসৰ লোক-সংস্কৃতিৰ উপাদানৰাজিও জীৱন অবলম্বন কৃষিক কেন্দ্ৰ কৰি গঢ়ি উঠিছে আৰু গতানুগতিকভাৱে পালন কৰি অহা ভোগে-ভৰা ভোগালী বিহু বা মাঘ বিহু উৎসৱো ইয়াৰে অন্যতম কিন্তু কিৰাত-মঙ্গোলীয় বিৰাট জনগোষ্ঠীৰ পৰা বংশোদ্ভৱ হোৱা বিভিন্ন জনগোষ্ঠীৰ মাজত এনে উৎসৱ উদ্‌যাপনৰ ভিন্নতাৰ বৈশিষ্ট্য নোহোৱা নহয়।

সাধাৰণভাৱে চাবলৈ গলে মঙ্গোলীয়সকলে কৃষি-উৎসৱ উদ্‌যাপন কৰে, কৃষি-কৰ্মৰ কাৰণে পথাৰলৈ নমাৰ আগতে আৰু অন্য অমঙ্গোলীয়সকলে তেনে উৎসৱ উদ্‌যাপন কৰে কৃষি চপোৱাৰ পাছত। আমাৰ পৰম্পৰাগতভাৱে পালনীয় ভোগালী বিহু লোক-উৎসৱ মিচিং জনগোষ্ঠীয়ে পৰিবেশৰ প্ৰভাৱত প্ৰভাৱান্বিত হৈ গ্ৰহণ কৰা কৃষি উৎসৱ আৰু ইয়াক স্বকীয় ৰূপ প্ৰদান কৰি জাতীয় উৎসৱৰূপে পালন কৰি আহিছে।

মিৰি বা মিচিং নামেৰে জাত জনগোষ্ঠীটো হৈছে মঙ্গোলীয় জনগোষ্ঠীৰে অন্যতম প্ৰধান কৈদ। তেওঁলোকৰ নদী-নিৰ্ভৰ প্ৰব্ৰজন আৰু নদী কেন্দ্ৰিক সভ্যতাৰ কথা সুদূৰ হিমাদ্ৰিৰ শিখৰৰ মানস-সৰোবৰৰ পৰা চিৰ প্ৰবাহিত চিয়াং-লুইতব্ৰহ্মপুত্ৰই আজিও স্বাক্ষৰ বহন কৰি আছে। মিচিংসকলে আদিম যুগৰ পৰা পৰম্পৰাগতভাৱে পালন কৰি অহা স্বকীয় কৃষি-উৎসৱ হৈছে— "আলি-আই-লৃগাং" বা চমুকৈ "লৃগাং" কৃষি-উৎসৱ।

পাহাৰীয়া জীৱন যাত্ৰাৰ পৰা প্ৰব্ৰজিত হৈ ভৈয়ামীয়া জীৱনধাৰাৰ পৰৱৰ্ত্তী-যুগত অন্য সনাতন হিন্দু-ধৰ্মাবলম্বী সমাজৰ সান্নিধ্যত আৰু পৰিৱেশৰ প্ৰভাৱত সময়-সাপেক্ষিকভাৱে গ্ৰহণ কৰা ভোগালী-বিহু উৎসৱে মিচিং সমাজৰ স্বকীয় ৰূপত আংশিকভাৱে হ'লেও ৰূপান্বিত হৈ আহিছে। মাঘ বিহুৰ বিষয়ে সম্যক পৰ্য্যালোচনা কৰি চালে আদিম যুগত বিভিন্ন জনগোষ্ঠীয়ে বিভিন্ন সময়ত ইয়াক বিভিন্ন ৰীতিৰে উদযাপন কৰি আহিছিল যদিও কালক্ৰমত জ্যোতিষ-শাস্ত্ৰৰ ক্ৰম-বিকাশত শীত-ঋতুৰ শেষৰ পুহ-মাহৰ সংক্ৰান্তিত মাঘ-বিহু বা মাঘী উৎসৱলৈ নিৰ্দ্দিষ্ট দিনত ৰূপান্তৰিত হোৱা উপলব্ধি কৰা যায় আৰু তাত্ত্বিক দিশত সূৰ্য্য-দেৱতাৰ প্ৰতীক-ৰূপ অগ্নিদেৱতাক কৰা পূজাৰ কথাও অনুমেয়। আজি মাঘ-বিহু উৎসৱে স্বকীয় ৰূপত স্বয়ং সম্পূৰ্ণ হৈ জাতীয় জীৱনলৈ লোক-সংস্কৃতিৰ উপাদান বহন কৰি স্বকীয়তা ৰক্ষা কৰাত ইন্ধন যোগাই আছে।

প্ৰকৃতাৰ্থত অগ্নি-পূজাৰ উপলক্ষে কাঠ-খৰি-খেৰেৰে মেজি সাজি জন-বিশ্বাসৰ ভিত্তিত শ্ৰদ্ধা সহকাৰে মাঘ-বিহু উদ্‌যাপন কৰা হয়। গাঁৱৰ যি কোনো বিয়া-সবাহ, পূজা-পাৰ্বন, উৎসৱ-উদ্‌যাপন আৰু শ্ৰাদ্ধাদিৰ সামাজিক অনুষ্ঠানৰ পালনীয়-কৰণীয় লোক-পৰম্পৰাৰ কৰ্মৰাজি আনুষ্ঠানিকভাৱে অনুষ্ঠিত কৰিবৰ কাৰণে প্ৰত্যেক মিচিং গাঁৱতে একোখন "য়াঃমে-মৃমবৃৰ-কাবাং" ডেকা-গাভৰুৰ অনুষ্ঠান থাকে। সেই অনুষ্ঠানৰ বিষয়-ববীয়াসকলক আহোম ৰজাঘৰীয়া পদ্ধতিৰে ৰাজকীয় বিষয়-বাবৰ দৰে বৰা-বৰাণী, বাৰিক্, সোধাৰু, ধনভড়ালী, আদি উপাধি প্ৰদানেৰে বাছনি কৰি দায়িত্বভাৰ অৰ্পণ কৰে আৰু এই অনুষ্ঠান সাধাৰণতে মিচিং ডেকা-গাভৰুৰ ডাঙৰ অনুষ্ঠান "পঃ ৰাগ্" শ্ৰীবৃদ্ধি আৰু সম্প্ৰীতিৰ উৎসৱ উদ্‌যাপন কৰালৈকে দায়িত্বভাৰ থাকে আৰু সেই পঃ ৰাগ্ উৎসৱ পাঁচ-বছৰৰ মূৰে-মূৰে উদ্‌যাপন কৰে আৰু তেতিয়াহে অনুষ্ঠানৰ বিষয়-ববীয়াৰো সাল-সলনি হয়। গাঁৱৰ পালনীয় সকলো আনুষ্ঠানিক কাৰ্য্যাৱলী তেওঁলোকে শৃংখলাৰে পৰিচালনা কৰে আৰু গাঁৱৰ সকলোৱে তেনেক্ষেত্ৰত সৰ্বান্তকৰণে সহায় সহযোগ আগবঢ়ায়।

গাঁৱৰ তেনে কোনো উৎসৱ উদ্‌যাপনৰ কিছুদিনৰ আগতে সময়-সাপেক্ষে গাঁৱৰ মুৰং-ৰঙমঞ্চত বা গাঁৱৰ মাজত নৈ দাঁতিত ৰাতি ডেকা-গাভৰুৱে নাচ-গানৰ অনুষ্ঠান অনুষ্ঠিত কৰে আৰু তাতে সকলোৱে বহি উদ্‌যাপন কৰিব লগা আগন্তুক বিহু-উৎসৱৰ বিষয়ে আলোচনা-বিলোচনা কৰি যাৰ যি দায়িত্ব তাক তেনেভাৱে অৰ্পণ কৰে আৰু যথাসময়ত সকলোবোৰ ডেকা-গাভৰুৱে নিজৰ-নিজৰ কৰ্ত্তব্যৰ দায়িত্ব নিষ্ঠাসহকাৰে পালন কৰি উৎসৱ সাফল্য মণ্ডিত কৰে।

ভোগালী-বিহু উপলক্ষে প্ৰধানতঃ আগতীয়াকৈ বৰ্ষাণীৰ পৰিচালনাত আপং-সাওপানী বা ৰাইচ-বিয়েৰ'ৰ প্ৰস্তুতি আৰু ডেকা-ৰবাৰ পৰিচানলাত মেজিৰ কাঠ-খৰি হাবি-জঙ্গলৰ পৰা যথাসময়ত সংগ্ৰহ কৰি নৈৰদাঁতিত বা বালি-চৰত সুবিধা বুজি উৰুকাৰ দিনা সকলো ডেকাই মিলি মেজি পাতে। মিচিংসকলে সাধাৰণতে অৱস্থা অনুযায়ী দুটা মেজি প্ৰস্তুত কৰে ইয়াৰে এটা ডাঙৰকৈ আৰু এটা সৰুকৈ। ডাঙৰ মেজিটো আনুষ্ঠানিক মূল মেজি আৰু সৰুটো অনা-আনুষ্ঠানিক বা বুঢ়া-বুঢ়ীসকলৰ কাৰণে, কাৰণ তেওঁলোকে দেৰিকৈ পুৱা সমবেত হয়। উৰুকাৰ ৰাতি মেজি ৰখীয়া আৰু ভোজ-ভাত খোৱাৰ কাৰণেও কিছু কাঠ-খড়ি সুকীয়াকৈ ৰাখি থয়।

মেজি সাজোতে জ্বলোৱাৰ সুবিধাৰ কাৰণে দীঘে-পথালিয়ে কটা-কটিকৈ গাঁত খান্দি তলত শুকান খেৰ-বাঁহ দিয়াৰ ওপৰত কেঁচা কাঠ-খড়িবোৰ ওপৰলৈ ক্ৰমান্বয়ে জোঙাকৈ সাজে আৰু জাপৰ মাজে মাজে কেঁচা বাঁহৰ টুকুৰা ভৰাই দিয়ে, যাতে মাজে-মাজে মেজি জ্বলি উঠিলে শব্দ কৰে। ৰাতি ৰং-ধেমালি কৰি ভোজ-ভাত খাই থাকিবৰ কাৰণেও সুকীয়া একোটা ঘৰ প্ৰস্তুত কৰে। তেওঁলোকৰ জনবিশ্বাসমতে কুকুৰ-মেকুৰী-শিয়ালে আদি জীৱ-জন্তুৱে মেজি ডেই যাব নাপায়, সেয়ে ৰাতি ডেকাসকলে পহৰা দি থাকে।

ইয়াৰ পাছৰ পৰৱৰ্ত্তী আনুষ্ঠানিক মেজি জ্বলোৱা পৰ্বৰ লগত লোক-পৰম্পৰা তথা লোক-বিশ্বাসো জড়িত হৈ নথকা নহয়। এই প্ৰসঙ্গত বিভিন্ন লোক-উৎসৱৰ লগত বিভিন্ন জনগোষ্ঠীৰ বিভিন্ন-ধৰণৰ লোক-বিশ্বাস নিবিড়ভাৱে জড়িত হৈ থকাৰ কথা প্ৰাসঙ্গিক আৰু আমাৰ লোক উৎসৱবোৰ বিভিন্ন-লোক-বিশ্বাসেৰে স্বয়ং সম্পূৰ্ণ ৰূপত আত্ম-প্ৰকাশ কৰি আহিছে।

সংক্ৰান্তিৰ পুৱা আনুষ্ঠানিকভাৱে ডাঙৰকৈ সজা মেজিটো জ্বলাব লগা ব্যক্তি-বিশেষৰ কথাটো "য়াংমে-মৃম্বৃৰ-কাবাং" ডেকা-গাভৰুৰ সভাই সিদ্ধান্ত

কৰে। আমাৰ ডেকা-সমাজৰ মাজত কোনো কোনো ডেকাৰ নানান কাৰণত, গ্ৰহ-দোষ, দৈৱ-দোষ, কাল-দোষত পৰি বিয়া-বাৰু কৰাই ঘৰ-সংসাৰ কৰোঁ-কৰোঁ বুলি চেষ্টা কৰিও প্ৰণয়-প্ৰাৰ্থীৰ লগত বাহি-জোৰা নহাৰ কাৰণে হয়তো দাং-ধৰলা হৈ থকা ডেকাৰো অভাৱ নোহোৱা নহয় আৰু তেনে ডেকাক লগ-বন্ধুৱে পাকে-প্ৰকাৰে ৰাহনি কৰে। তেওঁ কিন্তু আপং-লাওপানী একলহ আৰু তামোল-পাণৰ শৰাই আগবঢ়াই ডেকা-গাভৰুৰ আশীৰ্বাদ লৈ মেজি জ্বলাবলৈ আগবাঢ়ি আহিব লাগিব। সংক্ৰান্তিৰ পুৱাই প্ৰথম কুকুৰাই ডাক দিয়াৰ সময়ত গা-পা ধুই যথা-ৰীতিৰে, একান্ত মনেৰে উৎসৰ্গিত সামগ্ৰীৰে বিশেষকৈ তামোল-পাণ এযোৰা মেজিত দি অগ্নিদেৱতাৰ নাম উচ্চ সুৰে স্মৰণ কৰি ডেকাৰ মনোবাঞ্ছা পূৰণ হ'বলৈ আশীৰ্বাদ দি প্ৰথম মেজিটো জ্বলাবলৈ দিয়ে। ইয়াৰ উপৰিও মিচিং সমাজত আগন্তুক পূজা-পাৰ্বণ, উৎসৱ আদিৰ আগে-আগে সমূহীয়াকৈ গাঁৱৰ সকলোৱে মিলি-জুলি চিকাৰ কৰা লৈ-বিলৰ মাছ মৰা প্ৰথা এক লোক-পৰাম্পৰা সেয়ে আজিও ভোগালী বিহুৰ আগদিনা তেওঁলোকে সমূহীয়াকৈ চিকাৰ কৰি, মাছ-মাৰি পোৱা-নোপোৱাৰ মাজত ভগাই এসাজ শান্তি-তৃপ্তিৰে খোৱাৰ ব্যৱস্থা কৰে।

মেজি জ্বলি উঠাৰ লগে লগে ৰাতি মেজি ৰখীয়া সকলো ডেকাই গাধুই অগ্নিদেৱতাক সেৱা জনাই মেজিৰ জুই ফুৱায় আৰু পোহৰ হৈ অহাৰ লগে লগে গাঁৱৰ সকলো ডেকা-গাভৰুৱে আয়োজন কৰা কাঠআলু-আপং খায়। মিচিং সমাজৰ জন-বিশ্বাস আছে যে মাঘ-বিহুত কাঠ-আলু নাখালে ইহ-জনমত গাহৰিৰ জনম পায়। মাঘ-বিহুৰ সৈতে বিজৰিত বিভিন্ন বিশ্বাস-সংস্কাৰ আদিয়ে মিচিংসকলৰ লোক-পৰম্পৰাক চিৰ সমৃদ্ধ কৰি ৰাখিছে।

ঘৰৰ মুৰব্বীসকলে গা-পা-ধুই ঘৰৰ "মীৰাম্" জুইশালত অগ্নি পূজা কৰি নিজৰ বাৰীত থকা তামোল-পাণ, আম-কঠাল, নাৰিকল ফল দিয়া গছ আদিত ধান-খেৰ পকাই ৰছি কৰি বান্ধি দিয়ে। তেওঁলোকৰ মাজত জনবিশ্বাস প্ৰচলিত আছে যে তেনে কৰিলে বতৰত গছ-গছনিয়ে অধিক ফল দিয়ে। ইয়াৰ পাছত বুঢ়া-বুঢ়ী, গাঁৱৰ বোঁৱাৰী আদি কৰি সকলোৱে মেজিৰ থলীত সমবেত হয়। গাভৰুসকলে লাউপানী চেকি সকলোকে খোৱাৰ ব্যৱস্থা কৰে। মেজিৰ থলীতে কোনো কোনো সন্তান-সন্ততি নোহোৱা, সন্তান কামনা কৰা, সন্ততি কামনা কৰা দম্পতিয়েও আশীৰ্বাদ লোৱা প্ৰথা নোহোৱা নহয় আৰু দ্বিতীয় সৰু মেজিটো জ্বলাই বৃদ্ধ-বৃদ্ধাসকলেও অগ্নিদেৱতাক সেৱা জনাই সকলোকে আশীৰ্বাদ দিয়ে।

নামঘৰবোলে গৈয়ো বৃদ্ধসকলে বন্তি লগায়।

দুপৰীয়া মেজিৰ পৰ্ব শেষ কৰি সকলোৱে ঘৰা-ঘৰি হয় আৰু নতুন কাপোৰ-কানি পিন্ধি-উৰি ঘৰে-ঘৰে গৈ বয়সস্থসকলক সেৱা-সৎকাৰ কৰি কাঠ-আলু-আপং খাই ফুৰে। এইদৰে খাই বৈ গাঁৱৰ তথা অঞ্চলৰ সকলোৱে মুকলি পথাৰত গলধন ধৰা গুণা-মʼহবোৰ সমান-সমান মʼহৰ লগত নুযুঁজালে সিহঁত উদণ্ড হয়, বশ নহয়, গতিকে যুঁজালেহে বশ হʼয়। মিচিংসমাজে এনেবোৰ ক্ৰিয়া-প্ৰক্ৰিয়াৰে ভোগালী বিহু উৎসৱ আনন্দমুখৰ পৰিবেশত উদ্‌যাপন কৰি লোক পৰম্পৰা ৰক্ষা কৰি লোক-সংস্কৃতিৰো স্বকীয়তা বজাই ৰাখিছে।

বিহু-উৎসৱ উদ্‌যাপনৰ আচৰণৰ ক্ষেত্ৰত প্ৰধানতঃ বেদ-বাহ্য আৰু বেদ-গ্ৰাহ্য দুয়োটা উপাদানৰ কথা পৰিলক্ষিত হয়। মঙ্গোলীয়সকলে তান্ত্ৰিকবাদৰ আচৰণ-নীতি প্ৰায়োগিক দিশত অধিকভাৱে আচৰণ কৰিলেও সনাতন হিন্দু-ধৰ্মৰ নিয়ম-নীতি গ্ৰহণ কৰাৰ লগতে বৈষ্ণৱ-পন্থাৰো আচৰণ গ্ৰহণ নকৰাকৈ থকা নাই। লোক-বিশ্বাস আৰু বেদ-গ্ৰাহ্য আধ্যাত্মিক তাত্বিক ধ্যান-ধাৰণাৰ সমন্বয়ত সাম্প্ৰতিক কালত লোক-উৎসৱ উদ্‌যাপনৰো স্বৰূপ দিনক-দিনে ৰূপান্তৰিত হোৱা কথাও আমি নুই কৰিব নোৱাৰোঁ আৰু যুগ সাপেক্ষিকভাৱে জন-মানসৰ অভিৰুচিৰ অনুকূলে সাংস্কৃতিক উপাদানৰ ৰাজি পৰিবৰ্ত্তিত হৈয়ে থাকিব। ◆

# (৪) মিচিংসকলৰ মাজত মাঘ বিহু

শ্ৰীগণেশ পেগু

মিচিংসকলে মাঘবিহুক মাঘবিহু নোবোলে, মাঘহে বোলে। মাঘী সংক্ৰান্তিও নোবোলে। মাঘ সংক্ৰান্তিহে বোলে। সেয়াহি মিচিং ভাষাৰ উচ্চাৰণত মাগ্ বা *মাগ্ অগৰাতি* হয়।

অসমৰ জাতীয় উৎসৱ বহাগ বিহু বা ৰঙালী বিহু, মাঘ বিহু বা ভোগালী বিহু, কাতি বিহু বা কঙালী বিহু তিনিটাকে মিচিং সকলেও মনত নপৰা কালৰ পৰা পৰম্পৰাগত ভাবে অতি নিষ্ঠা সহকাৰে পালন কৰি আহিছে। হলেও বহাগ বিহুক কেৱল *'বিউ'*, মাঘ বিহুক *'মাগ্'* আৰু কাতি বিহুক 'কাতি' অগৰাতিহে বোলে। বিহু বুলিলেই ৰং-তামাচা।

মিচিঙে অগ্নিপূজা বুলি মেজি নজ্বলায়। দনিওঁ-পʼলʼ বা সূৰ্য্য-চন্দ্ৰ (চন্দ্ৰ-সূৰ্য্য)ক সৃষ্টিৰ আধাৰ হিচাপে বিশ্বাস কৰা মানুহবিলাকে সত্য-অসত্য নিৰূপণ কৰিবলৈ সদায় অগ্নিক সাক্ষী কৰিহে শুভ-অশুভ কাম সমাধা কৰে। কাৰোবাক কোনোবাই আশীৰ্বাদ দিওঁতেও কয় *দʼঞী কাঃ তেই কা পːলঃ কাঃ তেইকʼ* অৰ্থ ঃ সূৰ্য্য-চন্দ্ৰই মঙ্গল কৰক। আকৌ কেতিয়াবা কাৰোবাক কোনোবাই শাও দিলে কয় ঃ 'দ ঞী দ আয়ী পী' অৰ্থ ঃ সূৰ্য্যৰ তাপে দাহন কৰক' বা সূৰুযৰ তাপে পুৰি মাৰক। কেতিয়াবা আকৌ অপৰাধীয়ে নিজকে নিৰ্দোষী প্ৰমাণ কৰিবলৈ শপত খাই কয় ঃ 'দঞী দআয়ীপী' অৰ্থ ঃ সুৰুযে মোক ভাকি মাৰক। ধৰম বিয়াৰ কথা বাদ দি হলেও, সাধাৰণভাৱে পলুৱাই অনা কইনাকো চাকি জ্বলাই দৰাৰ সৈতে সেৱা জনাই হে বোৱাৰী গ্ৰহণ কৰা হয়। তাহানি পানেই জংকীয়েও সোৱণশিৰীৰ বালিত জোনাক নিশা কাৰ্চিন-কাত্তাঙ অক সাক্ষী কৰি দুয়ো মিলনৰ শপত খাইছিল।

বহাগবিহুৰ এমাহৰ আগৰপৰা প্ৰস্তুতি চলোৱাৰ দৰে মাঘবিহুৰ বাবেও এমাহৰ আগৰপৰা প্ৰস্তুতি চলায় মিচিংসকলে। পুহ মাহৰ পহিলা তাৰিখৰ পৰা গাঁৱৰ প্ৰতিঘৰৰ ডেকালৰাই আৰু পাতি কাঠনি, খাৰনি, চাপৰিৰপৰা নল, খাগৰি, কাঠখৰি আনি গোটায় থয়। তাকে মাঁক' 'ভূৰণাম' অৰ্থাৎ মেজিৰ লাকনী খৰি লুৱা বোলে। এই কামত গৰখীয়া লʼৰা; অথবা ডেকেলীয়া ডেকাইতেই আগভাগ লয়। মিচিংসকল নৈৰ পাৰত বাস কৰে বাবে সাধাৰণতে নৈৰ বালি চʼৰতহে

মেজি পোৰা পাতে। সেই বাবেই মেজি পোৰা সুচল ঠাইত খৰিবোৰ জমা ৰাখে। গধূলি গধূলি আকৌ ডেকাদলবোৰে গোট খাই খৰিবোৰ সমান জোখত কাটি কাটি বা খৰি ফালি দমাই ৰাখে। সেই কাম কৰোতে দুই এজনে ঢোল-তাল বজাই *ঐনিতম্* গাই নাচ-বাগ কৰি বাকীসকলক কামত উৎসাহ যোগায়। গাভৰুসকলে ভিতৰত ৰব নোৱাৰি পানী নিয়া ছলেৰে ডেকাহঁতৰ কাৰবাৰ চাই কিবাকিবি উপদেশমূলক অথবা ঠাট্টা-মস্কৰা ভৰা মন্তব্য দি- ডেকাহঁতৰ মনত ৰং আনন্দ দি যায়। ইফালে ঘৰৰ ভিতৰত বয়স্কসকলে মাঘ বিহুৰ আনন্দ অনুভৱ কৰে, লৰালি কালৰ , ডেকা-গাভৰু কালৰ স্মৃতি চাৰণ কৰি নানান গল্প-গুজৱ কৰে। মাগত কোন কলৈ যাব লাগিব, কি সকাম-নিকাম পাতিব, কোন জী-জোঁৱাই আহিব, হোৱালী খোজ-বড়া, জোঁৱাই-খটা, আঠ মণ্ডলা খোৱা, ইত্যাদি দিহা-পৰামৰ্শৰ বমৰমীয়া আলোচনা চলি থাকে। দিনৰ ভাগত জীয়ৰী-বোৱাৰীহঁতে আলুকচু খন্দা, তাঁতশালত তাঁতবোৱা, ভৰিৰে ধান মৰা, ধান ৰ'দত মেলা, খুন্দি কড়াই গুৰিৰ বাবে চাউল উলিওৱা, খৰি লুৰা, মাহ-সৰিয়হ তোলা, আগং প্ৰস্তুত কৰা, উৰুকাৰ দিনা মূৰ ধুবলৈ ঔবীজ, কুকুৰ মোটা, শিমলু চাল গোটোৱা, তেল পেৰা, খলিহে গোটোৱা, কাপোৰ ধোবলৈ ভাল কাঠৰ (পুম্ৰং অৃচুং) ঘুট ছাই পাবলৈ কাঠ গোটোৱা আদি কামত পিয়াপি ঘূৰি ফুৰে। মাগ্ আহিছে, কোনে কোনে কাৰ কাৰ ঘৰত কি যোগাৰ কৰিছে ইত্যাদিৰ বা-বাতৰি লৈ গাঁও আনন্দ-উলাহত মুখৰিত হৈ থাকে।

মাঘ বিহুৰ আগদিনাখনক উৰুকা বোলে। উৰুকাৰ দিনা পুৱাই জীয়ৰী বোৱাৰীহঁতে চাং ঘৰৰ তল, চোতাল, চাঙৰ ওপৰৰ ভিতৰ-বাহিৰ সাৰি পুচি চাফা কৰে। তাৰ পিছত ফুটছাইত কাপোৰ-কানি সিজাই, কলপাতৰ খাৰেৰে এড়ি কাপোৰ সিজাই নৈত ধোৱে। ঔ টেঙা বীজ খলিহেত সানি দীঘল-চুলিটাৰ ধুই পেলায়। দিনৰ ভাগত আলু-কচু, কাঠআলু, মোৱাআলু, পাতিদৈ আলু, মিঠাআলু, খান্দি সংগ্ৰহ কৰি ৰাখে। গধূলি চাউল ভাজি কড়াই কৰি, উৰালত খুন্দি গুড়ি কৰে। সেয়াই কড়াই গুড়ি। আজিকালি অৱশ্যে তিলপিঠা, ঘিলা পিঠা, নাৰীকলৰ লাড়ু আৰু মিছিঙৰ অতি প্ৰিয় খাদ্য পুৰাংও (তৰা পাতত বান্ধি সিজোৱা বা ভাপত দিয়া বৰা চাউলৰ মিঠা জলপান) প্ৰস্তুত কৰে। গাঁৱৰ ডেকা-গাভৰুক কড়াই গুড়িত গুঁৰ সানি খুৱায়। দৈ থকাসকলে দৈ সানি খুৱায়। কোনো কোনোৱে কল সানি খুৱায়। প্ৰত্যেকে আলু-কচু খাবই লাগিব।

সেই সময়ত গাঁৱৰ ডেকাসকলে নৈৰপাৰত মেজি সাজে। ঢোল, তাল, পেঁপা, গগণা বজাই অইনিতম্, গাই গাই চ'মান কৰে। মাজনিশা মেজি সাজি

শেষ কৰিবই লাগে। মেজি প্ৰধানকৈ দুটা সাজে। মতা আৰু মাইকী। বাকী সৰু সৰু সাজিলেও লেখত নধৰে। মেজি পাঁচডাল খুটিত ভেজা দি সাজে। খুটিবোৰ শিমলু পুলি; অথবা কদম গছৰ পুলি (ঘৰ্যুনে বগু) হ'ব লাগিব। মিচিং ভাবাত মেজিক মেজি নকয়। *মাগ্ পাঃ নাম্* বুলিয়েই কয়। মেজি সজোৱাৰ দৰে সজোৱা খৰিবোৰক *মাগ্ পাঃনাম* বুলি কয়। মিচিংসকলে এতিয়ালৈকে ধানৰ খেৰেৰে মেজি সজা দেখা নাই। সম্ভৱ সহজে নল-খাগৰী, কাঠ-খৰি পাই আছে কাৰণেই সেয়া সম্ভৱ হৈছে। মেজিৰ গুৰিতে ভোজ-ভাত খোৱাৰ নিয়ম নাই। কোনো ঠাইত খোৱা দেখা যায়। নগৰ-মহানগৰৰ মিচিং সমাজৰ কথা বেলেগে।

উৰুকাৰ তিনিদিনৰ আগতেই দুৰ-দুৰণিৰ বিলৰপৰা মাছ মাৰি আনিবলৈ গাঁৱৰ মানুহ ওলাই যায়। কোনো ডাঙৰ বিল গাঁৱৰ ওচৰ-চুবুৰীয়াই যুক্তি কৰি মাঘ বিহুত মাছ মাৰিবলৈ আচুতীয়াকৈ ৰাখে। প্ৰত্যেক গাঁৱৰ নিজৰ নিজৰ ৰাইজে একেলগে মাছ মাৰি এচুকত জালৰ ভিতৰতে উলিয়াই ৰাখি উৰুকাৰ দিনা ভাগ-বটৱোৰা কৰি ঘৰলৈ আনে। ডাঙৰ শাল, শ'ল, আঁৰি, ৰৱালী, চিতল, বৌ-ভাউ, কুঁড়ি মাছ আনে। ঘৰত পকা ঔ টেঙা দি মাছে গৰকা তৰকাৰী মজা মাৰি তৃপ্তিৰে খায়। 'আদিকা' থকা তৰকাৰীখিনি পিছদিনা পুৱা গোট বান্ধি ঘিউৰ নিচিনা হৈ পৰে। সেই তৰকাৰী ৰাতিৰ তৰকাৰীতকৈ বেছি সোৱাদ হয়।

মেজি পোৰা দিনা পুৱা বেলি নৌ উঠোতেই ঘাই মেজিটো জ্বলোৱা নিয়ম। আগনিশা মেজি সাজি ৰখীয়া হৈ থকাইতে সৰু সৰু মেজি সাজি গোটেই নিশা পুৰি ফূৰ্তি কৰি থাকে। গাঁৱৰ মানুহে ঘাই মেজিৰ তাপ পুৱাবলৈ পাবই লাগিব। সেয়ে ঘাই মেজিটো গাঁৱৰ বুঢ়া-মেথা সকলোৱে গোট খালেহে জ্বলায়। গাঁৱৰ পিতৃ-মাতৃ জীয়াই থকা কোনো কিশোৰ ডেকা ল'ৰাক গা ধুৱাই হে জ্বলাবলৈ দিয়া হয়। জুইৰ জুৰ লগোৱাৰ লগে লগে দঞি-পাঃল, পূৰ্ব পুৰুষ সকলক সুঁৱৰি দেশৰ, জাতিৰ, পৃথিবীৰ, জীৱ-জন্তুৰ মঙ্গলৰবাবে প্ৰাৰ্থনা জনোৱা হয়। তাৰ লগে লগে সকলোৱে নিজৰ নিজৰ ঘৰৰপৰা অনা কড়াইগুৰি, ভজা মাটিমাহ, আলু-কচু, তামোল-পাণ দি-উপৰি পুৰুষসকলৰ আশীৰ্বাদ বিচাৰি প্ৰাৰ্থনা জনায়। লগে লগে আকৌজাকে সকলোৱে যোৰকটী লৈৰ সৌতক আঙুৰি নাজুৰি উঠি মেজিৰ কাষত মেজি পুৱাই গাৰ খলি হৈ বহি পিহি আকৌ পানীত জাপ মাৰে। ইজনৰ পিঠি সিজনেও ঘহি দিয়ে, সেই সময়ত গাঁৱৰ কোনোবা গৃহস্থই ৰাইজৰ আশীৰ্বাদ লবলৈ নানান খাদ্য সম্ভাৰেৰে আগবাঢ়ি আহে। ৰাইজে ঘূৰণীয়াকৈ বহি আশীৰ্বাদ দিয়ে। খাদ্য সম্ভাৰ খাই ফূৰ্তি কৰে।

এনে সুযোগতে আগে-কোনোৱা গৰকীয়া ল'ৰাই চুৰিয়া পিন্ধিবলৈ শিকা নাই, পিন্ধিবলৈ কলেও পিন্ধিবলৈ ইচ্ছা নকৰে, তেনে ল'ৰাক বাপেকে চুৰিয়া আনি কোনোবা লগৰ ল'ৰাক মনে মনে ধৰি পিন্ধাই দিবলৈ কিলুৱা লগোৱা হয়। ল'ৰাই গম্ পালে ভিৰাই লৰ মাৰে। ল'ৰাৰ পিন্ধাৰ ইচ্ছা থাকিলেও লাজতে নিপিন্ধে। কিন্তু পিন্ধিবলৈ বাধ্য কৰোৱা হয়। সেয়াহি মাগ্ আগ্‌ৰাতিৰ উল্লেখনীয় বৈশিষ্ট্য আৰু ভাতৰ ৰহস্য।

উকলা নিশা লোকৰ জেওৰা-জপনা, হাঁহ-কুকুৰা, আলু-কচু; অথবা শাক-পাচলি চোৰ কৰা দুষ্কৃতি মিচিংসমাজে আজিলৈকে কৰা নাই। কৰবাত কৰিছে যদি আনৰ প্ৰভাৱত পৰি নহলে অৰ্ধ নগৰীয়া স্কুল-কলেজত পঢ়ি ঘূৰি অহা ডেকাবোৰে তেনে কৰিব পাৰে। মেজি পোৰাই আহি গাঁৱৰ ডেকা-গাভৰু ল'ৰা-ছোৱালী সকলোৱে প্ৰতিঘৰে আদৰেৰে দিয়া আলু-কচু হেপাহত খায়। মাগ্ আগ্‌ৰাতিত আলু-কচু নাখালে পৰ জনমত বৰাহৰ জনম পায় বুলি সকলোৱে খাবলৈ ভাল পায়। সেয়ে বোৱাৰী-মাতৃসকলে ঘৰৰ আৰু পৰৰ আলহী অতিথিক খুৱাবলৈ প্ৰথম কুকুৰা ডাকতেই সেইবোৰ ভাপত দি সিজাই থয়। খোৱাৰ আগে আগে প্ৰতিঘৰৰ পুৰুষসকলে নিজৰ নিজৰ বাৰীৰ আম-কঁঠাল, তামোল আদি খোৱা গুটি লগা গছত বিশেষ ধৰণৰ এবিধ লতা জৰীৰে বা তৰা পাতৰ পখাৰে মেৰিয়াই দি বান্ধি আৰু গুটি হবলৈ সকিয়াই দিয়ে। গাঁৱৰ ঘৰে ঘৰে সেইদিনা সাধু, ভকত-ভকতনীসকলক লৈ 'মাগ্ চাকি' লগায়। এই চাকিত পূৰ্ব-পুৰুষসকলে শিকাই থৈ যোৱা এনেধৰণৰ নিয়ম-নীতিবোৰৰ বাবে কৃতজ্ঞতা জনাই আশীৰ্বাদ বিচাৰি সেৱা জনায়। চাকিত গোটখোৱা সকলোকে আপং আৰু মাছ-মাংসৰ কৰ-কাজ খুৱায় আনন্দ প্ৰকাশ কৰে। ডেকা-গাভৰুৱে ভোজ-ভাত খোৱাৰ নিয়ম নাই; যদিও কেতিয়াবা বিশেষ; সকাম নিকামত 'চ' মান' বা বিহু কৰা দেখা যায়। নামনিৰ মিচিং ডেকা-গাভৰুৱে মাগ্ আগ্‌ৰাতি দিনাৰ গধূলি চোতালে চোতালে 'বাগ্‌তুৰ' বা হুচৰি গায়। *বাগ্‌তুৰ মানে কলহৰ* মুখখন তৰা পাতেৰে কট্‌কটীয়াকৈ বান্ধি বৰ আদৰ কৰি যচা আপঙৰ কলহ। ৰহস্যকীয়া দান। উজনিৰ মিনিয়ে তেনে হুচৰি *আদি আংগী লৃগাঙৰ* দিনাহে গায়। তাকে 'গুম্‌ৰাগ' কোৱা হয়। *গুম্‌ৰাগ্* নৃত্য কৃষি কৰ্মৰ প্ৰতীক নৃত্য হিচাপে আজিকালি পৰিগণিত হৈছে। এই নৃত্যই মিচিংসকলৰ এক বৈশিষ্ট্যপূৰ্ণ নৃত্য হিচাপে সকলোৰেপৰা আদৰ-সন্মান পাইছে। □

# (৫) কাৰ্বিসকলৰ মাজত শস্য উৎসৱ 'হাচা-কেকান'

জন্ ইংতি কাথাৰ

অসমৰ অন্যান্য জনজাতিসকলৰ দৰেই কাৰবিসকলো অসমৰ আদিবাসীসকলৰ ভিতৰত এক অন্যতম জনগোষ্ঠী। অসমৰ পূৰ্বাঞ্চলত অৱস্থিত পাহাৰীয়া অংশই হৈছে কাৰ্বিসকলৰ আদিভূমি— কাৰ্বিআংলং। পাহাৰীয়া জিলা হিচাপে কাৰ্বি আংলঙত বসবাস কৰা কাৰ্বিসকলৰ উপৰিও অন্যান্য জনগোষ্ঠীসমূহৰ জীৱন যাত্ৰা স্বাভাৱিকতে অসমৰ বাকীবিলাক জিলাতকৈ সুকীয়া। সেয়েহে, কাৰ্বি আংলঙৰ আদিবাসী কাৰ্বিসকলে পালন কৰা উৎসৱ-পাৰ্বণ আদিৰ স্বকীয় বৈশিষ্ট্য মন কৰিবলগীয়া। অসমৰ বাবে বহুণীয়া সংস্কৃতিৰ পথাৰখনত কাৰ্বিসকলে এক গুৰুত্বপূৰ্ণ স্থান লাভ কৰি আহিছে।

অসমৰ অন্যান্য জনগোষ্ঠীসমূহে পালন কৰাৰ দৰে কাৰবিসকলেও কৃষিৰ লগত সংগতি ৰাখি কৃষি উৎসৱ পালন কৰে। যদিও কাৰ্বি আংলঙৰ পাহাৰীয়া অংশতহে প্ৰধানকৈ ঝুম খেতি কৰা হয়, তথাপি জিলাখনৰ অধিকাংশ ধানেই সমতল ক্ষেত্ৰতহে উৎপন্ন হয়।

ভৈয়ামৰ বঙালী বিহু, *বাঁসাও, আলি-আই-লৃগাং* আদিৰ দৰে বসন্ত কালত কাৰ্বিসকলৰ মাজত কোনো বিশেষ নৃত্য-গীতৰ প্ৰচলন নাই; যদিও পাহাৰৰ বিভিন্ন ধৰণৰ খেতিৰ লগত সংগতি ৰাখি কাৰ্বিসকলে কৃষি উৎসৱ বা বসন্ত উৎসৱ পালন কৰে।

কাৰ্বি ভাষাত চুবক্ (Chubok, এবিধ বাওঁ ধান) নামৰ ধান-খেতিয়েই পাহাৰৰ প্ৰধান খেতি। চমুকৈ ক'বলৈ হ'লে, কাৰ্বিসকলৰ উৎসৱসমূহ বিভিন্ন ঋতুত কৰা ঝুমখেতিৰ ওপৰতে নিৰ্ভৰ কৰে। এই শস্যসমূহ জুন মাহৰ যি কোনো সময়তে সিঁচা হয় আৰু এই শস্যসমূহ ডিচেম্বৰ মাহত চপোৱা হয়। শস্যসমূহ মুঠি কৰি সাধাৰণতে মানদু (Mandu, পামঘৰ) নামৰ পামঘৰৰ সন্মুখত গোটোৱা হয়। জানুৱাৰী মাহত শস্য মৰোৱা কাম কৰা হয় আৰু শস্যসমূহ পেলু (Pelu; এবিধ বিশেষ কাপোৰ) নামৰ এবিধ বিশেষ কাপোৰেৰে প্ৰস্তুত কৰা মানটুঙ (Mentung, ধান মেৰিওৱা কপোৰৰ বেগ) নামৰ মোনাত ভৰাই ঘৰলৈ কঢ়িওৱা হয়।

শীতৰ শেষৰফালে, অৰ্থাৎ জানুৱাৰী, ফেব্ৰুৱাৰী মাহত শস্যসমূহ ঝুম খেতি-পথাৰ (Jhum land)ৰ পৰা মাৰি, চপাই গাঁৱলৈ কঢ়িওৱাৰ সময়তে মূল কৃষি উৎসৱ পালন কৰা হয়। শস্যসমূহ কাটি, চপাই ভঁৰাললৈ কঢ়িওৱা— এই প্ৰতিটো স্তৰৰ আৰম্ভণিতে একোটা একোটা বিশেষ পূজা পালন কৰা হয়।

শস্য চপোৱাৰ লগত জৰিত এই উৎসৱ 'হাচা কেকান' (Hacha-Kekan কৃষি উৎসৱৰ নৃত্য) উৎসৱৰূপে পৰিচিত। শস্য চপোৱাৰ পিছত কাৰ্বি ডেকা-গাভৰুৱে লগ লাগি 'হাচা কেকান' নাম নৃত্য-গীত কৰে। দুই বা তিনিগৰাকী গায়ক-গায়িকাই এজনৰ পিছত এজনকৈ গীতসমূহ পৰিৱেশন কৰে আৰু ডেকা-গাভৰুসকলে গীতৰ লগে লগে নৃত্য কৰে। এই নৃত্য-গীত সাধাৰণতে পিছদিনা পুৱালৈকে চলে। 'হাচা কেকান' উৎসৱৰ গীতসমূহ এনেধৰণে :

*(ক) এ..................*
*ল'প্ৰিচ বাছান হেই জংকে*
*অ'কপ্ৰু ডাম নাং নে কাৰণে*
*জিৰ্‌ল' খাক চক্ পাংজে.....।*

অৰ্থাৎ,

বিষ দি মাছ মাৰিবলৈ যাবলৈ ৰাতিতে উঠাই ডাঙৰ দাদাই (গাঁওবুঢ়া) মোক আমনি কৰে।

*(খ) হিং চং ৰহুক টালিবাং*
*কেকান আ হান চ ল' নাং।*

অৰ্থাৎ,

সপ্তৰ্ষিমণ্ডলে পশ্চিমলৈ গতি কৰিছে। ৰাতিপুৱাৰৰ হ'ল। এতিয়া নৃত্যানুষ্ঠানৰ ভোজ খাব লাগে।

এনেদৰে নৃত্য-গীতৰ লগে লগে ৰন্ধা-বঢ়াৰ কামো চলি থাকে আৰু ৰন্ধনৰ সামগ্ৰীসমূহ নাচনীসকলে নিজেই ভঁৰালৰপৰা ৰন্ধনশাললৈ আনে। অনুষ্ঠানত অংশ গ্ৰহণ কৰা সকলো ব্যক্তিয়েই নৃত্য-গীতৰ অন্তত আহাৰ গ্ৰহণ কৰে। আৰু পৃথিৱীৰ বিভিন্ন জনজাতিসকলৰ অনুৰূপে কাৰ্বিসকলেও নৈবেদ্য হিচাপে হৰ্ লাং (মদ) ব্যৱহাৰ কৰে। জনজাতি সকলৰ ই এক অন্যতম জাতিগত বৈশিষ্ট্য। "হাচা কেকান" উৎসৱতো হৰ্ লাঙৰ ব্যৱহাৰ বাধ্যতামূলক।

কাৰ্বিসকলৰ অন্যান্য উৎসৱসমূহ সাধাৰণতে জানুৱাৰী মাহৰ পৰা এপ্ৰিল মাহলৈকে পালন কৰা হয়। যেনে : (১) চ'জুনড্ (Chojund), (২) চ'মাংকান

(Chomangken), (৩) ৰংকেৰ (Rongker), ইত্যাদি। চ'জুনড'ক কাম্-মে (Kam-me) বুলিও কোৱা হয়। যাৰ সাধাৰণ অৰ্থ সৎ কাৰ্য্য বা Good work। খোৱা আৰু পিয়াই (Eat and Drink) হৈছে চ'জুনড়ৰ সাহিত্যগত অৰ্থ। ইয়াক ভৈয়ামৰ ভোগালী বিহুৰ লগত তুলনা কৰিব পাৰি। চ'জুনড উৎসৱত খাদ্য আৰু পানীয় দেৱতাসকলৰ নামত উছৰ্গা কৰা হয়। চ'জুনড় এটি সামূহিক উৎসৱ। চ'মাংকান উৎসৱ মৃতকৰ স্মৃতিত পালন কৰা পৰিয়ালৰ উৎসৱ। এই উৎসৱত গাঁৱৰ সকলো মানুহে অংশ গ্ৰহণ কৰাৰ উপৰিও কাৰ্বি আংলঙৰ বিভিন্ন ঠাইৰপৰা অহা লোকৰ লগতে মৃতকৰ পৰিয়ালৰ মিত্ৰ-কুটুম্বেও অংশ গ্ৰহণ কৰে। চ'মাংকানক 'কাম-ন' (Kamno) বুলিও কোৱা হয়। কাম-ন'ৰ সাহিত্যগত অৰ্থ অসৎ কাৰ্য্য বা (Bad work)। ৰংকেৰ (Rong-ker) নামৰ সামূহিক উৎসৱটি ফেব্ৰুৱাৰী বা মাৰ্চ মাহৰ যি কোনো সময়ত পালন কৰা হয়। গাঁৱলৈ কোনোধৰণৰ অশুভ শক্তি যাতে নাহে, সেই উদ্দেশ্যে এই উৎসৱৰ সময়ত ভগৱানক উদ্দেশ্যে কৰি প্ৰাৰ্থনা কৰা হয়।

কাৰ্বিসকলৰ পুৰণি ৰাজধানী ৰংহাংৰংবঙত ৰাষ্ট্ৰীয় পৰ্য্যায়ত বহুতো উৎসৱ পালন কৰা হয়। ৰংহাংৰংবঙৰ উৎসৱসমূহ কাৰ্বি ৰেচ' (Recho) অৰ্থাৎ কাৰ্বিসকলৰ ৰজা আৰু কাথাৰপ' (Kalharpo) সকলৰ দ্বাৰা পালন কৰা হয়। কাথাৰপ' হৈছে কাৰ্বিসকলৰ মূল পুৰোহিত।

জানুৱাৰী মাহত অৰ্থাৎ ভোগালী বিহুৰ সময়ত আৰনামকিটি (Arnamkiti) নামৰ উৎসৱটি ৰংহাংৰংবঙত পালন কৰা হয়। অতীজতে ভগৱানে দিয়া আশীৰ্বাদৰ বাবে ভগৱানক ধন্যবাদ দিয়াৰ উদ্দেশ্যে এই উৎসৱ ৰংহাংৰংবঙত পালন কৰা হয়। 'আৰ্ নাম্' শব্দৰ অৰ্থ হৈছে বিদায়।

শস্য চপোৱাৰ সময়ত বিশেষকৈ এপ্ৰিল মাহত ৰংহাংৰংবঙত ৱল'কেটেৰ (Voloketer) উৎসৱ পালন কৰা হয়। কেতিয়াবা মাৰ্চ মাহত পুৰোহিত (কাথাৰপ') জনে পৃথিৱীত বৰষুণ দিবৰ বাবে পৃথিৱীৰ সকলো মানুহৰ হৈ ভগৱানক প্ৰাৰ্থনা কৰে। ই এক গুৰুত্বপূৰ্ণ উৎসৱ। এই উৎসৱৰ সময়ত কাথাৰপ'জনে এটি গীতেৰে ভগৱানক প্ৰাৰ্থনা কৰে। অন্য কাৰ্বিলোকৰ বাবে এই গীত পৰিবেশন কৰাটো নিষিদ্ধ।

কাৰ্বিসকলে এইদৰে পৰম্পৰাগতভাৱে কৃষি উৎসৱ বা বসন্ত উৎসৱ পালন কৰি প্ৰকৃতিৰ নিয়মৰ অধীনত জীৱন নিৰ্বাহ কৰি আহিছে। ◆

## (৬) তিৱাসকলৰ মাজত মাঘ বিহু

শ্ৰীবলাই সেনাপতি

তিৱাসকলৰ মাজৰ ভোগালী বিহু আজিৰদৰে আঠ-দহটি ল'ৰাই লগ হৈ দুই এটি মেজি সহ এটি হাৰলী ঘৰ সাজি পতা নাছিল। আনৰ জেওৰা কাঠ চুৰ কৰি আনি জুই লগাই বিহু পতা নাছিল। খোল-তাল কীৰ্ত্তনেৰে বিহুপতা নাছিল আৰু আজিৰ দৰে হাৰলি ঘৰৰ ভিতৰত ভোজ ভাত খাইও বিহু পতা নাছিল। আমি আজিৰ পুৰণি চামে এইবোৰক অপসংস্কৃতি বুলি কৈছোঁ; কিন্তু কিছু বছৰৰ পিছত সেয়ে সংস্কৃতি বুলি পৰিগণিত হ'ব। অতি পুৰণি কালত তিৱাসকলে বিহু কেনেকৈ পাতিছিল সেই সম্পৰ্কে একো নেজানো; কিন্তু দ্বিতীয় মহাসমৰৰ সময় ছোঁৱাত আৰু তাৰ আগে আগে আমি নিজে লিপ্ত হৈ যি বিহু পাতিছিলোঁ তাৰে এটি চিত্ৰ দাঙি ধৰিলোঁ।

অসমৰ মাজ মজিয়াৰ নগাঁও আৰু মৰিগাঁও জিলাৰ সীমাৰ বাৰপূজীয়া এখন প্ৰায় হাজাৰ ঘৰ তিৱালোকে বাস কৰা ডাঙৰ গাঁও। এই গাঁওখনত তিৱাসকলক মাজত লৈ অন্যান্য জাতিসকলে চাৰিওকাষে বাস কৰিছে। তিৱাসকলে বাস কৰা খিনিৰো বৃটিছৰ আমোলৰ এটি ডাঙৰ কুৱাৰ পৰা পূৱলৈ বাস কৰা চুবুৰীটোক উজনিকুচি আৰু সেই কুৱাৰপৰা পশ্চিমলৈ বাস কৰা চুবুৰীটোক ভটিয়নি কুচি বোলে। সেই দুয়োটা চুবুৰীয়ে বেলেগে বেলেগে মেজি সাজে। বাৰপূজীয়া গাঁৱৰপৰা দক্ষিণলৈ প্ৰায় আঢ়ৈ কিলোমিটাৰমান দূৰত অমৰাগুৰি নামেৰে আঠ বিঘা মাটি জোৰা এটি ডাঙৰ ৰজা দিনীয়া পুখুৰী। সেই পুখুৰীৰ পাৰতে প্ৰায় দুশ বছৰৰ পুৰণি বৰগছ এজোপা আছে। সেই বৰগছৰ তলতে উজনি কুচি আৰু ভটিয়নী কুচিৰ মানুহখিনিয়ে বেলেগে বেলেগে মেজি সাজে। প্ৰতিটো চুবুৰিয়ে সেই বৰগছৰ তলতে শাৰী শাৰীকৈ ৩/৪ মিটাৰ ওখকৈ ত্ৰিশটা মানকৈ মেজি সাজে। গোটা ভলুকা বাঁহ একোডাল তিনি-চাৰি মিটাৰ ওখকৈ কাটি শাৰী শাৰীকৈ একমিটাৰ আতৰে আতৰে পোতা হয়। বাঁহৰ টুকুৰাৰ প্ৰতি গাঠিৰ আধি দহ চেণ্টিমিটাৰ মান দীঘলকৈ ৰখা হয়। এই বাঁহ টুকুৰাৰ গাঠিত বাঁওধান কাটি অনাৰ পিছত বোৱা ভেড় দুই মিটাৰ দীঘল নৰাখেৰ ডাঙৰ ডাঙৰ মুঠাকৈ বান্ধি বাঁহৰ প্ৰতিটো গাঠিৰ পৰা তললৈ ওলোমাই দিয়া হয়। এইদৰে প্ৰতিটো গাঠিত ছটা বা আঠোটা খেৰ ওলোমাই

দি ওপৰলৈ সাজি গৈ থাকে। এইদৰে সাজি গৈ থাকি একেবাৰে বাঁহ ভোখৰৰ মূৰপালে এটি ডাঙৰ নৰা খেৰৰ মুঠাৰ গুৰি ভোখৰ ভালদৰে চাচি তলৰ বান্ধি ধুনীয়াকৈ দৌলৰ কলচীৰ দৰে কৰি দি মেজি সাজি যোৱা জন মেজিৰপৰা নামি আহে। এই দৰেই প্ৰতিটো চুবুৰিৰে ত্ৰিশটাকৈ মেজি সজাৰ পিছত মেজিবোৰৰ সম্মুখত পোন্ধৰ মিটাৰ মান ওখকৈ দুয়ো চুবুৰিয়ে দুটা দুটাকৈ ৰজা-ৰাণী বা ককাই-ভাইৰ মেজি সাজে। মেজি সাজি গৈ থাকোঁতে বাঁহ হালি অহাৰ সম্ভাৱনা থাকিলে ভলুকা বাঁহৰ লগতে জাতি বাঁহো একাল পুতি দুয়োডাল বাঁহ বান্ধি দিয়ে কুমলিয়া জাতি বাঁহ ফালি তমাল ভুলি বাঁহডাল স্থিৰকৈ ৰখাৰ ব্যৱস্থা কৰে আৰু মেজি সাজি গৈ থাকোঁতে ওপৰলৈ খৰিৰ সহায়ত খেৰ তুলি দিয়া হয়। অন্য মেজিৰদৰে মেজি সজা শেষ বাঁহ ডালৰ জোঙা মূৰত ধুনীয়াকৈ কলচীৰ দৰে সাজি লগাই দিয়ে। ওচৰা ওচৰিকৈ মেজি সজা দুয়ো চুবুৰিৰ মাজত অৰিয়া অৰি সেয়ে প্ৰত্যেকে এই ৰজা-ৰাণী বা ককাই-ভাইৰ মেজিহাল ওখ আৰু খুব ধুনীয়াকৈ সজাত গুৰুত্ব দিয়ে। এইদৰে পুখুৰীৰ পাৰৰ বৰ গছৰ তলৰ মেজি সজাৰ কাম শেষ হলে পুখুৰীৰ পাৰৰ পানীৰ ঘূৰ্বলিৰ ওচৰত দুয়ো পক্ষই দহমিটাৰমান ওখকৈ দুটি ঘাট মেজি সাজে। এই ঘাট মেজি সজাৰ কাম শেষ হলে প্ৰতিটো চুবুৰিয়ে নিজৰ নিজৰ চুবুৰিলৈ লক্ষ্য কৰি চল্লিশ, পঞ্চাশ মিটাৰ আতৰে আতৰে এটিকৈ বাট মেজি সাজে। বাট মেজিবোৰ তিনি চাৰি মিটাৰ ওখকৈ সাজে। এইদৰে মেজি সাজি সাজি আহি থাকি গাঁৱৰ ওচৰ পাওঁ পাওঁ হওঁতেই এটি সৰহকৈ নৰা খেৰদি ওখ নহলেও ডাঙৰকৈ মেজি সাজে। এই মেজিটোক গুভোটা মেজি বা মদ খোৱা মেজিও বোলে। এই মেজিৰপৰা কিছু দূৰ গৈ গাঁৱৰ মাজত পুনৰ পুখুৰীৰ পাৰৰ বৰগছৰ তলত সজাৰ দৰে দুই তিনি শাৰী মেজি লগতে ককায়েক ভায়েকৰ মেজি সাজি মেজি সজা কামটি সমাপ্ত কৰে। এই মেজি সাজিবলৈ প্ৰয়োজন হোৱা বাঁহবোৰ প্ৰতি ঘৰ গৃহস্থই দিয়ে। মেজি সজাৰ দায়িত্বত থাকে গৰু ৰখা গৰখীয়াবোৰ। এই গৰখীয়াবোৰে তেওঁলোকৰ মাজৰে এজনক বৰ গৰখীয়া পাতি লয়। সেই বৰ গৰখীয়াৰ কথা সকলো গৰখীয়াই মানিবলৈ বাধ্য। সেইদৰে ঢুলীয়াই তালোৱাই নাচনিয়াৰক শাসনত ৰাখিবৰ বাবে একোজন বয়সস্থ মানুহ অতীতৰে পঁঁৰা সকলৰ গৰখীয়াৰ ওপৰতো বৰ গৰখীয়া পাতি লোৱা থাকে। তেওঁয়েই বিহুতলিখন পৰিচালনা কৰে। গৰখীয়া সকলে মেজিসজাৰ আগতে বৰগছৰ তলত তামোল-পাণ-পইচা দি সেৱা কৰিহে মেজি সজাৰ কাম আৰম্ভ কৰে। সেইদৰে ৰজা-ৰাণীৰ মেজি সাজোঁতেও মেজিৰ বাঁহৰ

তলিত তামোল-পাণ আৰু পইচা দি লৈহে মেজি সাজিবলৈ আৰম্ভ কৰে। নৰাখেৰ তুলিবলৈ বা মেজি সাজিবলৈ অহা গৰখীয়া জনৰ গৰু অন্য গৰখীয়াসকলে বাখে। যদি কোনো গৰখীয়াই সেই মেজি সজাৰ কামত সহযোগ নকৰে তেনে সেই গৰখীয়াই বিহু চাবলৈ আহিব নোবাৰে, আহিলে তেনে গৰখীয়াক নাণ্ডঠ কৰিলে খোলা কুটিৰ ওপৰত চিতকৈ পেলাই চোচৰায়। তেনে অপমান পোৱাৰ ভয়তে প্ৰত্যেক গৰখীয়াই মেজি সজাৰ কামত সহযোগ কৰে। মেজি সজাৰ কামটি পুহ মাহ সোমোৱাৰ লগে লগে গৰখীয়াবিলাকে আৰম্ভ কৰে। মেজি সাজিবৰ কাৰণে বাওঁ ধানৰ দীঘল নৰা থকা ঠাই বিচাৰি গৰখীয়া ল'ৰাবিলাকে খেৰ সংগ্ৰহ কৰে। খেৰৰ মুঠা বিলাক দুই হাতেৰে আকোৱালি পোৱাকৈ বান্ধে। মেজি সাজি থকাৰ লগে লগে কাঠ মেজিৰ কাৰণে চৰকাৰি মাটিৰপৰা কাঠ সংগ্ৰহ কৰি ৰ'দত শুকুৱাই থয়। মেজি সজাৰ লগে লগে ঢুলীয়াসকলেও ঢোলৰ আখৰা পাতে। নগাএগা ঢোলবোৰৰ আকাৰ উজনি অসমৰ ঢোলবোৰৰ আকাৰত কৈ বেলেগ। মাৰিৰে কোবোৱা ঢোল অংশটি হাতেৰে বজোৱা অংশটিতকৈ সৰু। এই নগাএগা ঢোলবোৰ বিহুৰ বাহিৰেও বিয়াতো ব্যৱহাৰ কৰা হয়। বিয়াত যেনেকৈ ছয়জন বা আঠজনে ঢোল কান্ধত লৈ বিয়াৰ শান্তি চেঁৰ বজায়, সেইদৰে বিহুতো ছয় সাতজনে ঢোল কান্ধতলৈ বিহুৰ *ভুনাগীতৰ* লগত বিহুৰ শান্তি চেঁৰ বজায়। একেটি ঢোলৰ বোলকে ছয় বা আঠোটা ঢোলেই এনেদৰে বজাই যেন দূৰৰ পৰা শুনাত এটি ঢোলহে বাজিছে এনে হব লাগিব। সেইদৰে বিয়াৰ শান্তি চেঁৰতো চয় সাতোটা ঢোলৰ মাত মৰি এটিহে হব লাগিব সেয়ে হল ঢুলীয়াৰ কৃতিত্ব। আমাৰ বাৰপূজীয়া অঞ্চলৰ তিৱাসকলে সংক্ৰান্তিত বিহু নেপাতে তেওঁলোকে সংক্ৰান্তিৰ পিছৰ মঙ্গলে-বুধেহে বিহু পাতে। মঙ্গলবাৰে উৰুকা বুধবাৰে বিহু। বিহুলৈ এসপ্তাহ মান থকাৰেপৰা তিৱা সকলৰ গাঁৱে গাঁৱে ঢেকীৰ মাত শুনিবলৈ পোৱা যায়। যৌথ পৰিয়াল আৰু ধান থকা ধনী পৰিয়ালে ছয়-সাতমোন চাউল বিহুৰ আগতে খুন্দি উলিয়াই ৰাখে। দুখীয়া সকলেও মানুহ অনুপাতে দুই-তিনিমোন চাউল খুন্দি উলিয়ায়। সান্দহো সেই অনুপাতে আধামোন-এমোন চাউলৰ খুন্দে। ওখোৱা ধানৰ চাউলৰপৰা খুন্দা সান্দহ ঢেকীৰ খুবুলীটোৰ আকাৰৰ হব লাগিব। কোনো কোনোৱে বৰা চাউলৰ বৰা ভাত জোৰা চৰুত বান্ধি খায় আৰু কোনো কোনোৱে সেই ভাততে ৰাখৰ সানি বৰাধানৰ মিঠামদ বান্ধে (বোখৰ হৈছে বিভিন্ন তিতাৰ সংযোগত সজোৱা এবিধ পিঠা। সেই পিঠা গুৰি কৰি সিজোৱা চাউলত দিলে মদ হয়।) এই মদ মিঠা হৈ থাকোতে জলপানৰ দৰে পানী নিদিয়াকৈ

খায়। ঢেকনিবেচেকি খাবলৈ হলেও কিছুদিন পূৰণি কৰি মিঠা স্বাদটো গৈ তিতা চোকা স্বাদ আহিলে মদখোৱা পাত্ৰটিত পানী ভৰাই দি এদিনৰ পিছত চেকি খায়। অন্য ধানৰ চাউলে বেও মদ বান্ধে। প্ৰতি ঘৰগৃহস্থই নিজৰ বাবে মদ বন্ধাৰ ওপৰিও সমূহীয়া ভাৱে গৰখীয়াৰ হতুৱাই চাউল তোলাই এঘৰত মদ বান্ধে বিহুৰ বাবে। বিহুৰ আগদিনা বিহুত খাব লগা মদবোৰত পানী দি জিপাল কৰি ৰাখে। বিহুৰ বাবে সান্দহ খুন্দোতে প্ৰথমতে খুন্দা সান্দহৰ দুইতিনি কাজলি ৰৰঘৰ আৰু সেবাঘৰত লগাবৰ বাবে আগকৰি থয়। সেইদৰে পিঠা-পনা সজালেও ৰৰঘৰ আৰু সেবাঘৰলৈ কেইটামান পিঠা আগকৰি থয়। মদো খাব লগা হলে ৰৰঘৰ আৰু সেবাঘৰলৈ আগকৰি এটি পাত্ৰত থৈহে তেওঁলোকে মদ খায়। বিহুৰ উৰুকাৰ দিনা অৰ্থাৎ মংগলবাৰৰ দিনা সমূহীয়াভাৱে বিলত তেওঁলোকে মাছ মাৰে। মাছ মাৰি আহি প্ৰতি ঘৰ গৃহস্থই নিজা ঘৰত বান্ধি থোৱা অলপ অলপ মদ খায়। সেই উৰুকাৰ দিনাই গাঁৱৰ মাজৰ নিৰ্দিষ্ট ঠাই ৰৰআইতৰ তলত এটি কাঠমেজি সাজে। গধূলি ঢুলীয়া, গৰখীয়া, ডেকালৰা আদি সেই কাঠমেজিৰ ওচৰত গোট খায়। গোট খোৱা ঢুলীয়াই-তালোৱাই নাচনিয়াৰসকল কিছুসময় ৰং-ধেমালি কৰি নাচি-বাগি থকাৰ পিছত ৰাতি এঘাৰ মান বজাত বকগৰখীয়াই জুইৰ এটি জোৰালে কাঠ মেজিত জুই লগাই দিয়ে, বাকীসকলে হৰিধ্বনি দিয়ে—

*হৰিবোল হৰিবোল*

*সকলে হৰিবোল।*

তাৰ পিছত মেজিৰ জুইত গা সেকিলৈ বিহুৱা ঢুলীয়া পেপোৱাই বিহমাৰে। ঢুলীয়াসকলে ঢোল কান্ধত লৈ মুখামুখিকৈ থিয়হৈ বিহুৰ *কুনাগীত* গালে, যেনেঃ

*বিহুৰ বিৰিণা পাতে অ বহনা*
*বিহুৰে বিৰিণা অ পাতে।*
*ঐ বিহু থাকেমানে বিহুকে অ বিনাবি*
*বিহু গলে বিনাবি অ কাকে।।*

এই গীত গোৱা সময় খিনিত গোটেই কেইজন ঢুলীয়াই ঢোলত গ্ৰোৰৰ কৰি শব্দ তুলি থাকিব। গীত গোৱা শেষ হোৱাৰ লগে লগে ঢোল কেইটাত একেলগে বাজি উঠিব ঃ

*গ্ৰোৰ— বিদাং হেকেৰি বিদাঙেতি খেচ দাউ দাউ দাউ*
*বিদাং হেকেৰি বিদাঙেতি খেচ দাউ দাউ দাউ*

*বিগে বিগে বিগে খেতি গ্ৰেচ*
*খেতি গ্ৰেচ দাউ বিগেৰ খেতি গ্ৰেচ দাউ*
*গ্ৰেচ গ্ৰেচ বি বি বি বি (দুই বাৰ)*
*গ্ৰেচ, বিদাউ বিগ্ৰেচ দাউ, হেকেবি বাউ হেকেবি বাউ।।*

হেকেবি বিদান খেতিন দাউ বিগে বিগে হেকেবি বিদান গ্ৰেচ খেতিন দাউ। ঢোলত তাৰপিছত বিহুৰ অন্য চেঁৰ বজাই এজনে বিহুৱা সকলক নচুৱালে। তাৰপিছত কোনোবা কেইজনমানে ঠকা আৰু তাল বজাই বজাই গালে ঃ

*অ এই কালে কোনে গল অ বুকুৰে ধনে গল অ*
*খোজত মৰি গলে অ ধন।*
*চকুৰে দেখা পাই অ মুখৰে নেমাত অ*
*কেনেবা লাগিছে অ মন।।*

কোনোবা কেইজন মানে কাঠৰ মাৰিৰ মূৰত এটি কাঠেৰে চৰাই সাজি ৰচিৰ সহায়ত নচুৱাই নচুৱাই বৰতৰ গীত গালে আৰু নাচিলে যেনে ঃ।

*অ আজি বৰতে অ কালি বৰতে*
*বৰতৰ ঢেপেলা পাতেঅ হেহটি সোণাইহঁত*
*বৰতৰ ঢেপেলা পাত।*
*বৰত চাব যাওঁতে চোৰাতে ডাকিলে (দুবাৰ)*
*বিহা নাইকিয়া গাত হেইটি সোণাইহঁত অ*

তাৰ পিছত পুনৰ বিহুৰ জুনা গালে ঃ

হে কলি নকলি সুতা কপাহ অ নধৰিলি
গোন্ধে তেল ঘহিলি অ গাতে।
এতোলা সেন্দূৰৰ যোৰ ফুট অ মাৰিলি
বিহু ধৰনি লাগিছে অ গাত।।

লগে লগে ছয় সাতোটা ঢোলে পুনৰ গিৰজনি তুলিলে ঃ
গ্ৰোবৰ— দাউ দাউ

*খিন্ খিন্ এদাউ এখিন দাউ তাক্ খিন্ এদাউ এখিন্ দাউ*
*খিন্ খিন্ এদাউ এখিন দাউ তাক্ খিন্ এদাউ এখিন্ দাউ*
*খিন্ খিন্ এদাউ এখিন্ এখিন্ দাউ (দুবাৰ)*
*গ্ৰো গ্ৰেচ দাউ খিট্ খিট্ গ্ৰো গ্ৰেচতিন্ গ্ৰেচতিন্ দাউ*
*বিগেজাউ গেজাউ গেকেবি বিদাডেতি গ্ৰেচ দাউ বিগেজাউ*
*হেকেবি বিদান খেতিন দাউ গ্ৰেচজাউ বিগেজাউ হেকেবি বিদান*

*কেউতিন দাউ গ্ৰেচ দাউ বিগেজাউ হেকেবি বিদান খেতিন দাউ*
*বিগে বি বি বি বি গ্ৰেচ বিদাউ বিগেহু দাউ হেকেবি বাউ হেকেবিবাউ*
*হেকেবি বিদান খেতিন দাউ বিগে বিগে হেকেবি বিদান গ্ৰেচ খিতিনদাউ।*

ইয়াৰ পিছত এজন ঢুলীয়াই নাচনিয়াৰ চেঁৱ বজাই বিহুৱাক, নচুৱাক, নচুৱালে তাৰ পিছত তাল-ঠকা লৈ আন এদলে গালে আৰু নাচিলে :

*অ ককাই অ ককাই অ  ঢুৰিয়া চতাই অ*
*বৌয়ে বা কিমানৰ কাজি।*
*বেৰা সুৰঙাই  চাইলো মই পতিয়াও*
*ধৰিব নেজানে পাজি অ  কানেজুন শৰীৰৰ কুৰাকুৰ*
*নেমাতি যোবাতো কোন।*

এইদৰে কাঠমেজিৰ ওচৰত খেমালি কৰি থাকি অনুমান ৰাতি বাৰমান বাজিলে বৰ বৰ গৰখীয়াই বুঢ়াসকলক মাতিবলৈ গৰখীয়া পঠাব। বুঢ়াসকল আহি পালে ৰাইজৰ মদ বন্ধাৰ ঘৰত গৰখীয়া সকলে বহুৱাব। বুঢ়াসকলৰ আগত মদ দিব। সকলোৱে ঈশ্বৰৰ প্ৰতি স্তুতি কৰি মদ খাব। মদ খোৱাৰ পিছত পুনৰ কাঠমেজিৰ ওচৰত বিহু মাৰিব। তাৰ পিছত ৰাতি অনুমান চাৰি মান বজাত এফালৰপৰা হৰিধ্বনি দি মেজিবোৰ পুৰি যাব। কাঠমেজিৰ দৰেই গৰখীয়াৰ ওপৰৰ বৰ গৰখীয়াই হাতত জুইৰ জোৰালে মেজিত জুই দিব বাকী সকলে "হৰিবোল হৰিবোল সকলে হৰিবোল" বুলি হৰিধ্বনি দিব। তাৰ পিছত সমূহ বিহুৱা দলটি গৰখীয়াসকলৰ লগে লগে ঢোল-পেঁপা বজাই নাচি নাচি আগুৱাই যাব। এইদৰে আগুৱাই গৈ থাকি পুৱত বেলি ওলোৱাৰ সময়ত সকলোৱে গৈ মদ খোৱা মেজিৰ ওচৰত শাৰীপাতি বহিবগৈ। মদ বন্ধা গৃহস্থৰ পৰা দুজন মানে গৈ মদ লৈ আনিব আৰু সমূহ ৰাইজক দিব। সমূহ ৰাইজেও ঈশ্বৰৰ স্তুতি কৰি, মদ বন্ধা গৃহস্থ ঘৰক আশীৰ্বাদ কৰি মদ খাব। তাৰ পিছত পুনৰ এটি এটিকৈ মেজিপুৰি আগুৱাই গৈ থাকিব। এইদৰে আগুৱাই গৈ থাকি যেতিয়া পানীৰ যুৱলিৰ ওচৰৰ ঘাটমেজি পাবগৈ তেতিয়া সেই মেজিত হৰিধ্বনি দি জুই জ্বলাই দিব। জুই জ্বলি উঠাৰ পিচত গৰখীয়া সকলে জুই লগা খেৰ মেজিৰ পৰা টানি লৈ পুখুৰীত পৰি গা ধুব। তাৰ পিছত এটি এটিকৈ সম্পূৰ্ণ মেজি খিনিত জুই দিব। ককাই-ভাই বা বজা-ৰাণীৰ মেজিৰ পৰাও জুই লগা খেৰ টানি পুখুৰীত পৰি গা ধুব। এই বকলাহুৰ তলৰ বিহুতলিতে দুয়ো ঢুবুৰিয়ে ঢুলীয়াই সকলে একে লগে লগ হৈ কোনে কিমান ঢোল বজাব পাৰে কোনে কিমান নাচিব পাৰে, কোনে কিমান গাব পাৰে তাৰ প্ৰতিযোগিতা লাগে। মেজি

পুৰি শেষ হলে সকলো জনায়নি যায়। সেই সময়ত কোনো কোনো গৃহস্থই মনৰ কামনা সিদ্ধিৰ বাবে বিহুতলিৰ ওচৰৰ পথাৰৰ মাজতে বহুবাই লৈ বাইজক মদ নাইবা মাহ প্ৰসাদ খুৱাই মাথোবাণী ভকতৰ আশীৰ্বাদ লয়। তাৰ পিছত ঢুলীয়াই, তালোবাই, পেঁপা বজাওঁতা, নাচনিয়াৰ এই সকলে ৰব ৰব গৰধীয়াৰ ঘৰলৈ যায়। ৰব ৰব গৰধীয়াই চোতালত বাইজক অৰ্দ্ধ বৃত্তাকাৰে বহিবলৈ দিয়ে। ৰব ৰব গৰধীয়াই বাইজৰ সন্মানৰ অৰ্থে বটাত আমোল-পাণ, যি পাৰে সাধ্য অনুসৰি টকা আগবঢ়াই আঠু লয়। তেতিয়া ঢুলীয়াই সকলে ৰব ৰব গৰধীয়াৰ ঘৰত ঢোলৰ বিভিন্ন খেলা দেখুৱায়। কোনো এজন ঢুলীয়াই নটুৱা নাচৰ ওলোটা খৰ মাৰি ঢোল বাদ্য বজাই শুনালে। আন এজনে ঢোল এটি কান্ধত লৈ শৰীৰৰ বিভিন্ন অংগৰ স্পৰ্শত ঢোলটি বজাই শুনালে ঃ

*গ্ৰেচ খিন্ খিন্ এতাউ গ্ৰেচতা খিন্ তাউ*
*গ্ৰেচ খিন্ খিন্ এতাউ গ্ৰেচতা খিন্ তাউ*
*খিতিৰি গেছেটি গেজি গ্ৰেচ গ্ৰোবৰ*
*খিতি বিগেছেটি গেজি গ্ৰেচ গ্ৰোবৰ*
*খিতি বিগেছেটি গেজি গ্ৰেচ্ দাউ দাউ*
*কুহুৰ দাউ দাউ, কুহুৰ দাউ দাউ কুহুৰ দাউ দাউ*
*কুহুৰ কুহুৰ দাউ কুহুৰ কুহুৰ দাউ।*

কুহুৰ কুহুৰ এই শব্দ কেইটি তৰ্জ্জনী আঙুলি, হাতৰ কিলাকুটি, ভৰিৰ বুঢ়া আঙুলি, গেকৰা বা গোবোহা আৰু মুখ মণ্ডলৰ থুতুৰি ঢোলত ব্যৱহাৰ কৰি ফুটাই তুলিলে তাৰ পিছত এটি খৰ চেৰেৰে যেনে খিতি গেজি বিগে দাউ, কিতি গেজি বিগেদাউ, খিতি বিগে ছেতি গেজি গ্ৰেচ গ্ৰোবৰ গ্ৰেচ দাউ এদাউ গ্ৰেচ খিতিন দাউ এই বোলটিৰে ঢুলীয়াৰ বিভিন্ন অংগৰ স্পৰ্শত বজোৱা বোলটি শেষ কৰিলে। ইয়াৰ পিছত কোনো এজন ঢুলীয়াই ধুলিৰটা চৰাইৰ মুখৰ বোলনি বজালে। ধুলিৰটা চৰাইটোৱে ডোকা কোবাই মুখেৰে শব্দ কৰি মাটিৰপৰা ক্ৰমান্বয়ে ওপৰলৈ উৰি যায়। এইদৰে উৰি উৰি গৈ ক্ৰমান্বয়ে মানুহে চকুৰে মনিব নোৱাৰা ওপৰ পায়গৈ। তাৰ পিছত ক্ৰমান্বয়ে লাহে লাহে নামি আহি আহি কোনো এটা নিৰ্দিষ্ট স্থানত পুনৰ পৰেহি। সেই ধুলিৰটা চৰাইটোৱে শব্দ কৰি উৰি যোৱা শব্দক ঢুলীয়াই ঢোলৰ বোলত ৰূপ দিয়ে এইদৰে "দাউ দাউ দাউ দাউ গ্ৰোকক দাউ দাউ গ্ৰোকক দাউ দাউ গ্ৰোকক দাউ দাউ গ্ৰোকক দাউ দাউ খিতাউ টি খিতাউটি খিতাউটি খিততাউ খিতাউটি খিততাউ গ্ৰোকক দাউ দাউ, গ্ৰোকক দাউ দাউ, গোকক দাউ দাউ খিতি খিতি খিতি খিতি

খিত তাড়ি গ্ৰেচ খিখিতাউ গ্ৰেচ খিখিতাউ গ্ৰোকক দাউ দাউ গ্ৰোকক দাউ দাউ গ্ৰোকক দাউ দাউ ইত্যাদি। ইয়াৰ পিছত আগৰ চেঁৰত বজোৱাৰ দৰে এটি খৰ চেঁৰ বজাই চেঁৰটো শেষ কৰিলে। এই চেঁৰটো প্ৰথমতে লাহে লাহে আৰম্ভ কৰি শেষত ওপৰ পালেগৈ। খৰকৈ পিছত নামি আহোঁতে খৰ চেঁৰকণৰা নমাই আনি ঢুলীয়াকে থয়। ঢুলীয়াই এই চেঁৰটিকে ইচ্ছা অনুসৰি উৰাই ঘুৰাই বজাই চেঁৰটো চুটি দীঘল কৰে। তাৰ পিছত কোনো এজনে দাউকী চৰাই কন্দা চেঁৰ ঢোলত বজালে ঃ কোৰাক কোৰাক কোৰাক কোৰাক কোৰাক কোৰাক কোৰাক কো কোৰাক কোৰাক কুকুৰি কোৰাক কুকুৰি কোৰাক কোৰাক কোৰাক কোৰাক কুকুৰি কোৰাক উকৰক কুকুৰি কুকুৰি কুকুৰি কোৰাক কুকুৰি কুকুৰি কুকুৰি কোৰাক কোৰাক কুকুৰি কোৰাক, ইত্যাদি এই চেঁৰ প্ৰথমতে লাহে লাহে আৰম্ভ কৰি শেষত ক্ৰমাম্বয়ে দ্ৰুত গতিত চলাৰ পিছত আগৰ দৰে এটি খৰ চেঁৰ বজাই চেঁৰটো শেষ কৰিলে। তাৰ পিছত কোনো এজন ঢুলীয়াই ঢোলত বজালে ঃ

*খিন্ দাড়ি গ্ৰো, খিন্ দাউ গ্ৰো, খিন্ দাউ গ্ৰো খিন্ দাউ গ্ৰো*
*খিন দাউ খিতাউ কিতিন দাউ দাউ*
*দাউ দাউ দাউ দাউ*
*ঘিহিতি খিতাউ তাখিটি খিতাউ তাখিটি খিটাউ তাখিটি খিটাউ*
*খিতাউ গিগিনি দাউ*
*গ্ৰো গ্ৰেচ দাউ তাখিত গ্ৰো গ্ৰেচ দাউ গ্ৰেচ দাউ তাখিত*
*গ্ৰো গ্ৰেচ দাউ তাখিত গ্ৰো গ্ৰেচ দাউ গ্ৰেচ দাউ তাখিত*

ঢোলৰ শব্দৰ লগে লগে দুই তিনিজন নাচনিয়াৰে এখন হাতত এখন কাহীলৈ কোনোজনে দুয়োখন হাতত দুখন কাহীলৈ ঢোলৰ চেঁৰে চেঁৰে নাচিলে আৰু ৰাইজক আমোদ দিলে। ইয়াৰ পিছত ঢোল পেপা বজোৱা বন্ধ কৰিলে আৰু বৰ বৰ গৰখীয়াই সকলোকে মদেৰে আপ্যায়িত কৰিলে। তাৰ পিছত সকলো ঘৰা ঘৰি গৈ বিহুতলিৰ ওচৰৰ আঠ বিঘা মাটি জুৰি থকা অমৰাগুৰি পুখুৰীটোত মাছ মাৰিলেগৈ। দুপৰীয়া সময় যেতিয়া বাৰমান বাজিল তেতিয়া আইসকলে পিঠা-পনা-মদ লৈ ঘৰঘৰ লৈ আহিল। হাৰী কুঁৱৰীৰ সহযোগত ঘৰৰ বুঢ়াই সেইবোৰ ঈশ্বৰৰ ওচৰত অৰ্পণ কৰিলে। স্তুতি কৰাৰ পিছত পিঠা-পনা-মদ সকলোৰে ভগাই খালে। সেই দৰে প্ৰতিঘৰ গৃহস্থৰ এজনকৈ সান্দহ পিঠা-পনা-মদ-মিঠা তেল লৈ সেৱা ঘৰলৈ যায়। সেৱাঘৰত তো সান্দহ পিঠা-পনা মদ মিঠা তেল চাকৰি সাজনীৰ হাতত চমজি দিয়ে। চাকৰি সাজনীৰ

সহযোগত বুঢ়াভকতে মিঠাতেল কজৰ বত্তিত দি কজৰ গুৰিৰ আগপত্ৰত পিঠা-পনা সান্দহ পূৰ্ণ শংকৰলৈ অৰ্পণ কৰে। তাৰ পিছত সকলো ভকতে নাম-প্ৰসঙ্গ কৰে। দুঘণ্টা মান সময় নাম-প্ৰসঙ্গ কৰাৰ পিছত সকলোঁ সান্দহ, মদ, পিঠা-পনা ভকতসকলক বিলাই দিয়ে। ভকতে থাই কঁট জ্বলি থকা বত্তি গচিত এটি নমস্কাৰ জনাই মৰাযৰি গুছি যায়। গধূলি হ'ল ঘৰে ঘৰে পদূলিৰ মূৰে মূৰে চাকি-বত্তি জ্বলি উঠিল। বিহুৰ দিনটো পাৰহ'ল, পিছদিনা ছোৱালীহঁতে পথাৰত, বাত্তাত খোল খেলিলে পথাৰৰ মাজত, গছৰ চাঁত জুম বান্ধি বিহুগীত গাই গাই চাপৰি বজালে, নাচিলে। এই ছোৱালীহঁতৰ বিহু নাচৰ ওচৰলৈ ডেকাসকল নগৈছিল। নাচত ঢোল-পেপাৰ সংযোগ নাছিল। হাতৰ চাপৰিৰে নৃত্য-গীতৰ ছন্দধৰিছিল। বাৰপূজীয়া অঞ্চলৰ তিৰাসকলে কুৰি শতিকাৰ আগ ভাগৰে পৰা লাহে লাহে তেওঁলোকৰ নিজা তিৱা ভাষা এৰি অসমীয়া ভাষাৰে কথা কৈছিল সেয়ে তেওঁলোকৰ গীত-মাতো অসমীয়া ভাষাৰেই আছিল। অসমৰ সকলো ঠাইৰে *বনগীত*, *বিহুগীতবোৰৰ* ভাব একেই প্ৰণয়জনিত, মাথো সুৰবিলাক বেলেগ বেলেগ। গছৰ ছাঁত, পথাৰৰ মাজত ছোৱালীহঁত ঘূৰণীয়াকৈ থিয় হ'ল। এজনীয়ে গালে— বাকীসকলে চাপৰি বজালে, দুজনীমানে ঘৰৰ ভিতৰত সোমাই নাচিলে ঃ

*অ কলঙৰ গড়া পাই বেনু মন মন অ*
*আহিলি ডেকা ভাই বেনু মন মন অ*
*ললি বস্তামাটিৰ ফোট।*
*বেনু মন মন অ জাৰ্মানে জাপানে*
*বেনু মন মন অ কিনো যুজ লাগিলে*
*বেনু মন মন অ বৃটিশে চলালে ৰথে*
*মন মন অ তোৰে যে মৰমত।*

মবো মন মন অ পাৰিজাত ভাওনা কৰো। বিহুৰ নাচত গীতৰ ছন্দে ছন্দে নাচনীয়ে ভৰি সামান্য ওপৰলৈ তুলি জপিয়াই আঠু ভাঙি হাত দুখনেৰে মেখেলি খন সামান্য উজাই ধৰি ককাল লৰাই লৰাই নাচিলে। কোনো সময়ত কঁকাল হলাই চাপৰি এখন হাত কঁকালত আৰু এখন মেলা হাত মূৰত থৈ ঘূৰি ঘূৰি নাচিলে। তাৰ পিছত আন এজনীয়ে গালে ঃ—

*ধুম গুৰু নুগুৰো গধূলি গধূলি*
*ধুম গুৰু নুগুৰো মই ফুৰো পদূলি*
*ধুমে গুৰু নুগুৰো বাবে থাই কোচে থাই থাকো*

*ধুম শুক নুশুৰো　　　　তোৰ লগত মৰি যাও*
*ধুম শুক নুশুৰো　　　　মৰমৰ লাহৰী*
*ধুম শুক নুশুৰো দেহা যাই এ যদি যাকে ধুমেগিৰি ধুমনিয়াং এনিয়াং*
*বৈ বৈ বহচলাৰ ভাওনা চাওঁ।।*

পুনৰ দুজনী মানে জাকৰ মাজত সোমাই পখিলা উৰাদি হাত মেলি মেলি ঘূৰি ঘূৰি নাচিলে। পুনৰ আন এজনীয়ে গালে ঃ

*পানী আনি দিয়া　　　　অ সোণাই অ'*
*ঘৰতো মচো মই　　　　অ সোণাই অ'*
*ৰংপুৰ জিলাৰে মাটি।*
*চেঁচা পাইয়ে পাইয়ে　　　　অ সোণাই অ'*
*টোপনি নাহে মোৰ　　　　অ সোনাই অ'*
*লোকে পাৰি দিয়া পাটি অ চেনাই ধুপ জবৰাই ধৰিম তোক*
*সুদা নেদেখিবি মোক।*

পুনৰ দুজনী মানে ঘৰৰ ভিতৰ সোমাই পখিলা উৰাদি ঘূৰি ঘূৰি নাচিলে। এইদৰে তিনি-চাৰি দিন ৰং-ধেমালি কৰাৰ পিছত মাঘ বিহুটিক গাভৰুহঁতে বিদায় দিলে। এই কেইদিনতে মহগোৱাল ডেকাহঁতে ম'হ যুঁজালে আজিৰ দৰে কমিটিৰ নিয়ম মানি নহয় ম'হ গোৱালৰ বুজা পৰাৰ মাজেদি। জী-জোৱাঁইহঁতে এই কেইদিনতে শাহুৱেক শহুৰেকহঁতলৈ মদৰ কলহ, পিঠাৰ টোপোলালৈ বিহুৰ বাবদ সেৱা জনালে গৈ। এইদৰে তিৰাসকলে ৰং-ধেমালিৰে ভোগালী বিহুটিক বিদায়দি আহু, মৰাপাট পেলাবৰ বাবে মাটি চহ কৰিবলৈ পথাৰৰ কৰ্মৰ মাজত ব্যস্ত হৈ পৰিল। ◆

# (৭) গাৰোসকলৰ মাজত মাঘবিহু ঃ ওৱানগালা

ড° বিমল মজুমদাৰ

অসমৰ ৰাজনৈতিক মানচিত্ৰ আজি খণ্ডিত প্ৰায়। সত্তৰ আৰু আশীৰ দশকত নগালেণ্ড, মিজোৰাম, মণিপুৰ, অৰুণাচল, ত্ৰিপুৰা, মেঘালয়ক প্ৰশাসনিক সুবিধাৰ দোহাই দি অসমৰপৰা বিচ্ছিন্ন কৰি সুকীয়া সুকীয়া ৰাজ্য স্থাপন কৰা হ'ল, যদিও ৰাজনৈতিকভাৱে গাৰো পাহাৰ অসমৰপৰা আঁতৰি গৈ মেঘালয় ৰাজ্যৰ লগ লাগিল, তথাপি অসমীয়া সংস্কৃতিৰ সীমান্তত বসবাস কৰা পৰ্বতবাসী গাৰোসকলে মানসিক বা সাংস্কৃতিকভাৱে আজিও অসমীয়া সংস্কৃতিৰ লগত থকা পূৰ্বৰ যোগসূত্ৰ ত্যাগ কৰিব পৰা নাই। সেইবাবেই সাংস্কৃতিক দিশত অসমীয়া সমাজ আৰু গাৰো সমাজৰ মাজত সাদৃশ্য পৰিলক্ষিত হয়। প্ৰসঙ্গক্ৰমে গাৰোসকলৰ মাজত প্ৰচলিত 'ওৱানগালা' উৎসৱক অসমীয়া সমাজত প্ৰচলিত 'মাঘবিহু' উৎসৱৰ সৈতে তুলনা কৰি চাব পাৰি।

ইতিহাসে ঢুকি নোপোৱা অতীজৰেপৰা জীৱ-শ্ৰেষ্ঠ মানৱ জাতিয়ে তেওঁলোকৰ নিজ নিজ সমাজৰ লগত খাপ খুৱাই কৰ্মময় জীৱনত কিছুমান ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ, উৎসৱ-অনুষ্ঠান সামৰি লৈছিল। ইয়াৰে ভালেখিনি আনন্দ-বিনোদনৰ লগত জৰিত আৰু আন কিছুমান সামাজিক, ভৌগোলিক, ধৰ্মীয় বিশ্বাস আদিৰ লগত জৰিত। পৃথিৱীৰ প্ৰায়বোৰ সমাজতে বছৰটোৰ কোনো এটা ভাগ এফলীয়া কৰি থোৱা দেখা যায় উৎসৱ-অনুষ্ঠানৰ কাৰণে। এই উৎসৱ-অনুষ্ঠানসমূহ সংস্কৃতিৰ এক অপৰিহাৰ্য্য অঙ্গ। গাৰো সমাজতো বছৰটোৰ বিভিন্ন ঋতুত বিভিন্ন উৎসৱ পালন কৰা দেখা যায়। 'বাৰটা মাহত তেৰটা উৎসৱ' কথাষাৰ গাৰোসকলৰ ক্ষেত্ৰতো সমানেই প্ৰযোজ্য। এই উৎসৱসমূহৰ ভিতৰত অসমীয়া সমাজত প্ৰচলিত মাঘবিহু সদৃশ উৎসৱটো হ'ল 'ওৱানগালা'। তলত এই উৎসৱটি সম্পৰ্কে এটি বিবৰণ দাঙি ধৰিবলৈ প্ৰয়াস কৰা হ'ল।

'ওৱানগালা' গাৰোসকলৰ প্ৰধান উৎসৱ। উত্তৰ-পূৰ্বাঞ্চলৰ বিভিন্ন জনগোষ্ঠীৰ উৎসৱসমূহ যেনেদৰে কৃষিক কেন্দ্ৰ কৰি উৎপত্তি হৈছে, তেনেদৰে গাৰোসকলৰ জাতীয় উৎসৱ 'ওৱানগালা'বো সৃষ্টি হৈছে কৃষিক কেন্দ্ৰ কৰিয়েই। খেতি চপোৱাৰ ঠিক পিছতেই 'ওৱানগালা' উৎসৱ অনুষ্ঠিত হয়। লখিমী

চপোৱাৰ উৎসৱ পৃথিৱীৰ প্ৰায়বোৰ সমাজেই পালন কৰে। গাৰোসকলো ইয়াৰ ব্যতিক্ৰম নহয়। আহিন-কাতিমাহত জুম খেতি চপোৱা শেষ হ'লে পথাৰৰ মানুহখিনি গাঁৱলৈ উভতি আহে। গাঁৱলৈ উভতি অহাৰ পিছত *'আহায়া'* বুলি আন এটি সৰু উৎসৱ পালন কৰা হয়। 'আহায়া' হ'ল প্ৰধান উৎসৱ 'ওৱানগালা'ৰ আগ জাননী স্বৰূপ। ইয়াক মাঘবিহুৰ 'উৰুকা'ৰ লগত তুলনা কৰিব পাৰি। *'আহায়া'* পালনৰ বাবে ঘৰে ঘৰে 'চু' (মদ) প্ৰস্তুত কৰা হয়। ঢোল, শিঙা আদি বাদ্য গাঁৱৰ মুখিয়ালজনৰ ঘৰৰপৰা আনি বজোৱা হয় আৰু গাঁৱৰ ডেকাসকলে ৰাতি সুঁহৰিওৱাৰ দৰে সুললিত ধ্বনি প্ৰকাশ কৰি উৎসৱৰ জাননী দিয়ে। এই উৎসৱ আৰম্ভ হোৱাৰ প্ৰথম দিনা জুম খেতিৰ উৎপন্নৰ এটি অংশ প্ৰথমে দেৱ-দেৱীলৈ আগবঢ়োৱা হয়। গাঁৱত 'চু' শেষ নোহোৱালৈকে এই উৎসৱ অব্যাহত থাকে। এই উৎসৱৰ জৰিয়তে 'ওৱানগালা'ৰ বাবে প্ৰস্তুতি চলোৱা হয়।

'আহায়া' শেষ হোৱাৰ প্ৰায় দুসপ্তাহমানৰ ভিতৰতেই 'ওৱানগালা' আৰম্ভ হয়। কিন্তু 'ওৱানগালা' উদ্‌যাপন কৰাৰ বাবেকোনো নিৰ্দিষ্ট দিন, বাৰ বা তাৰিখ নাথাকে। গাঁওবাসীৰ সুবিধা অনুযায়ীহে অনুষ্ঠিত হয়। এই উৎসৱ উপলক্ষে ডেকা-গাভৰু, ল'ৰা-বুঢ়া সকলোৱে নতুন কাপোৰ পৰিধান কৰে, বাট-পথৰ হাবি-বন কাটি পৰিষ্কাৰ কৰে আৰু প্ৰতি ঘৰে ঘৰে অপৰ্য্যাপ্ত পৰিমাণে চু প্ৰস্তুত কৰে। 'ওৱানগালা'ৰ আগদিনা দূৰৰপৰা ইষ্ট-কুটুম্ব আহি ঘৰ ভৰি পৰে। এই উৎসৱ সাধাৰণতে গধূলি আৰম্ভ হয়। প্ৰথমতে গাঁৱৰ মুখিয়ালজনৰ (নক্‌মা) ঘৰত 'চালজং' অৰ্থাৎ সূৰ্য্য দেৱতালৈ 'চু' আৰু আন উৎপাদিত শস্য আগবঢ়াই উৎসৱৰ পাতনি মেলা হয়। ইয়াকে 'নক্‌মা ওৱানগালা' বুলি কোৱা হয়। দেৱতালৈ আগবঢ়োৱৰ পিছত নক্‌মাজনে তেওঁৰ ঘৰত উপস্থিত হোৱা সমস্ত ৰাইজক চু, ভাত আদিৰে আপ্যায়ন কৰে। খোৱা-বোৱাৰ পিছত ঘৰৰ ভিতৰতে নাচ আৰম্ভ হয়। প্ৰথমে বুঢ়া-বুঢ়ী বা বয়সস্থসকলে নাচে। তাৰ পিছত ডেকা-গাভৰুৱে ঘৰৰ ভিতৰত অলপ নাচি চোতাললৈ ওলায়। 'ওৱানগালা'ৰ প্ৰথম ৰাতিটো এনেদৰে নৃত্য-গীত আৰু আমোদ-প্ৰমোদেৰে পাৰ কৰা হয়।

ৰাতিপুৱা গোটেই ৰাইজ আকৌ মুখিয়ালজনৰ ঘৰলৈ উভতি আহে। ইয়াত ওৱানগালাৰ দ্বিতীয় অংশ 'চাচাত' পালন কৰা হয়। 'চাচাত'ত বিশেষ ধৰণে ঢোল, নাগাৰা, শিঙা আদি বজোৱা হয়। বয়সস্থসকলে হাতত ঢাল-তৰোৱাল লৈ পূৰ্বপুৰুষ বীৰসকলৰ বীৰত্বৰ কাহিনী স্মৰণ কৰি যুদ্ধৰ ভঙ্গীত নাচে। এই নাচ আৰু গীতক 'গ্ৰীকা' বোলে। এনে নাচ নাচোঁতে প্ৰত্যেকলৈ

সন্মানেৰে 'চু' আগবঢ়োৱা হয়। কোনো কোনো গাঁৱত 'চাচাত'ৰ সময়ত ধূনা জ্বলোৱা নিয়ম। অৱশ্যে ধূনা অকল মুখিয়ালজনেহে জ্বলাব পাৰে আৰু এইটো তেওঁৰ বিশেষ অধিকাৰ বুলি গণ্য কৰা হয়। ইয়াৰ পিছত চাউলৰ গুৰি পানীৰ লগত মিহলাই ডেকাসকলে ঘৰৰ বেৰবোৰত লেপি দিয়ে আৰু উপস্থিত বাইজৰ গাত ছটিয়াই দিয়ে। এইটো 'ওৱানগালা'ৰ পবিত্ৰ চিন বুলি বিশ্বাস কৰা হয়। মুখিয়ালজনৰ ঘৰত 'চাচাত' শেষ হোৱাৰ পিছত প্ৰত্যেক ঘৰে ঘৰে একে ধৰণেই 'চাচাত' পালন কৰা হয়। 'চাচাত'ৰ পিছত ওৱানগালাৰ নৃত্য-গীত, আমোদ-প্ৰমোদ প্ৰায় এসপ্তাহলৈ চলে। এই উৎসৱতে ডেকা-গাভৰুৱে 'এজিয়া', 'দোৰোৱা', 'আম্‌ৱেঙনি অনেহা', 'গ্ৰীকা' আদি গীত গায়। অৰ্থাৎ এই কেইবিধ গীত গাৰোসকলৰ লখিমী চপোৱা উৎসৱ 'ওৱানগালা'ৰ লগত সংযুক্ত।

প্ৰত্যেক ঘৰে ঘৰে 'ওৱানগালা'ৰ বাবে বিশেষভাৱে প্ৰস্তুত কৰা 'চু' শেষ হ'লেহে এই উৎসৱৰো সামৰণি পৰে। এইদৰে এখন গাঁৱত 'ওৱানগালা'ৰ সামৰণি পৰাৰ লগে লগে আন এখন গাঁৱত 'ওৱানগালা' পালনৰ বাবে প্ৰস্তুতি আৰম্ভ হয়। অৰ্থাৎ 'ওৱানগালা' উৎসৱটো একেটা সময়তে আটাইবোৰ গাঁৱতে পালন কৰা নহয়। এখনৰ পিছত আন এখন গাঁৱত উদযাপিত হয়। সেইবাবে এই উৎসৱটো গাৰো সমাজত প্ৰায় দুই-তিনি মাহ ধৰি লেঠাৰি নিছিগাকৈ চলি থাকে। অৱশ্যে আজিকালি 'ওৱানগালা' উপলক্ষে চৰকাৰীভাৱে এটা দিন বন্ধ ঘোষণা কৰা হৈছে আৰু সেইদিনা সমূহীয়াভাৱে মুকলি পথাৰত এই উৎসৱ পালন কৰা হয়। এই উৎসৱৰ সমাপ্তিৰ লগে লগে গাৰোসকলৰ এটা খেতিৰ বছৰো ওৰ পৰে।

গাৰো সমাজত প্ৰচলিত 'ওৱানগালা' উৎসৱক অসমীয়া সমাজত প্ৰচলিত মাঘবিহুৰ লগত তুলনা কৰিব পাৰি। 'ওৱানগালা' যেনেদৰে কৃষিভিত্তিক উৎসৱ, তেনেদৰে মাঘবিহুও অসমীয়াসকলৰ কৃষিকেন্দ্ৰিক উৎসৱ। ভোগালী বিহু যেনেদৰে শস্য চপোৱাৰ পিছত উদ্‌যাপন কৰা হয়, তেনেদৰে গাৰোসকলৰ 'ওৱানগালা'ও উদ্‌যাপন কৰা হয় জুম খেতি চপোৱাৰ পিছত। মাঘবিহুত যেনেদৰে ভোজ বা লগভাত, আমোদ-প্ৰমোদ, নৃত্য-গীত আদি কৰা হয় 'ওৱানগালা' উৎসৱতো সেইবোৰ দেখা যায়। সৰ্বোপৰি 'ওৱানগালা' আৰু 'ভোগালী বিহু' গাৰো আৰু অসমীয়া দুয়োখন সমাজৰে দুটা জাতীয় উৎসৱ। □

# (৮) ৰাভাসকলৰ মাজত মাঘবিহু ঃ দুমছি

ড° উপেন ৰাভা হাকাচাম

পুহ-মাঘ মাহৰ সংক্ৰান্তিত উদ্‌যাপিত ৰাভাৰ দুমাছি-দো-মাঘ-ঈ এবিধ ধৰ্ম-বহিৰ্ভুত অনুষ্ঠান।[১] ৰাভাসমাজত অসমীয়া বৰ্ণ হিন্দুৰ মাজত প্ৰচলিত ৰঙালী বিহু (বিষুৱা), কঙালী বিহু (কাতি গাছা) ৰ নিচিনাকৈ এই ভোগালী বিহুৰো (দুমাছি) ব্যাপক সমাদৰ আছে। অৱশ্যে উজনি অসমতকৈ নামনি অঞ্চলত উদ্‌যাপিত বিভিন্ন লোকাচাৰৰ সৈতেহে ৰাভা সমাজত উদ্‌যাপিত এই তিনিবিধ বিহুৰ বিশেষ মিল পৰিলক্ষিত হয়।[২]

ৰাভাসকলে মাঘ বিহুৰ উৰুকাৰ দিনাখন সন্ধিয়া বেলিকা সৰু-ডাঙৰ সকলো ঘৰৰ চালৰ ওপৰেদি এবাঁ সূতাৰে ঘেৰ দিয়ে। এই অনুষ্ঠানটোক 'নোক ঘুৰায়কায়' বা ঘৰ ঘেৰনি বোলা হয়। ঘৰ ঘেৰনি পৰ্বৰে মাঘৰ 'দুমাছি' শুভাৰম্ভ কৰে। মন কৰিবলগীয় যে 'ঘৰ ঘেৰনি' পৰ্ব আৰম্ভ হোবাৰ পূৰ্বে দুমাছিৰ বাবে ভেলানোক (ভেলাঘৰ) সজোৱা পিঠা-পনা কৰাৰ বাবে প্ৰয়োজনীয় পিঠা-গুৰি খুন্দা, চিৰা-সান্দহ খুন্দা আদি কাম যতনাই ল'ব লাগে খুন্দা-মেলাতো বাদেই 'ঘৰ ঘেৰনি'ৰ দিনৰপৰা অন্ততঃ তিনিদিনলৈকে ধান-চাউল লৰা-চৰা কৰা, আখল ঘৰত ৰন্ধা-বঢ়া কৰা আৰু কাপোৰ-কানি আঁচোৰা আদি কাৰ্য্যৰপৰাও বিৰত থকা হয়। সকলো ধৰণৰ কাম কাজ বন্ধ ৰাখি বিশেষকৈ দা-কুঠাৰ-কোৰ ধৰাটো সম্পূৰ্ণ বন্ধ ৰাখি হালখতি (হাৰি চেকেকায়) পালন কৰা হয়। সেই দিন ধৰি দুমাছিৰ সময়ত কাকো এটা বস্তুও ধাৰলৈ দিয়া নহয়। এই দুমাছিৰ কেইদিন পূৰ্ববৎ কেৱল মদ-মাংসৰ চাটনি (খাৰজি) ঘৰে ঘৰে গৈ পূৰ্বতে সেৱা-সৎকাৰ কৰি মানধৰি (চকো-পায়কায়) গীত-নাচ-বাদ্যৰে অতিবাহিত কৰিছিল। মদ নোখোৱা বিলাকে চিৰা (ৰংচু), আতাকুতা চৰ্ব্বেল (চিৰা) বিভিন্ন ৰকমৰ পিঠা (বাম), পনা (পংনা কায়), লগ ভাত আদি খাই লগ-সমনীয়াৰ সৈতে মিলা-প্ৰীতিৰে কটাইছিল। উল্লেখযোগ্য যে, ৰাভাসকলে অন্যান্য দিনৰ সাঁচতীয়া আৰু সচৰাচৰ জলপান হিচাপে খোৱা ৰম্পে (গুৰি কৰাই) আৰু চুঙাপিঠা বা ফোকচাক আদি ইয়াত পৰিবেশন কৰা নহয়। এই উৎসৱৰ বাবে জীয়ৰী বোৱাৰীয়ে সাচতীয়া ৰহিমদ (ছিনাচিনা), বৰাৰ ঝুগলি (মাথাম ছিথা), আদি আগতীয়াকৈ পাতি থৈ দিয়ে।

ৰাভাসকলৰ দুমাছিৰ দ্বিতীয় পৰ্ব আৰম্ভ হয় *ভেলানোক* পোৰা অনুষ্ঠানেৰে। *ভেলানোক* গাঁৱৰ ডেকা ল'ৰাই এমাহ বা এপষেক আগৰ পৰা পাহাৰ ভাঙি কাটি অনা কাঁক বাঁহ আৰু প্ৰতি ঘৰৰ পৰা খুজি অনা ধানখেৰেৰে বিভিন্ন গঢ় আৰু আকাৰ দি সজাই লয়। মূল ভেলানোক সাধৰণতে ২০/৩০ ফুট ওখ কৰি গম্বুজ আকৃতিৰে তিনি খলপীয়াকৈ সজোৱা হয়।[৩] বাকী বিলাক সৰু-ডাঙৰ বিভিন্ন আকৃতিৰ কিছুমান ৰভাৰ দৰে এচলীয়া (ভোজ-ভাত খাই একেলগে ৰাতিটো কটাবৰ বাবে) আৰু কিছুমান চিতাৰ দৰে খলপ খলপকৈ সজোৱা। ভেলানোকৰ চূড়াত তিনি, পাঁচ বা সাতোটা বাঁহৰ ডাঁৰিকি বান্ধি তাত খেৰ জুমুঠিৰে বান্দৰৰ প্ৰতিকৃতি সাজি ওলোমাই দিয়া হয়।[৪] অঞ্চল বিশেষে বাঁগৰ ডাঁৰিকিসমূহ য'ত একেলগে থুপাই বন্ধা হৈছে তাতে কুকুৰা চৰাইৰ বাহ (কেচুমটাকে কণী হিচাপে দি) এটা বান্ধি দিয়া হয়। ঘৰ ঘেৰানি দিনাখনে জ্বলাবলগীয়া এটা সৰু আকৃতিৰ 'বায় ৰাছামকায়' নামৰ ভেলানোক একোখনো সজোৱা হয়।

ঘৰ ঘেৰানি দিনাখন গাঁৱৰ চেমনীয়া আৰু গৰখীয়া ল'ৰাইঁতে (কোনো কোনো অঞ্চলত বয়সস্থ লোকসকলেও, ছোৱালী নতুবা তিৰোতা নহয়) ভেলানোকত গৈ ৰাতিটো ভোজ-ভাত খাই, নাচ-বাগ কৰি কটায়। দুমাছি উপলক্ষে গোৱা ভেলানোকৰ গীত অশ্লীল বিধৰ আৰু শ্ৰাদ্ধ অনুষ্ঠানৰ গীতৰ সৈতে প্ৰায় মিল থকা। তেনে গীত কেইফাকিমান তলত দিয়া হ'ল[৫]।

*(ক) শাৰী হ'ক শাৰী হ'ক হেলা।*
*মাগ মাছি দুমাছি হেলা।। (ৰাভামিজত ৰচিত)*

*(খ) মি তুপুৰ চু মায় তুপুৰ চু।*
*মিচিক পিদান মানদণ্ডৰে বাৰ দাপে জু।।*
*(শাক-ভাত টোপোলাই খোৱাঁ, ন বৈনী পালে জুহালত জুই পুৰাই সহবাস কৰা।)*

*(গ) থোক ছানি ছানি দাম ছানি ছানি।*
*চাণ্ডি ছুযায় ৰজতা চিণ্ডা নাকে কানি।।*
*(হোৰাৰ মোৰো চিকুণ, ঢাৰীৰ মোৰো চিকুণ— যিজনীৰ কামাংগ শিৰশিৰাইছে আমাক মাথো কোৱাঁ।)*

*(ঘ) হাতাকানি পায়কং পায়কং গমে গমে থেয়া।*
*চিণ্ডি মামানি ছাব্ৰা চিং ৰানা খেয়া।।*
*(থিয় গড়াত বোৱা অৰহৰ ডাল ভৰি লাগে, আমাৰ মোমাইটিৰ জীয়েকজনী আমাৰ বিয়াত চলে।)*

কোনো কোনো অঞ্চলত ঘৰ ঘেৰানিৰ দিনাখনে 'ভেলানোক'ৰ নামত কুকুৰা চৰাই কাটি পূজা দিয়ে। সেই পূজাৰ বলি ভোজত ব্যৱহাৰ কৰা হয় বা গৰখীয়া ল'ৰাইঁতে পোৰা দি চাটনি কৰি যায়। সাধাৰণতে 'ভেলানোক'ত তিনি গৰাকী দেৱ-দেৱীক সাধাৰণ ভোগ-প্ৰসাদেৰে (আগলতি কলপাতত লোৱা চাউল-পিঠাগুৰি), ধূপ-ধূনা, চাকি-বন্তি প্ৰজ্বলিত কৰি, তুলসী পানী চটিয়াই তিতা গাৰে মুনি-চুনি সন্ধিয়া পূজা দিয়া হয়। সেই তিনি গৰাকী দেৱ-দেৱী হ'ল– (১) ৰাভাৰ আদিম দাৰমাং (ৰঙা মতা কুকুৰাৰে ৰাভাভাৰাত মন্ত্ৰ মাতি), (২) গাৰোৰ পৰা পোৱা কনচো (বগা মাইকী কুকুৰাৰে গাৰো ভাষাত মন্ত্ৰ মাতি) আৰু (৩) লেমা অৰ্থাৎ আৰ্য্য হিন্দুসকলৰপৰা পোৱা লাখৰ (ৰঙা মাইকী কুকুৰাৰে লেমাকাথা অৰ্থাৎ ৰাভামিজত ৰচিত মন্ত্ৰ মাতি)। দক্ষিণ মুৰাকৈ বাওঁফালে দাৰমাং মাজত কনচো আৰু সোঁফালে লাখৰ গোসাইৰ বেদী প্ৰস্তুত কৰা হয়। পূজাত উচ্চাৰিত মন্ত্ৰ তিনি ফাকি তলত দিয়া হ'ল

*(ক) দাৰমাং দেৱতাৰ পূজা-মন্ত্ৰ ঃ*

*এহেম প্ৰেমেন নামে*
*মামা চিপু দাৰমাং নামে!*
*দাৰমাং নাণ্ডি কোলায়-বোমায়*
*নাণ্ডি হাছুং আৰো ৰাছুং*
*নেমে তোঙা লাগিনো।*
*অখ্ৰে চিং বি'ছাৰি দুমাছি*
*তোমাৰা ৰাখুই পূজা খাৰেতা*
*চিঙা একায় বছৰি এখ্ৰেয়ান*
*নেমে তোঙা লাগিয়া*
*চিণ্ডি একায় হাচু-হাজেক মাছু চাৰায়ৰায়*
*আপদ-বিপদ চাঙা লাগিচা।*
*নাণ্ডি ৰাছুং আৰো হাছুং দিগি*
*(মজাইপাৰা ৰাইজি) নেমে তোঙা লাগিয়া।।*
*তো বুলি ৰাখুইতা*
*দুপি খুনাং ৰাখুই*
*সেৰায়তা-ৰাৰিতা*
*এহেম প্ৰেমেন আৰকি।।।*

(অসমীয়া ভাবাৰ্থ ঃ হে মামা চিপু দাৰামাং দেৱতা! তোমাৰ আশীৰ্বাদত আমাৰ

অঞ্চলৰ কোনো বিপদ-বিঘিনি নোহোৱাকৈ ভালে ভালে দিন-কাল যাব লাগে। সেয়েহে তোমাৰ নামত বছৰেকত মাঘবিহুৰ দিনাখন কুকুৰা বলিৰে, ধূপ-ধুনা লৈ পূজা দি আছোঁ– আমাৰ প্ৰণাম গ্ৰহণ কৰাঁ।)

*(খ) কনচো দেৱতাৰ পূজা-মন্ত্ৰ (প্ৰায় উঠি গৈছে)ঃ*

*আংচু কনচো– বাওনি কনচো*
*আব্ৰিনি কনচো– বাওনি কনচো*
*দিউলিনি কনচো মা নলঙা আব্ৰিনি কনচো*
*মা তুৰানি কনচো আজাং গাবনি কনচো*
*হেই আংচু কনচো*
*মাংচুখো নাদে বানো দনাঙা*
*ইও মাংচুখো দনাদে*
*অনখাতে অনবো..........।।*

(অসমীয়া ভাবাৰ্থ ঃ হে কনচো দেৱতা, তুমি ক'ত থাকা.. কেইটামান ঠাই, নদী স্থানৰ নাম মাত্তি...... আমাৰ গো-গাই লুকাই কৰি নাৰাখিবা– ৰাখিলেও পূজা দিয়াৰ পিছত ঘূৰাই দিবা........)

*(গ) লাখৰ ঠাকুৰৰ পূজা-মন্ত্ৰ ঃ*

*হে আৱকি বুৰা লাখৰ ঠাকুৰ আৱকি–*
*আপোনাৰ নামে বছৰে বছৰে*
*আমি পালন কৰিয়া আছে*
*পূজা কৰিয়া আছে,*
*হে আৱকি.........*
*কুনু আজি বছৰিকা পূজা কৰিয়া আছে*
*.......আমি কুনু পাহাৰ-পৰ্বত বেৰেয়া*
*কুনু দিন-ৰাত, চাৰিওফালে*
*নজৰ কৰিয়া ৰাখিব লাগে*
*কুনু গুৰু-বাচুৰ নষ্ট কৰিব নালাগে*
*দোমাছি দিনত বুলি-বিধান দিয়া*
*পূজা কৰিয়া আছে*
*দুপি-ফুনাং চুৰি- পূজা কৰিয়া আছে*
*কুনু ৰাস্তা-ঘাটে লাগাৰ পায়া আদান-প্ৰদান*
*কৰিয়া আপুনি ভালে ভালে ৰাখিব লাগে।।*

এইদৰে পূজা-পাতল দি ঘৰ যোৱানি দিনাখনে 'বায় বাছাম কায়' নামৰ সৰু ভেলানোক এটি সন্ধিয়া পৰত দাহন কৰি উৎসৱৰ শুভাৰম্ভ কৰা হয়। সেইদৰে কুকুৰাই ডাক দিয়াৰ আগতে এটামান আৰু বাকী ঠিলাৰ বাতি নৌপুৰাওঁতে পুৰি পেলাব লাগে। কাউৰী-কুকুৰাই কা কা কৰাৰ আগতে বাতি খপা ল'ৰা কেইটাই ওচৰৰ নদী বা কুৱাত গা ধুই আহি মেজিত মদ ঢালি দলৰ প্ৰতিজনে প্ৰথমে ভেলানোকত জুই লগাই দিয়ে। জুই লাগিলে আটাইয়ে ফুৰ্তি কৰি "দুমাছি দুমাছি— মাগামাইনি বাংটি গুলে গুলেই" অৰ্থাৎ দোমাহী আৰু বৰা চাউলৰ মদৰ বস সমানে মাদক'তা পূৰ্ণ বুলি হৈ ধ্বনি দিয়ে।

ইতিমধ্যে গোটেই গাঁৱৰ বুঢ়া-মেথা আহি ভেলানোকত গোট খায় আৰু ভেলানোকৰ সৈতে থিয়ৈ থিয়ৈ বান্ধি থোৱা বাঁহৰ ডাঁৰিকি কেইডাল কাটি আনি তাৰে তিনি টুকুৰাকে বাঁহৰ চুঙাত বান্ধি সাঁচ একোটা তৈয়াৰ কৰি ঘৰলৈ লৈ যায়। কোনো কোনো অঞ্চলত ভেলানোক পোৰা ছাই পবিত্ৰ জ্ঞান কৰি ঘৰলৈ আনি সযতনে সাঁচি থয় আৰু ফোঁট হিচাপে পিন্ধে। গৰখীয়া বা ঘৰৰ সৰু ল'ৰাই সেই সাঁচেৰে এটা বাতিত পিঠা গুৰি গুলি লৈ আৰু আন এটা বাতিত ধেতোৰ ক'লা (গিমছু) মিঠাতেলত থেতেলি লৈ গৰু-ম'হৰ কপালত, পিঠিত সেৱা-ভক্তি সহকাৰে চাব মাৰি ফোঁট পিন্ধায়। গৰু-ম'হৰ শিঙত তেল দিয়া আৰু পিঠা-পনা খুৱাই গো-পূজা (মাছু দাগায়কায় মাছু বাম খি'ছাকায়) কৰা পৰ্বটোৰ ইমানতে অন্ত পৰে আৰু তিনিমাহৰ কাৰণে (বহাগ বিহুলৈকে) গৰু উদণ্ডীয়া কৈ চৰিবলৈ মেলি দিয়ে।[৭] গৰখীয়া ল'ৰাইতক মাতি আনি গৃহস্থই লাখৰ গোটা (মাহ আৰু তিলেৰে ভজা গোট কৰাই) খুৱাই মান ধৰিব লাগে। ইয়াকে 'লাখৰ জোঙা' বোলা হয়।[৮]

গৰু বিহুৰ দিনাখনে বহুতে বাৰীৰ আম-কঠাল তামোল আদি লাগনী গছ তামোলেৰে বান্ধি থৈ দিয়ে (কিছুমান অঞ্চলত উৰুকাৰ দিনাই কৰে)। বহুতে ভঙা নাঙল-যুৱলী আদিও গছজোপাত বান্ধি দিয়ে। বহুতে গৰু কোবোৱা এছাৰিবে "হাজাৰ হাজাৰ থে" অৰ্থাৎ লাখ-বিলাখ কৈ ফল দে বুলি প্ৰতিজোপা গছৰ গুৰিত গৈ কোব সোধায়।

বাভাসকলে গৰু বিহু দিনাখনে মদ-মাংস, চিৰা-পিঠা, লগ-ভাত আদি খাই সময় কটায়। ম'হ যুঁজ, কণী যুঁজ, ঘিলা খেল আদিৰ পৰম্পৰা অতীজত আছিল নে নাছিল ক'ব পৰা নাযায়, কিন্তু বৰ্তমান ইয়াৰ প্ৰচলন নাই। উৰুকাৰ ভোজৰ বাবে সামূহিকভাবে মাছমৰা আৰু চিকাৰ কৰাৰ পৰম্পৰাও বাভা সমাজত অপ্ৰচলিত নাই। পাতিবাভাসকলে বহৰাতী, বগেজাৰী আদি গীত গাই

আনন্দমনেৰে জাকপাতি ইঘৰ সিঘৰত মদ-ঝুগলী খাই ফুৰে।

গৰু বিহুৰ পিছদিনাখনে "কায়নি দুমাছি" অৰ্থাৎ মানুহ বিহু। সিদিনা কনিষ্ঠ সকলে বয়োজ্যেষ্ঠসকলৰ ওচৰলৈ গৈ সেৱা-ভক্তি জনায় আৰু একেলগে মদ-মাংস, চিৰা-পিঠা খায়। ন-জোৱায়েকে নৱপৰিণীতা পত্নীৰ সৈতে শহুৰেক-শাহুয়েকৰ ঘৰলৈ বা ধৰ্ম পিতৃ-মাতৃৰ ঘৰলৈ "চকোপায়কায়" (মদৰ উপঢৌকন) পৰ্ব পালন কৰিবলৈ এনেকুৱা দিনতে ওলায়। সেইদৰে কবিৰাজক মান ধৰিবলৈ বা উপকাৰীজনৰ শলাগ ল'বলৈ (চকো বুজায়কায়) মানুহ বিহুৰ দিনাই সুচল উলিয়ায় লয়। মিতিৰ-কুটুমৰ ঘৰলৈ আহ-যাহ মানুহ বিহুৰ পৰা সাদিনমানলৈকে চলে। গোটেই সপ্তাহটোৱে ৰাভা সকলে দুমাছিৰ নামত কাম-বন নকৰাকৈ পাৰ কৰি দিয়ে। সেইবাবে এই কেইদিন ৰাভাসকলে কি-বাকণ্ডি দুমাছি অৰ্থাৎ কুকুৰা গাহৰিৰ বিহু নামেৰে অভিহিত কৰে। দুমাছিত জাতীয় বাদ্য বিশেষকৈ শিঙা বজোৱা হয় আৰু কোনো কোনো অঞ্চলত তাহানিতে জাতীয় বাদ্য বজোৱা প্ৰতিযোগিতাও চলিছিল। দুমাছি যোৱাৰ লগে লগে শিঙা বজোৱা নিষেধ।

দুমাছিৰ দিনাখন বিশেষকৈ মানুহ বিহুৰ দিনাখন ৰাভাসকলে পূৰ্বপুৰুষৰ নামত মদ-সান্দহ আগ কৰে। মৃতকক বা ৰিছি দেৱতাক মদ আদি নিদিয়াকৈ কোনেও বিহুৰ চিৰা-পিঠা বা মদ-ভাত নাখায়।

ৰাভাসকলে কোনো কোনো অঞ্চলত গৰু বিহুৰ দিনা চোতালত বাৰটা মাহৰ নামত বাৰটা মাটিৰ লাৰু কৰি থৈ দিয়ে আৰু পিছদিনাখন সেই মাটিৰ লাৰু কিমান পৰিমাণে সেমেকি আছে তাৰ ভিত্তিত কোন মাহত কি পৰিমাণৰ বৰষুণ হ'ব সেই বিষয়ে বৰ্ষ-চক্ৰ গণনা-কৰে।

মূলতঃ ৰাভাসকলৰ দুমাছি ভোগ-বিলাসৰ উৎসৱ। খেতি চপোৱাৰ পিছত আজৰি হোৱা বতৰত উপভোগ কৰি পুনৰুজ্জীবিত হৈ লোৱাই এই উৎসৱৰ তাৎপৰ্য্য। কিন্তু ৰাভাসকলৰ দুমাছিত গো-লক্ষ্মীৰ লগত জড়িত আৰু *ভেলানোক* বা মেজিপোৰাৰ লগত জড়িত বিভিন্ন লোকাচাৰে আমাক আন আন অঞ্চলত প্ৰচলিত মাঘবিহু বা মকৰসংক্ৰান্তিৰ প্ৰভাৱৰ কথাও মনলৈ আনি দিয়ে। দ্ৰাবিড় সংস্কৃতিৰ বাহক তামিলনাডু আৰু অন্ধ্ৰপ্ৰদেশত প্ৰচলিত 'মট্টু পুংগল' নামৰ পুংগল উৎসৱৰ তৃতীয় দিনাখন কৰ্ণাটকত অনুষ্ঠিত গো-পূজা (গৰু ম'হৰ) শিংবোৰ চাফ-চিকুণ কৰি ৰংকৰা আদি) নতুবা কৰ্ণাটকত প্ৰচলিত মকৰসংক্ৰান্তিৰ দিনাখন ভজা তিল, শুকান নাৰিকলৰ সৈতে আত্মীয়-কুটুম্বলৈ বিলোৱা আৰু ঢোল-পেপাঁ বজাই গৰু-ম'হৰ পূজা কৰি শোভাযাত্ৰা উলিওৱা আদি লোকাচাৰ আৰু নামনি অসমৰ বিশেষকৈ দক্ষিণ গোৱালপাৰা আৰু দক্ষিণ

কামৰূপত বসবাস কৰা দ্ৰাবিড় সংস্কৃতিৰ বাহক স্বৰূপ কৈবৰ্তসকলৰ মাঘবিহুত পালিত গো-পূজাৰ লোকাচাৰৰ বিশেষ সাদৃশ্য মন কৰিবলগীয় ৰাভাসকলৰ দৰে কৈবৰ্ত সকলেও গৰুক ধেতোৰ ক'লা (গিমচু/ মেহ) মিঠাতেলত গলাই ফোঁট দিয়ে আৰু গৰখীয়াক গোট কৰাই খুৱায়।[৮] সেইদৰে আৰ্য্যসকলে বৈদিক যুগত উদযাপন কৰা মহাব্ৰত সত্ৰত অগ্নিকুণ্ড প্ৰজ্বলনেৰে কৰা অগ্নিপূজাৰ লগত ৰাভা তথা উত্তৰ পূৰ্বাঞ্চলৰ বিভিন্ন জনগোষ্ঠীয়ে ভেলাঘৰ বা হাৰলিঘৰ দাহ কৰা ৰীতিও মন কৰিবলগীয়া। ডিমাছা জনগোষ্ঠীৰ দৰে ৰাভাসকলেও ভেলাঘৰক ভীষ্মৰ চিতা বুলি ভবাটোও আন এক তাৎপৰ্যপূৰ্ণ দিশ।[১০] এইবোৰৰ তুলনা মূলক অধ্যয়ন হ'লে আৰু যে অধিক তথ্য পোহৰলৈ আহিব এয়া ধ্ৰুৱপ।

## পাদটীকা আৰু প্ৰসঙ্গ- সূচী ঃ

১. অৱশ্যে ৰংদানি ফৈদৰ দুই-এখন গাঁৱত ইয়াৰ সৈতে ধৰ্মীয় কৃত্যাদি সম্পাদন কৰা হয়। মায়তৰি ফৈদৰ মাজত সমাদৃত গ্ৰিম্বুদা উৎসৱৰ সৈতে এই ধৰ্মীয় কৃত্যাদিৰ বিশেষ সাদৃশ্য আছে। স্থানান্তৰত এই বিষয়ে উল্লেখ কৰা হৈছে।

২. বিবুৰা উৎসৱত ৰাভাসকলে চ'তৰ সংক্ৰান্তিত অৰ্থাৎ গৰু বিহুৰ দিনাখন গৰুক দীঘলতি-মাখিয়তি (ৰাছৰাক্ৰেংচংচুমুষ্ঠি)ৰে কোবাই গা ধুওৱাৰ উপৰিও বাটচ'ৰাত বুঢ়ী বাঢ়নী আৰু দহিসূতাৰ সৈতে পুৰণি খদাত এখদাকৈ গোবৰ পেলাই থৈ দিয়ে। সেইদৰে উৰুকাৰ দিনাখন 'ৰাছৰাক্ৰেং-চংচুমুষ্ঠি'-ৰ সৈতে বেঁত (বি) আৰু গোপাখি (ৰাক তি'কাম) একগোট কৰি 'মাত্ৰে' হিচাপে বান্ধি গোহালি, বৰঘৰ, ভঁৰাল ঘৰত খুচি থৈ দিয়াৰ উপৰিও কাপোৰ শুকোৱা ডাঁৰ আৰু কুঁৱাৰ পাৰতো থৈ দিয়ে। কাতিগাছ উৎসৱত ধাননি পথাৰলৈ গৈ ঐ খোলত বত্তি প্ৰজ্বলন কৰাৰ উপৰিও কুঁৱাৰ পাৰত আৰু ভঁৰাল ঘৰৰ সম্মুখতো এগছিকৈ বত্তি জ্বলায়।

৩. ইয়াত সন্নিবিষ্ট 'ভেলানোক'ৰ আলোক চিত্ৰটি বৰদামল-সদীয়াপাৰা অঞ্চলৰ, মজাইপাৰা গাঁৱৰ পৰা লোৱা হৈছে (১৩।১।৯৯)। এই ৰংদানি ফৈদ অধ্যুষিত অঞ্চলসমূহতে অতি জাক-জমককৈ 'মা কাণ্টা' নামৰ বাঁহৰ তমাল বা কাঠিৰে নিৰ্মিত চালে চকু খোৱা আহিঁৰে ভেলানোক বিশেষকৈ সাদিনলৈকে অক্ষত অৱস্থাত ৰখা বাদা (বভা) সজোৱা হয়।

৪. কোনো কোনোৱে ক'ব বিচাৰে যে ভেলাঘৰ হল দৰাচলতে বি'ষ্ণুৰ বুলাৰ (বুঢ়া ভীষ্ম?) অন্ত্যেষ্টি ক্ৰিয়া সম্পাদনাৰ্থে নিৰ্মিত চিতাৰ প্ৰতীক। সেয়ে ইয়াক তিনি ঠাইত মেৰ দি সজোৱা হয়। কিয়নো ৰাভাসকলে মৃতকক তিনি ঠাইত (ভৰিত, বুকুত আৰু ডিঙিত) পখালি গঁথিলা দি ভালদৰে চিতাত মেৰাই বান্ধে। ভেলানোকত বাদৰ দিয়াৰ তাৎপৰ্য্য সম্পৰ্কে ক'ব বিচাৰে যে বি'ষ্ণুৰ বুলাই হেনো সত্যযুগত খেনচা-বুদি-নাচা বুদি (কেকোঁৱা আৰু বাঢ়নী বাঢ়ুনী মাছ)ৰ দ্বাৰা পাতালৰপৰা মাটি আনি পৃথিৱী সৃষ্টি কৰিছিল আৰু

বান্দৰ (পুৰুষ) আৰু কাছ (তিৰোতা) এই দুবিধ জীৱৰ পোনতে সৃষ্টি কৰিছিল। বান্দৰক ত্ৰেতাযুগত সজ্জনৰ সহায়াৰ্থে (শ্ৰীৰামচন্দ্ৰক কৰ্ম কৰিবলৈ নিৰ্দেশ দিছিল। সেইদৰে মায়াজালৰ অধিকাৰী দৃষ্টি সম্পন্ন) কুকুৰা চৰাইক নিদ্ৰাতুৰ মানৱৰ হিতাৰ্থে ৰাতি পৰে পৰে তিনি ডাক দি মানুহক 'ৰাতি থাকা জাগি শুৱা' অভ্যাসত লিপ্ত ৰাখিবলৈ নিৰ্দেশ দিছিল। সেইবাবেহে হেনো ভেলাঘৰ পোৰা দিয়া গৰখীয়া ল'ৰাইঁতে গা ধুব লাগে আৰু সিহঁতক লাখৰ গোটা (গোট কৰাই) খুৱাই শব সংকাৰৰ পিছত 'কালাই পানী' খুৱাই প্ৰায়শ্চিত্ত কৰাৰ দৰে উদ্ধাৰ কৰিব লাগে। গৰখীয়া ল'ৰাইঁতে গোৱা দুমাহি গীতত সেয়ে শ্ৰাদ্ধ গীতৰ দৃষ্টান্ত পোৱা যায়। সংবাদ ঃ বঁতল ৰাভাৰ পৰা শুনা তথ্যৰ আলমত শ্ৰীদৰহন ৰাভা মুলুক (৮০ বছৰ), মজাইপাৰা ১৪।১।৯৯ ইং

৫। উৎস ঃ শ্ৰীপ্ৰশান্ত কুমাৰ ৰাভা (২৫), মজাইপাৰা।
শ্ৰীকানুৰাম ৰাভা (৩০), মজাইপাৰা।

৬। উৎস ঃ শ্ৰীটিমিত ৰাভা হাতো (৫৫), মজাইপাৰা।

৭। ৰাভাসকলে সমূহীয়াভাৱে পাল পাতি একোজনে গোট লাখৰৰ নেতৃত্বত নতুবা বহুবটোত একোজনকৈ লাখৰ হুৱা ৰাখি গাইগুটীয়াভাৱে গৰু চৰায়। গোট লাখৰে দুমাহি বা মাঘ বিহু পৰ্যন্ত গৰুৰ তদাৰক কৰে আৰু বিচুৱা বা বহাগ বিহুলৈ কৰ্মবিৰতি পায়। সেয়ে পৰম্পৰা অনুযায়ী উৰুকাৰ দিনাখনে গোট লাখৰজনে গৃহস্থৰ ঘৰে ঘৰে গৈ গৰু চমজি দিয়া' লোকাচাৰ আছে। সেইদিনাখনে গৃহস্থই গোট লাখৰজনক চিৰা-সান্দহৰ টোপোলা, চাউল-দাইলৰ সিধাৰে বিদায় দিয়ে। সংবাদ ঃ শ্ৰীবিশ্বেশ্বৰ পাটগিৰি (৫৮), কৈমাৰী (ধূপধৰা)।

৮। কোনো কোনো অঞ্চলত ৰাইজে উৰুকাতে গৃহস্থৰ বহাগৰ পৰা পুহ মাহৰ ভিতৰত জগা দামুৰীয়ে প্ৰতি চাৰি আনি জোখৰ জোৰা-মদ একোটাকৈ নতুবা চেঁউৰীয়ে প্ৰতি ৭টা তামোল ৭ খিলা পাণ আৰু দামুৰিয়ে প্ৰতি ৫ টা তামোল ৫ খিলা পাণ পঁচা তুলি ভোজ-ভাত খায়। সংবাদ (১) শ্ৰীবিশ্বেশ্বৰ পাটগিৰি (৫৮) (২) শ্ৰীমলয়া ৰাভা (৩০), চিলুক (দুধনৈ)

৯। উত্তৰবঙ্গ আৰু নামনি অসমৰ কোচ ৰাজবংশীসকলৰ মাজতো অনুৰূপ প্ৰক্ৰিয়াৰে ঘৰবেৰা, ভেলাঘৰক চিতা জ্ঞান কৰা, খেহলী খেতেলি বং উলিয়াই বাঁহৰ চুঙাৰে গৰুক কোট দিয়া আদি লোকচাৰেৰে মাঘৰ 'দোমাহী' পালন কৰে, (অৰুণ কুমাৰ ৰায়) 'কোচ ৰাজবংশী জনগোষ্ঠীৰ মাঘমাহৰ দোমাহী পালনৰ তাৎপৰ্য্য', কোচ-ৰাজবংশী জনগোষ্ঠীৰ প্ৰাচীন কলা কৃষ্টিৰ তাৎপৰ্য্য, ১৯৯৩

১০। উপেন ৰাভা হাকাচাম ঃ 'ভিমাহু সকলৰ কিছু আৰু হাবলি ঘৰ', সমকাল, ১ম বছৰ, ১১শ সংখ্যা, ১৯৮৯।



# (৯) সোনোৱাল কছাৰী সমাজত মাঘ বিহু

**শ্ৰীজুনুমণি সোনোৱাল**

পুহৰ সংক্ৰান্তিলৈ ১৫/২০ দিনমান থাকোঁতেই গাঁৱৰ গৰখীয়া ল'ৰাই মাঘ বিহুৰ মেজিলৈ বুলি ওচৰৰ হাবিকপৰা গছ কাটি আনি খৰিৰ যোগান ধৰে। হাবি নাথাকিলে কাৰোবাৰ এৰাবাৰীৰ পৰাই গৃহস্থৰ অনুমতি লৈ কাঠ-বাঁহৰ যোগাৰ কৰে। তাৰ পাছত মুকলি নৈৰ পাৰত, বিলৰ পাৰত নতুবা পথাৰত মেজি সাজিবৰ বাবে ঠাই টুকুৰা নিৰ্বাচন কৰি কাঠ খৰিবোৰ ফালি শুকুৱাবলৈ দিয়ে। আজি কালি সকলো গৰখীয়াই পঢ়াশালিলৈ যোৱা বাবে পঢ়াশালি ছুটী হোৱাৰ পাছত নতুবা বন্ধৰ দিনত এনেদৰে খৰি-কাঠৰ যোগাৰ কৰে। খৰিবোৰ ৰখীয়া হ'বৰ বাবে নৰাৰে "ভেলাঘৰ" সাজে। সাধাৰণতে ঠিক মেজি সাজিবলৈ আৰম্ভ কৰাৰেপৰা "ভেলাঘৰ"ত গৰখীয়াই ৰাতি খাপিবলৈ আৰম্ভ কৰে। সন্ধ্যা ভাত-পানী খাই চুবুৰীৰ গৰখীয়াই "ভেলাঘৰ"ত থাকি মেজি ৰখীয়া হয়। ওৰে ৰাতি ঢোল, পেঁপা বজাই, ৰং তামাচা কৰি কটায়। পুৱা হ'লে নিজৰ নিজৰ ঘৰলৈ গুচি আহে।

সোনোৱাল কছাৰীসকলে সদায় কাঠৰ মেজি সাজে দুটাকৈ। মেজিটো সাজিবৰ সময়ত পুব-পশ্চিম, উত্তৰ-দক্ষিণাকৈ প্ৰায় ৪/৫ দুটা মান দীঘল আৰু আধাফুটমান বহল আৰু সেই অনুপাতে দ' কৰি গাঁত একোটা খান্দে। তাৰ পাছত চাৰিওফালে চাৰিটা গোটা বাঁহৰ খুটা পুতি চাৰিকুণীয়াকৈ কাঠ খৰিবোৰ থাক-থাককৈ সজাই যায়। ১৫/২০ ফুট মান ওখকৈ এনেদৰে সজায়। ওপৰৰ ফালে ক্ৰমান্বয়ে সৰু সৰু কাঠৰ খৰিবোৰ দিয়াত, ওপৰলৈ ক্ৰমে ত্ৰিভুজৰ আকৃতিত মেজিটো সৰু হৈ গৈ থাকে। মেজিটো সজা শেষ হ'লে মাজৰ খালী অংশত কেঁচা কাঠ-বাঁহ ঠাহ খুৱাই শুকান বাঁহ-কাঠৰ মাজে মাজে ভৰাই দিয়া হয় আৰু একেবাৰে ওপৰ অংশত দেখিবলৈ ধুনীয়া হ'বৰ বাবে কেঁচা কাকিনী তামোলৰ গছ (পাতেৰে সৈতে) বা ধুনীয়া জোঙা আগ থকা পাতৰ গছৰ ডাল ভৰাই মেজিটো সম্পূৰ্ণ কৰে। চুবুৰীয়ে চুবুৰীয়ে সজা মেজিবোৰ কোনে কিমান ডাঙৰ কৈ আৰু আকৰ্ষণীয়কৈ সজাব পাৰে, তাকে লৈ গৰখীয়াৰ পাছত শীতল প্ৰতিযোগিতা চলে।

পুহৰ সংক্ৰান্তিৰ দিনা প্ৰত্যেক গৃহস্থই ঘৰ-দুৱাৰ মচি-কাছি কাপোৰ-কানি ধুই-পখালি নিজকে শুদ্ধ কৰে। তাৰ পাছত বাৰীৰ সকলো লাগনি গছত আম, কঠাল, লেতেকু, পনিয়ল, তামোল আদি গছত বাঁহৰ তঙালেৰে বা ধান খেৰেৰে

বান্ধে। বৰ ঘৰ, ভ'ৰাল আদিয়ো বান্ধে। এনেদৰে বান্ধোতে "পৰশুকুণ্ডলে নাযাবি। থোপা থোপে লাগিবি" বুলি গায়। তাকে নকৰিলে গছত ফল-মূল নধৰে বুলি জনবিশ্বাস আছে। বৰঘৰ, ভ'ৰালঘৰ নাবান্ধিলে হেনো ঘৰৰ লখিমী আঁতৰি যায়। ঘৰৰ জীয়ৰী-বোৱাৰীয়ে পিঠা-পনা প্ৰস্তুত কৰে। সন্ধিয়াতে কাঠ আলু, মোৱা আলু, মিঠা আলু, কচু আদি সিজায়। কিছুমানে ভাপত দিয়ে। ৰাতি নতুন মাহ, নতুন চাউলৰ মাহ-কৰাই প্ৰস্তুত কৰে। ঘৰে ঘৰে নতুন পাচলিৰে মাছে মঙহে বিধে বিধে আঞ্জা বান্ধে। ইফালে গৰখীয়া বিলাকে সেইদিনা ৰাতি গাই পতি চান্দা তুলি ভোজৰ আয়োজন কৰে। আগতে এনে অনুষ্ঠান কেৱল গৰখীয়াৰ বাবেহে আছিল। আজি-কালি চুবুৰীৰ দুই চাৰিজন বুঢ়া-মেথা আৰু বোৱাৰী-জীয়ৰীকো ভোজলৈ আমন্ত্ৰণ কৰা দেখা যায়। ভোজত মাছ-মঙহ উভয় নদী হয়। সোনোৱালসকলৰ মাজত প্ৰচলিত এটি জনবিশ্বাস হ'ল গৰখীয়া ভকতেই আটাইতকৈ ডাঙৰ ভকত। গৰখীয়া ভকতৰ সমান আন কোনো হ'ব নোৱাৰে। তেওঁলোকে যি বৰ বা অভিশাপ দিয়ে সি নফলীয়া কৈ নাথাকে। গতিকে বহুতে সেই দিনা গৰখীয়া ভকতৰ আশীৰ্বাদ লবৰ বাবে যায়। গৰখীয়া সকলে ভাতৰ পাতত বহি ভাত খোৱাৰ আগতে গৰখীয়াৰ বৰ লবলৈ অহা সকলো লোককে গৰখীয়া ভকতৰ আগত আঁঠু লবলৈ দি বৰ দিয়ে। কিছুমানে মনৰ কামনা পূৰ্ণ হবৰ বাবে পাৰ, হাঁহ, কুকুৰা, পাণ-তামোলেৰে দক্ষিণা সহ সভক্তিৰে মান কৰে। ভোজত তেওঁলোকেও অংশ গ্ৰহণ কৰে। গোটেই ৰাতি ঢোল, পেঁপাৰ মাতে ৰজনজনাই থাকে। ছেগ বুজি তাৰে কিছুমান গৰখীয়াই লোকৰ বাৰীৰ আলু, কবি আদি চুৰ কৰি ফুৰে। মাঘবিহুত চুবুৰীৰ এঘৰ মানুহৰ বাৰীত সোমাই হ'লেও চুৰ কৰিবই। চুৰ কৰাটো ৰং-ৰইচৰ ভিতৰতে ধৰা হয়। আজি-কালি অৱশ্যে ইয়াৰ মাত্ৰা বেছি হোৱাৰ কেতিয়াবা অশান্তিৰ কাৰণো নোহোৱাকৈ নাথাকে। আনহাতে বিহুতলীত ঢোল, পেঁপাৰ মাতত কৈ বিহু গীতৰ কেছেটৰ পয়োভৰহে বেছি। কেছেটৰ মাতত ওচৰ চুবুৰীয়া শুব নোৱাৰা হয়।

পিছদিনা পুৱা কাহিলি কাহিলি পোহৰ হোৱাৰ আগতেই মাক-দেউতাক নোহোৱা মাউৰা ল'ৰাই নদীত বা বিলত গা-পা ধুই তামোল-পাণেৰে সেৱা এটি জনাই মেজিত অগ্নি সংযোগ কৰে। মেজি জ্বলি উঠাৰ লগে লগে আলু, কচু, মাহ কৰাই অগ্নিৰ নামত স-ভক্তিৰে জুইত দিয়ে। গৰখীয়াসকলেও আলু, কচু, মাহ-কৰাই খায়। শুকান খৰি পাই মেজি দপ দপকৈ জ্বলি উঠাৰ লগে লগে মেজিৰ মাজত ভৰাই দিয়া কাকঁ বাঁহবোৰ ফুটে। হিলৈৰ প্ৰচণ্ড আৱাজত টোপনিত লালকাল হৈ পৰি থকা পশু-পক্ষী, মানুহ সাৰ পাই যায়। ইতিমধ্যে দশোদিশে পোহৰ হৈ আহে। মেজি জ্বলি শেষ হোৱাৰ পাছত আগদিনা গঞা

ৰাইজে গৰখীয়াসকলক উছৰ্গা কৰা হাহঁ, পাৰৰ মণ্ডহৰে "বাহী ভোজ" খায়। মানে দুপৰীয়া আকৌ ভোজ এটা হয়। কিছুমানে বিহুতলীতে আন কিছুমানে অন্য নদীৰ পাৰলৈ গৈ এই ভোজ খায়। তাৰ পাছত ভেলাঘৰ জ্বলাই দিয়ে।

বিহুৰ দিনা সাধাৰণতে ঘৰত ভাত ৰন্ধা নহয়। সকলোৱে চিৰা-তিলপিঠা, গুৰ, দৈ গাখীৰ, হৰুম জলপান, কোমল চাউল, কাঠ আলু, মোৱা আলু, মিঠা আলু, কচু, নতুন মাহ-চাউলৰ মাহ-কৰাই খাই দিনটো উলহ মালহ কৰি কটায়। ঘৰে ঘৰে জা-জলপান খোৱাৰ আনন্দত অগ্নি দেৱতাক উছৰ্গা কৰে। মাঘ বিহুত আলু, কচু নাখালে হেনো পিছৰ জনমত গাহৰি হৈ জন্ম লয়।

সন্ধ্যা কিছুমান পৰিয়ালে মৃতকক পূজা কৰে। ইয়াক "মৰাক দিয়া" বোলে। সেইদিনা পুৱাই মৃতকক উদ্দেশ্যে কৰি ৰখা পিঠা-পনা, আলু-কচু আৰু মাছ- মাংসেৰে ৰন্ধা ভাত উপৰি পুৰুষৰ নজন দেৱতা আৰু বসুমতীক উদ্দেশ্যে কৰি ১১ টা ভাগত সজাই বাৰীৰ এচুকত থৈ আহে। মৃতকক আগ কৰা এনে বস্তুবোৰ যদি দুই-তিনিদিনলৈ কোনো কুকুৰ, কাউৰীয়ে নুচুৱে তেতিয়া সেইঘৰ গৃহস্থৰ অমংগলৰ চিন বুলি ধৰা হয়। তেতিয়া পুনৰ চৰু-বাতি ধুই পখালি শান্তি-পানী ছটিয়াই পুনৰ নতুনকৈ সকলো বস্তুৰ যা-যোগাৰ কৰি মৃতকলৈ আগ কৰিব লাগে। আন কিছুমান পৰিয়ালে সেইদিনা ভৰাল ঘৰ আৰু গোহালিতো পূজা-অৰ্চনা কৰে। পূজা-অৰ্চনা কৰা নিয়ম বংশ আৰু পৰিয়াল ভেদে বেলেগ বেলেগ হোৱা দেখা যায়। কিছুমানে মাহ-প্ৰসাদৰ জৰিয়তে কৰে, আন কিছুমানে কুকুৰাৰ লগত কৰে। কিছুমান পৰিয়ালে মাঘ বিহুত মৃতকৰ নামত 'পিৰ' দিয়ে। পুখুৰীৰ পাৰত বা বিলৰ পাৰত পকা কল আৰু পিঠা দিয়াকে "পিৰ দিয়া" বোলা হয়। নামঘৰত গাঁৱৰ বুঢ়া-মেথাসকলে মাহ-প্ৰসাদৰ শৰাই আগবঢ়ায়। থলুৱা ভাষাত ইয়াক "নামঘৰত বিহুৰ দিনা তামোল কাটিছে" বুলি কয়। আগৰ দিনত বিহুৰ দিনা চুঙা-চাউল, চুঙা-পিঠা প্ৰস্তুত কৰিছিল। আজি-কালি এইবোৰ প্ৰায় নোহোৱাৰ দৰেই হৈছে। তাৰ সলনি নাৰিকলৰ লাডু, কেক, কাটানিমৃকি আদিয়ে ঠাই পাইছে। এনেদৰেই অন্যান্য জনজাতিৰ দৰে সোনোৱাল কছাৰীসকলেও মাঘ বিহু পালন কৰি আহিছে। ক্ষেত্ৰ বিশেষে অধ্যয়ন কৰিব পাৰিলে হয়তো এই সম্পৰ্কত আৰু বহুতো তথ্য বাহিৰলৈ আনিব পাৰি। কাৰণ কিছুমানৰ মতে মাঘবিহুৰ মেজিটো হেনো ভীষ্মৰ শৰশয্যাৰ প্ৰতীক। কিন্তু কথাটোৰ সত্যতা বিচাৰ কৰা সহজ নহয়। তদুপৰি মাঘবিহুৰ লগত আচাৰ-অনুষ্ঠানো সোনোৱাল কছাৰীৰ ভিতৰতে বংশ ভেদে আৰু অঞ্চলভেদে বেলেগ বেলেগ। সেয়েহে ইয়াৰ ওপৰত বিতং আলোচনা কৰাৰ যথেষ্ট থল আছে। ◆

# (১০) ডিমাছাসকলৰ মাজত মাঘবিহু

চাও লোকেশ্বৰ গগৈ

"ঠিবিলিংহা ভংবোহা জবান কালাইবা/হোই হোই নাগাসাবাও ডাংহি জিমাঠি/আজাংজাং আজাংডে আজাং/কাইডিং নাইকাবো আজাং মাজাংদাও।" এয়া সহজ-সৰল নিমাখিত ডিমাছা ভাই সকলৰ বিহুৰ পেঁপাৰ বোল। ইয়াৰ অৰ্থ এনেধৰণৰ খেৰনিৰ মাজত কথা দিছিলা/শুনা শুনা মৰমৰ ডেকা আহা মিলো আমি/মৰমৰ চেনাই আৰু মোৰ মাজত কোন ধুনীয়া/ঘূৰি ঘূৰি চালেও তোমাতকৈ ধুনীয়া নাই।

ভাৰতৰ উত্তৰ-পূৰ্বাংশত বসবাস কৰা ডিমাছাসকল হাসাউ (পৰ্বতীয়া অঞ্চল), ডিজুৱা, ডেমেৰা আৰু হাবাৰ এই চাৰিটা গোটত বিভক্ত। হাসাও অঞ্চল হৈছে, ৱালগং (লামচাখাঙৰপৰা লামডিং পৰ্য্যন্ত), লাংল বাবাৰ (লামডিঙৰপৰা পংতুলিয়েট পৰ্য্যন্ত)। লাংল বাবাৰ লোমডিঙৰপৰা লাংচুলিয়েট পৰ্য্যন্ত), আৰু হামৃ লোমডিঙৰপৰা মুপা পৰ্য্যন্ত। ডিজুৱা গোটত আছে, ডিজুৱা (বৰ্ত্তমান নগালেণ্ডত বসবাস কৰা ডিমাছাৰ ভূমিখণ্ড) আৰু মহংডিজুৱা (শিলভেটাৰ পৰ্বতীয়া অঞ্চলৰপৰা চিলনীজান ব্যাপী), ডেমেৰা গোটত আছে, য়াপাং (হোজাইৰপৰা যমুনামুখৰ নামনি অঞ্চল), আলংকা (লংকাৰপৰা লামচাখাং পৰ্য্যন্ত) আৰু মৌডঙা (হাওৰাঘাটৰপৰা বকলিয়া পৰ্যন্ত। হাবাৰ গোটত আছে, বাম আৰু হাবাৰ্মা অঞ্চল। হাবাৰ অঞ্চলক বৰাক নৈয়ে দুখণ্ড কৰিছে। ইয়াৰ দক্ষিণৰ এলেকাক বাম আৰু উত্তৰ পাৰক হাৰ্বামা বোলে। মুঠতে সমগ্ৰ কাছাৰ আৰু কৰিমগঞ্জ অঞ্চল ডিমাছা অধ্যুষিত অঞ্চল বুলি কব পাৰি।

এই চাৰিওটা গোটৰ উমেহতীয়া কৃষ্টি-সংস্কৃতিৰ লগতে প্ৰতি গোটৰ নিজা নিজা সামাজিক ৰীতি-নীতি, ভাব-ভাষা, নৃত্য-গীত আদিৰ বৈশিষ্ট্য আছে। ইয়াৰ ভিতৰত ডেমেৰা গোটে মাঘ বিচু (বিহু) পালন কৰা এই লেখকে দেখা পাইছে। সম্ভৱ ভৈয়াম অঞ্চলৰ অনা-ডিমাছাসকলৰ পৰাই ডিমাছাসকল প্ৰভাৱাম্বিত হয়। তেওঁলোকে পুহ-মাহৰ সংক্ৰান্তিৰ সৈতে সংগতি ৰাখি, তিনি দিনৰপৰা সাত দিনলৈকে ৰাতি উজাগৰে থাকিবৰ বাবে সাতোটা হাৰজি ঘৰ সাজে। হাবলি ঘৰ সাজিবৰ কাৰণে গৰখীয়াবিলাকে প্ৰায় চৈধ্য দিনৰ আগৰপৰা খৰি, বাঁহ, ধানখেৰ আদি সংগ্ৰহ কৰে। সংগৃহীত বস্তুৰে হাৰুলি (মেজি) আৰু নোফাইলা (হাৰুজি ঘৰ) সাজে। হাৰুজি ঘৰবোৰৰ আকৃতি, নাম আৰু প্ৰতীক

বেলেগ বেলেগ। প্ৰতীক বোৰেই প্ৰমাণ কৰে যে, কোনটো হাৰুলি ঘৰ কাৰ কাৰণে সজোৱা। এই প্ৰতীকবোৰ খেৰ, বাঁহ, জকা, ডাল আৰু কাঠৰে সজা হয়। বিশেষকৈ গাভৰুসকলৰ বাবে সজা হাৰুলি ঘৰৰ পদূলিত আৰু বাকী কেইটা হাৰুলি ঘৰৰ মূধচত প্ৰতীক স্থাপন কৰা দেখা যায়। ৰজাৰ নিমিত্তে সজা হাৰুলি ঘৰৰ মূধচত ধান খেৰেৰে সজা মানুহৰ প্ৰতিকৃতি স্থাপন কৰে। এনে প্ৰতিকৃতিৰ হাতত থাকে ধনু-কাঁড় আৰু ককালত থাকে ধান খেৰৰ তৰোৱাল, যি ৰজাৰ বীৰত্বৰ কথাৰেই ইংগিত দিয়ে। ৰাণীৰ হাৰুলি ঘৰৰ মূধচত ধানখেৰৰ নৰ আকৃতিৰ প্ৰতীক এটি স্থাপন কৰে, যাৰ মূৰত ময়ূৰ বা কুকুৰা চৰাইৰ নেজ খাঁজি দিয়ে। ই মহিলাৰ অলংকাৰ স্বৰূপ। বোকোচাত কেঁচুৱা বান্ধি লোৱা নৰৰ প্ৰতিকৃতি থকা হাৰুলি ঘৰটোৱেই হৈছে অবিবাহিতসকলৰ বাবে সজা। এনে ধৰণৰ প্ৰতীকে সংসাৰিক জীৱনৰ কথাৰেই ইংগিত দিয়ে। পাতসহ সাতটা ঠানিৰে সজা বা অলংকৃত কৰা প্ৰতীকযুক্ত হাৰুলি ঘৰেই হৈছে নাগাৰাওৰ হাৰুলিঘৰ। ই অবিবাহিত হৈ থকা কথাৰেই ইংগিত দিছে। নাগাৰাও মানে ডিমাছাসকলৰ ডেকাচাঙৰ দলপতি। গছা হাতত লোৱা বা কান্ধত লোৱা নৰৰ প্ৰতিকৃতি থকা হাৰুলি ঘৰেই হৈছে চোঙৰ (প্ৰহৰী), যি ৰজা আৰু ৰাণীৰ দেহৰক্ষীৰ কথাৰেই ইংগিত দিয়ে। মাখলানিৰ বাবে সজা হাৰুলি ঘৰৰ সন্মুখত পাতসহ কলগছ এজোপা ৰোৱা হয়। কলগছ জোপাত আকৌ কলডিলযুক্ত কল এথোক থাকিব লাগে। কলজোপাৰ ডিঙিলৈকে ধান খেৰৰ তাৎপৰ্য্যবোৰ এনেকুৱা যথা, কলগছজোপা হৈছে নাৰীৰ প্ৰতীক, জুমুঠিৰ মেৰে বুকুত ৰিহা বস্ত্ৰ পৰিধান, কলথোকে মাতৃত্ব, কলডিলে প্ৰজনন শক্তি আৰু কল পাতে নৱবৰ্ষক আদৰণি জনোৱা কথাকেই সূচায়।

তেওঁলোকে আলোচনা কৰি এৰলীৰে ভৰা বহল পথাৰ এখন নিৰ্বাচন কৰি লয়, য'ত হাৰুলি ঘৰবোৰ সাজি আড়ম্বৰেৰে মাঘ-বিচু পালন কৰিব পাৰি। ঠাইডোখৰ চাফ্-চিকুণ কৰি মূল হাৰুলিটো উত্তৰ-দক্ষিণ মূৱাকৈ সাজে। ইয়াৰ মাজৰ অংশ প্ৰায় ৫০০ ছেঃমিঃ মাটি কালি হব লাগে। ৰজা আৰু ৰাণীৰ হাৰুলি ঘৰৰ কাষত ল্যেঙৰ বাবে দুটা হাৰুলি ঘৰ সজা হয়। সাধাৰণতে দুই মূৰে ল্যেঙৰ হাৰলিত স্পৰ্শ কৰাকৈ এটা বৃত্ত কল্পনা কৰি লোৱা হয়। ইয়াৰ পৰিধিত স্থাপন কৰিব পৰাকৈ অন্যান্য হাৰুলিবোৰ সজা হয়। প্ৰায় ১৫ শ বৰ্গ ছেঃ মিঃ মাটি কালিৰ চ'তালত গোটেই নিশা নাগাৰাও আৰু মাখলানিয়ে মিলি দেহ-প্ৰাণ ঢালি বিহু নৃত্য কৰে, খ্ৰাম (ঢোল), চুফেন (মুৰলী, বাঁহৰে সজা এবিধ বাদ্যযন্ত্ৰ), মুৰিছা (সৰু মুৰলী বাঁহৰে সজা এবিধ বাদ্য যন্ত্ৰ), মুড়ী, পেঁপা আদি বজাই চাৰিও দিশ উছৱ মুখৰ কৰি তোলে। গাভৰুসকলে বিহুগীত গায় এনেকৈ, "খিৰিলুংহা খামতাতে/জবান খালাইবা/বাথিলুংহা দংবাহা/জবান

ৰিলাইবা হে হে হেই, হে হে হেই/হে মংগলাছুৰাও দাওহে গাইন মাথিই"। অৰ্থ "খেৰৰ তলিত বহি জবান দিছিলি তই/বাঁহনিৰ তলিত থাকোঁতে কথা দিছিলি তই/হে হে হেই, হে হে হেই/হেৰা। ডেকাসকল নিবনে জীৱনৰ সংগী মোক।" আকৌ ডেকাসকলে কয় এনেদৰে "হে হে হেই, হে হে হেই/হেৰা! গাভৰুসকল হবানে সংসাৰৰ সুখ-দুখৰ লগৰী।" বিহুনাচ দৰ্শনৰ সুবিধাৰ অৰ্থে হাৰলিঘৰবোৰৰ কাষত 'নোফাইলা' (ভেলাঘৰ) সাজে। ইয়াতেই বহি বয়োজ্যেষ্ঠসকলে অপাৰ আনন্দ পায় আৰু যৌৱনৰ দিনলৈ মনত পেলায়।

ডেমেৰা অঞ্চলত ঠাইভেদে সাতটাৰপৰা তেৰটালৈকে হাৰুলি সজা দেখা যায়। প্ৰথম শাৰীৰ মধ্যস্থানত 'স্গাৱ' (ৰজা) আৰু 'ফাৰাই' (ৰাণী) নামে দুটি হাৰুলি ঘৰ সাজে। ইয়াৰ পাছত সগাৱ আৰু ফাৰাই হাৰলিৰ ফালে অৰুল দূৰত দুটাকৈ মেজি স্থাপন কৰে। স্গাৱৰ ফালে থকা মেজি দুটাৰ নাম ক্ৰমে 'স্গাৱনি ল্যেং' (ৰজাৰ প্ৰহৰী) আৰু 'স্গাৱনি ল্যেংনি ল্যেং' (ৰজাৰ প্ৰহৰীৰ প্ৰহৰী)। আনফালে ফাৰাই ফালেও দুটা হাৰুলি স্থাপন কৰে যথা, 'ফাৰাইনি ল্যেং' (ৰাণীৰ প্ৰহৰী) আৰু ফাৰাইনি লেংনি ল্যেং' (ৰাণীৰ প্ৰহৰীৰ প্ৰহৰী)। ইয়াৰ পাছৰ শাৰীত থাকে 'নাগাৰাওনি হালুৰি (ডেকাসকলৰ মেজি) আৰু 'মাটলাৰাওনি হালুৰি' (গাভৰুসকলৰ মেজি) ধান খেৰৰে এডলীয়াকৈ পকাই দীঘলীয়া কৰি, হাৰুলিবোৰৰ চৌপাশে বেৰা দিয়া হয়। মাত্ৰ ইয়াৰ ভিতৰলৈ সোমাবলৈ বাট এটি ৰাখে, যি বাটেদি প্ৰথমে প্ৰবেশ কৰোতে কেতবোৰ ৰীতি-নীতি পালন কৰিব লাগে। হাৰুলিবোৰৰ চৌপাশে ওজাই তন্ত্ৰ-মন্ত্ৰ গাই এপাক ঘূৰে। ওজাৰ পিছে পিছে বাকীসকলে বাদ্য-যন্ত্ৰ বজাই চৌদিশ আনন্দত আন্দোলিত কৰি তোলে। ইয়াৰ অন্তত হাৰুলি কেইটাত ওজাই শিৱ-পাৰ্বতী আৰু মায়া-উফাং (অপায়-বিঘিনি ডাইনী) দেৱীলৈ উছৰ্গা কৰি, কুকুৰা চৰাইৰ কণী এটি বলি দিয়ে। ইয়াৰ তাৎপৰ্য্য হ'ল 'যাগাইংজু'ৱে (ডাইনী) হাৰুলিত অগ্নিসংযোগ কৰোতে কোনো অপায়-অমংগল নঘটায়।

হাৰুলিৰ আন নাম 'দিয়া-মাছাও', যাৰ অৰ্থ হৈছে, নৈত উটুৱাই দিয়া। দিয়া-মাছাও নামৰো এটা তাৎপৰ্য্য আছে। গৰখীয়া লৰাবিলাকে চ'ত মাহৰ সংক্ৰান্তিৰ দিনা ভীষ্ম পিতামহক চিতাত তুলি থৰি দিছিল বুলি বিশ্বাস কৰি আহিছে। সেয়ে তেওঁলোকে ডোকমোকালিতে নৈ বা বিলত স্নান কৰি, ম'হৰ শিঙৰ পেঁপাত বোল দি, হাৰুলিৰ চৌপাশে সাতপাক ঘূৰে। সাতপাক ঘূৰাৰ তাৎপৰ্য্য হ'ল সপ্ততল আৰু তাত বসবাস কৰা পিতা-প্ৰপিতামহক তৰ্পন কৰা। ইয়াৰ অন্তত বিষ্ণুৰ নাম লৈ হাৰুলিবোৰত অগ্নি সংযোগ কৰে। হাৰুলিৰ চৌপাশে ঘূৰি ঘূৰি পেঁপা বজাওতে গোৱা 'গাজাইৰাও' দেৱতাৰ নাম এনে ধৰণৰ যথা,

*গাজাইবাওনী বাচ্ছা/গাজাইবাওনী বিচিক্সে/মাডাইবাওনী ছিকি (বিচিক/মাডাইবাওনী ছা (বাচ্ছা গাজাইবাও*

*বখে নাইছো লাতু/বখে নিচো লাতু।*

*অর্থ গাজাইবাওৰ পুত্র/গাজাইবাওৰ পুত্রী*

*ভগবানৰ সন্তান (পুত্র) /ভগবানৰ পুত্রী*

*গাজাইবাও*

*তোমালৈ মনত পৰিছে/তোমাক সোঁৱৰিছো।*

গাজাইবাও দেৱতাৰ সন্তোষৰ অৰ্থে জুডি (ঘৰুৱা মদ), তামোল-পাণ আদি উছৰ্গা কৰে। ইয়াৰ অন্ততমেজিৰ ছাইবোৰ সংগ্ৰহ কৰি নৈত উটুৱাই দিয়ে। ইয়াৰ তাৎপৰ্য্য হৈছে, ছাইবোৰে নানা ঠাইত সিঁচৰিত হৈ ভূমিৰ উৰ্বৰতা বৃদ্ধি কৰা। দিয়া-মাছাওবোৰত অগ্নি সংযোগ কৰাৰ পাছতহে বাকী হাৰুলি ঘৰবোৰত অগ্নি সংযোগ কৰাৰ পৰম্পৰা আছে। অৱশ্যে কোনো কোনো মানুহৰ শস্য চপাবলৈ থাকিলে বা মৰণা মাৰিবলৈ বাকী থাকিলে, বিহু দিনা বিহু নৃত্যও সাময়িক ভাবে বন্ধ থাকে। উল্লেখিত কামবোৰ কৰি শেষ হোৱাৰ পাছত পুনৰ বিহু নৃত্য আৰম্ভ হয় আৰু ইয়াৰ অন্ততহে হাৰুলি ঘৰবোৰত অগ্নি সংযোগ কৰে।

ডিমাছা বসতি অঞ্চল নভঙাত আকৌ পূবা-পশ্চিমাকৈ মিজিং সাজে (মিজিং মানে মেজি)। তেওঁলোকে মেজিবোৰ পাঁচটা, সাতটা বা নটাকৈ বিযুৰীয়াকৈ সাজে। পূব ফালে থকা প্ৰথম মিজিংটো প্ৰায় দহ-বাৰ হাত ওখ আৰু বাকীকেইটা যথাক্ৰমে চাপৰ হৈ অহা দেখা যায়। মিজিংবোৰ ধানখেৰৰ দীঘল দীঘল সাতটা আঁটি বা জুমুঠিৰে মেৰিয়াব লাগে। জুমুঠিবোৰ এটা মেৰিয়াই শেষ হলে আনটো মেৰিয়াই লয়। এনেকৈ প্ৰতি মিজিঙত সাতটা জুমুঠি প্ৰয়োগ কৰিব লাগে। সাতটা জুমুঠিৰ গূঢ়াৰ্থ হৈছে সপ্ত ধাতু। সপ্তধাতুক ইয়াত শৰীৰৰ ৰস, তেজ, মাংস, তেল, শুক্ৰ, মজ্জা আৰু অস্থিক বুজুৱা হৈছে। প্ৰতিটো মিজিঙৰ নামো বেলেগ বেলেগ।

নভঙা অঞ্চলৰ ডিমাছাসকলৰ লৰা-ছোৱালী আৰু গাভৰুসকলে নিশাটো কটাবৰ বাবে নোফাইলা সাজে। ইয়াৰ সামান্য নিলগত মুকলি ঠাইত জুহাল এখন থাকে। ইয়াতেই বয়োজ্যেষ্ঠসকলে জুই পুৱাই আৰু নানা ৰংৰহইচৰ কথা কৈ আনন্দ কৰে আৰু জুডি পান কৰে। তেওঁলোকে ৰাতি তিনিবাৰকৈ ভোজ-ভাত খায়। এবাৰ ন বজাৰ ভিতৰত, এবাৰ বাৰ আৰু এক বজাৰ ভিতৰত আৰু শেষৰবাৰ ৰাতি তিনি-চাৰি বজাৰ ভিতৰত ভোজ খোৱাৰ প্ৰথা আছে। গাঁৱৰ জনসংখ্যা কম-বেছি অনুসৰি একাধিক ঠাইত মাঘ বিচু উদযাপন কৰাৰ

পৰম্পৰা আছে। এই বিচুত গোটেই ৰাতি ভাত-মাংস আৰু জুডি উভৈনদী হৈ পৰে।

ডেমেৰা অঞ্চলত উদ্‌যাপন কৰা মাঘ বিচুৰ তলিত বাদ্যকাৰে খাৰাম, মুড়ী বজাই আৰু নাচনীসকলে মুকলি মনে বিহু নৃত্য পৰিবেশন কৰে। এনে বিহুনৃত্যত ডেকা-গাভৰুক সম্পূৰ্ণ স্বাধীনতা দিয়া হয়, য'ত তেওঁলোকে নিজ নিজ জীৱনৰ লগৰী বাচি লবলৈ সুবিধা পায়। অৱশ্যে এই ক্ষেত্ৰত তেওঁলোকে পিতৃসূত্ৰীয় বা মাতৃসূত্ৰীয় গোত্ৰৰ সামাজিক ৰীতি-নীতি উলংঘা কৰা দেখা নাযায়।

হাকলি ঘৰত অগ্নি সংযোগ কৰিবলৈ যাওঁতে উত্তৰ পুৰুষ আৰু নতুন পুৰুষৰ মাজত প্ৰতিযোগিতা কৰা হয়। ইয়াত বিবাহিত লোকসকলক উত্তৰপুৰুষ আৰু অবিবাহিত ডেকা-গাভৰুসকলক নতুন পুৰুষ হিছাপে থিয় কৰোৱা হয়। অগ্নি সংযোগ কৰিবলৈ এটা দলে আগবাঢ়ি যাওঁতে আনটি দলে বাধা প্ৰদান কৰে। বাধা নামানিলে 'বাইথে লাইবা' (মল্লযুদ্ধ) পৰ্য্যন্ত হয়। মল্ল যুদ্ধত জিকা দলটোক হাকলি ঘৰত অগ্নি সংযোগ কৰিবলৈ দিয়া হয়। পৰাস্ত হোৱা দলে জিকা দলক ভজা মাংস আৰু জুডিৰে অপ্যায়ন কৰে। নতুন পুৰুষ, মল্ল যুঁজত হাৰিলে সেই বছৰৰ বাবে তেওঁলোকৰ পৰম্পৰা সামাজিক ৰীতি-নীতি অব্যাহত থাকে আৰু উত্তৰ পুৰুষ হাৰিলে পূৰ্বৰ ৰীতি-নীতিৰ পৰিবৰ্তন তথা পৰিমাৰ্জিত কৰাৰ কথাৰেই ইংগিত দিয়ে।

ডিমাছাৰ কেৱল গাঁওখনৰ ডেকা-গাভৰুসকলে বিহু নৃত্য কৰিব পাৰে আৰু বিবাহিতাসকলে তেওঁলোকৰ বিহু নৃত্য পৰিচালনা কৰে। অন্যান্য গাঁৱৰপৰা অহা ডেকা-গাভৰুসকলক বিহু নৃত্য কৰিবলৈ দিয়া নহয়। অৱশ্যে কেতিয়াবা বিহু নৃত্য কৰা ডেকা-গাভৰুৰ সংখ্যা কম হলে, অন্যান্য গাঁৱৰপৰা অহা ডেকা-গাভৰুসকলক অংশ গ্ৰহণ কৰিবলৈ দিয়াৰ পৰম্পৰা আছে। কাৰ্যক্ষেত্ৰত তেওঁলোকক আলহী হিছাপে মান ধৰি ভোজ-ভাত আৰু জুডিৰে অপ্যায়িত কৰে।

নিৰ্জু ডিমাছাসকলৰ ঘৰত বাৰ্ষিক হিছাপে কামিলা ৰখাৰ চুক্তি প্ৰথাৰ প্ৰচলন আছে। এনে চুক্তি মাঘ মাহৰ পহিলা তাৰিখৰপৰা পিছৰ বছৰৰ মাঘ মাহলৈকে নিৰ্দিষ্ট ম্যাদ থাকে। কামিলা বিলাকে গোটেই বছৰ জোৱা সময়ত মহাজনৰ ঘৰত কৃষিকৰ্ম কৰোতে, জ্ঞাত বা অজ্ঞাত ভাৱে যিখিনি দায়-জগৰ লগাইছিল তাৰেই ক্ষমা বিচাৰি মাঘ বিহুৰ আয়োজন কৰে বুলি ধাৰণা কৰিব

পাৰি। অকল এয়ে নহয়, এখন গাঁৱত গৰখীয়া বা কামিলা আহি, এজনী অকৃত্ৰিম ভাল পোৱা মাখলাবপৰা (গাভৰু) বিদায় লোৱাৰ মৌ-মেল। ইয়াতেই প্ৰীতি ভোজৰ পাতনি মেলি, তেওঁলোকৰ মাজত নানা ধৰণৰ কথাৰ আদান-প্ৰদান হয়। এনে মৌ-মেলে জাতীয় সংহতি স্থাপন কৰাত সহায় কৰে। বিচু উছৱৰ সামৰণি নপৰালৈকে মহাজনে কোনো কামিলাক নৱবৰ্ষৰ বাবে নতুন কামিলাক নিযুক্তি দিয়া প্ৰথা নাই। বিচু উছৱৰ যৱনিকা পৰাৰ পাছতহে ডেকা-গাভৰুসকলৰ যৌৱনৰ কৌমাৰ্য ব্ৰত ভংগ কৰা হয়।

বিহুনৃত্যত অংশ গ্ৰহণ কৰা মাখলাসকলে ককালৰপৰা ভৰিৰ সৰু গাঁঠিলৈকে পৰাকৈ নীলাপাৰ চকুৰা অথবা সেউজীয়া ৰঙৰ ৰিগু (মেখেলা) পৰিধান কৰে আৰু ৰিগুৰ ওপৰত ৰামধেনু বুলিয়া ৰিজাম্ফাই (ৰিহা) অভিনৱ কৌশলেৰে গাত মেৰাই লয়। ইয়াৰ ওপৰত হালধীয়া ৰঙৰ ৰিখাওচাৰে (চাদৰ) কচি আটকধুনীয়া হয়। নগা শিল্পীয়ে সেউজীয়া বা নীলা ৰঙৰ চকুৰা পাৰি থকা চুৰিয়া ভৰিৰ সৰু গাঁঠিলৈকে পৰাকৈ পৰিধান কৰে। ফুলাম বা শুদ্ধ বগা চাগৰ গাত মেৰাই লয়। ডিমাছা নাগাৰাওৱে বহাগ বিহুত বাছল (গামোছা) খন ককালত টঙালি হিছাপে ব্যৱহাৰ কৰে। এখন বালোৰাই সোঁ কান্ধেদি পিঠি আৰু বুকুত পৰাকৈ ওলমাই, বাওঁ ককালৰ কাষত গাঁঠি দি, কিছু অংশ আগ বঢ়াই লয়। মূৰত শুদ্ধ বগা বস্ত্ৰৰে পাগুৰি মাৰে। অৱশ্যে এনে সাজপাৰ নাগাৰাওৱে মাঘ বিচুত অধুনা পৰিধান নকৰে। .

ডেকা-গাভৰুসকলে বিহুত প্ৰধানকৈ 'জাওবানী' (বৃত্তাকাৰহে কৰা নাচ) আৰু 'পায়খায় বানী (ঘূৰ্ণীয়াকৈ কৰা নাচ) এই দুই প্ৰকাৰে বিহু নাচ কৰে। ইয়াৰ উপৰিও কৰ্মগণ্ডী নাচ অনেক প্ৰকাৰৰ আছে। ব্ৰাই শিবাই আৰু আই গামাডীলৈ প্ৰাৰ্থনা জনোৱা, ভক্তিৰ অঞ্জলি আগ বঢ়োৱা, গওঁবালে বিহু নৃত্য-গীত কৰোতে দোষ-ত্ৰুটী হোৱাৰ বাবে প্ৰাৰ্থনা জনোৱা, উৰালত ধান বনা, টাকুৰিত সূতা কটা, তাঁত-বাটি কৰা, জুমতলিত শস্য ৰোপণ, শস্য চপোৱা, কোনো জান-জুৰিৰপৰা চুঙাত পানী কঢ়িওৱা আৰু খাওত খৰি কঢ়িওৱা আদিয়েই কৰ্মগন্ধী নৃত্যৰ অন্তৰ্গত। ডিমাছাসকলৰ বিহুত মড়ীৰ বোল এটি আদিতে উল্লেখ কৰা হৈছে।



◆ লোকেশ্বৰ গগৈ, *ডিমাছা সাংস্কৃতিৰ ৰূপৰেখা,* ২য় খণ্ড পৃষ্ঠা ১৩৯-১৪৬

বি. দ্ৰ. : ঠাইভেদে হাৰুলি শব্দটো হালুৰি, হাৰুলি আৰু হাৰলি বোলে।

# (১১) দেউৰীসকলৰ মাজত মাঘ বিহু

নন্দেশ্বৰ দেউৰী

মাঘী সংক্ৰান্তি বুলিলে মাঘ মাহৰ সংক্ৰান্তিকে বুজা যায়। সংক্ৰান্তি মানে মাহৰ শেষ দিন। মাঘী সংক্ৰান্তি বোলোতে ইয়াত পুহ মাহৰ শেষ দিনটোকে বুজাইছে। এই দিনটোৰ তাৎপৰ্য্য অনস্বীকাৰ্য্য। সংক্ৰান্তিৰ অৰ্থ হৈছে সম্যক দিশত ক্ৰান্তি অৰ্থাৎ এটা অৱস্থাৰ পৰা আন এটা অৱস্থালৈ গতি কৰা বা সমাজত পৰিবৰ্ত্তন ঘটা। মাঘী সংক্ৰান্তিক বহুতে মকৰ সংক্ৰমণ বুলিও কয়। এই দিনটোতে সূৰ্য দেৱতাই দক্ষিণায়নৰপৰা উত্তৰায়ণলৈ গতি কৰি মকৰ ৰাশিত সংক্ৰমণ বা প্ৰৱেশ কৰে। এই দিনটোৰপৰা ৰাতিৰ সময় কমি আহে আৰু দিনৰ সময় বাঢ়ি যায় অৰ্থাৎ আন্ধাৰ কম হৈ পোহৰ বাঢ়ি যায়। এই দিনটোৱে সমাজক এন্ধাৰৰূপী অজ্ঞানতাৰপৰা পোহৰৰূপী জ্ঞানৰ পিনে আৰু নিৰাশাৰ পৰা আশাৰ পিনে অথবা অসত্যৰ পৰা সত্যৰ পিনে লৈ যোৱাৰ প্ৰেৰণা দিয়ে।

মাঘী সংক্ৰান্তিক সমগ্ৰ ভাৰতৰ ভিন ভিন প্ৰান্তত ভিন ভিন ৰূপত উৎসৱ হিচাপে পালন কৰা পৰিলক্ষিত হয়। যেনে আমাৰ অসমত মাঘ বিহু উৎসৱ, দক্ষিণাত্যত পুঙ্গল উৎসৱ। সেয়েহে এই উৎসৱে ভাৰতীয় সংস্কৃতিৰে অংশস্বৰূপ অসমীয়া সংস্কৃতিৰো প্ৰধান উৎস হিচাপে আবহমান কালৰেপৰা নিৰবিচ্ছিন্নভাৱে প্ৰতিষ্ঠিত হৈ আহিছে। দেউৰীসকলৰ ক্ষেত্ৰত ইয়াৰ ব্যতিক্ৰম হোৱা নাই।

দেউৰীসকলৰ আকাৰত টিপচী হলেও ইয়াৰ সংস্কৃতি গড়ুৰৰ পখাৰ দৰে বিশাল আৰু শক্তিশালী বুলি কলে বোধকৰো বঢ়াই কোৱা নহ'ব। সময়ে ঢুকি নোপোৱা কালৰেপৰা মাঘী সংক্ৰান্তিয়ে মাঘবিহু উৎসৱৰূপে দেউৰী সমাজত প্ৰচলিত হৈ কালক্ৰমত ই এক বিশাল সংস্কৃতিত পৰিণত হৈ সমাজক প্ৰেম-প্ৰীতিৰে মধুময় কৰি একতাৰ সূতাৰে বান্ধি ৰখাত সমল যোগাই আহিছে। সাংস্কৃতিক দৃষ্টিৰ পটভূমিত মাঘী সংক্ৰান্তিৰ আলোচনা প্ৰসঙ্গও দেউৰীসকলৰ আদি বাসস্থান কুণ্ডিল ৰাজ্যলৈ এবাৰ উভতি চোৱাৰ মোহ সামৰিব নোৱাৰিলোঁ। কুণ্ডিলৰ এক প্ৰাচীন ইতিহাস আৰু ঐতিহ্য আছে। ইতিহাসে গৰকা কুণ্ডিলৰ লোক-সংস্কৃতিয়ে কালক্ৰমত বৰ অসমৰ চহকী সংস্কৃতিৰ ভঁৰাল উপচোৱাত আগস্থান ললে। *যোগিনীতন্ত্ৰৰ* মতে প্ৰাচীন কামৰূপ ৰাজ্য চাৰিভাগে বিভক্ত

আছিল। ইয়াৰ প্ৰত্যেক ভাগকে একোটা পীঠ বোলা হৈছিল। *কালিকাপুৰাণ* আৰু *যোগিনীতন্ত্ৰ* মতে প্ৰাচীন কামৰূপৰ পূৰ্বভাগেই আছিল সৌমাৰ পীঠ। সৌমাৰপীঠ কৌণ্ডিল্য বা বিদৰ্ভ ৰাজ্য বুলিও জনাজাত। কুণ্ডিলপানী নৈৰ পাৰতে আছিল বিদৰ্ভ ৰাজ্যৰ ৰাজধানী কুণ্ডিলনগৰ। বৰ্তমানৰ শদিয়াই আছিল এই বিদৰ্ভ। ইয়াৰ প্ৰাকৃতিক, সৌন্দৰ্য্য ইমান মনোৰম আছিল যে যাৰ বাবে ইয়াক 'প্ৰকৃতিৰ সৌন্দৰ্য্যৰ ৰাণী' আখ্যা দিয়া হৈছিল। কুণ্ডিল ৰাজ্যৰ অতীত গৌৰৱপূৰ্ণ, ঐতিহ্যপূৰ্ণ আৰু মহিমামণ্ডিত।

প্ৰাচীন কালৰেপৰা কুণ্ডিল ৰাজ্যত চলি অহা চিৰাচৰিত প্ৰথা বা ৰীতি অনুসৰি দেউৰীসকলে মাঘৰ শুক্লপক্ষৰ প্ৰথমটো বুধবাৰে তেওঁলোকৰ দেৱালয় বা গোসাঁই বা গোসাঁনী শালত বছৰি একোটা ডাঙৰ পূজা-উৎসৱ পতা নিয়ম আছে। গতিকে দেউৰীসকলৰ মাঘ বিহু উৎসৱ মাঘ মাহৰ শুক্লপক্ষৰ প্ৰথমটো বুধবাৰেহে আৰম্ভ হয়। দেৱালয়ত পূজাৰম্ভৰপৰা এসপ্তাহ ধৰি বিহু উৎসৱ চলে, কিন্তু পূজা কেৱল প্ৰথম আৰু শেষৰ দিনাহে হয়। আচলতে প্ৰথম দিনাৰ পূজাটোহে আচল পূজা। বিহু উৎসৱটো সম্প্ৰদায় ভিত্তিক হলেও পূজাটো কিন্তু সাৰ্বজনীন। কিয়নো দেউৰীৰ বাহিৰে অন্য সম্প্ৰদায়ৰ লোকেও সময়ত দেৱালয়ত বা শালত পূজাভাগী আগবঢ়াই তেওঁলোকৰ মনোবাঞ্ছা পূৰণাৰ্থে সেৱা কৰা দেখা যায়। মাঘী সংক্ৰান্তি বা মাঘ বিহুৰ কেইটামান প্ৰধান বৈশিষ্ট্য এনেদৰে উল্লেখ কৰিব পাৰি ঃ

১। মাঘৰ শুক্লপক্ষৰ প্ৰথমটো বুধবাৰে চৰাই চিৰিকতিয়ে মাত দিয়াৰ আগতে মেজি জ্বলাব লাগে।

২। কেৱল পুৰুষে বিশেষকৈ ডেকাসকলেহে মেজি জ্বলোৱা কামত ভাগ লব পাৰে।

৩। সেই দিনাই দেউৰী পূজাৰীয়ে আগন্তুক বছৰৰ গঞা জাতিৰ ওপৰিও সৰ্বজনৰ সৰ্বমঙ্গলৰ হেতু দেৱালয়ত পূজা-অৰ্চনা কৰা হয়।

৪। মাঘী পূজাৰ্থে দেৱালয়ৰ অন্তৰ্গত প্ৰতিঘৰ দেউৰীৰপৰা ভেটোৱা তোলাৰ প্ৰথা। প্ৰতি গৃহস্থই ভেটোৱা দিয়াৰ নিয়ম।

৫। পূজাৰ দিনা কেৱল দেউৰীসকলৰ বাবেই নহয়, সৰ্বজন হিতাৰ্থে সৰ্বজন হেতু দেৱালয় খোলা থাকে।

৬। বহাগ বিহুৰ পূজা-উৎসৱৰ দৰে মাঘবিহুৰ পূজা-উৎসৱ বৰ আড়ম্বৰপূৰ্ণ নহয়।

৭। বিহু-সংক্ৰান্তিত পিতৃ-পুৰুষৰ তৰ্পণ কৰা ৰীতি।

মাঘ বিহু উৎসৱটি ভোগালী বিহু উৎসৱ হিচাবে পালন কৰা হয়। কপালৰ ঘাম মাটিত পেলাই কৃষিকৰ্ম কৰাৰ প্ৰতিফলনত দীন দুখীয়াজনেও এগাল এমুঠি শস্য ভঁৰালত ভৰাবলৈ সক্ষম হয়। কষ্টৰ বিনিময়ত পোৱা লখিমী শস্য অতি আদৰেৰে ভঁৰালত সামৰি লৈ এই ভোগৰ উৎসৱৰ আয়োজন কৰে। ভোগৰ লগতে ই আনন্দৰ বাছাটিও ছটিয়াই দিয়ে। আনন্দ মেলাৰ পাতনি মেলে মেজি পোৱাৰ শুভাৰম্ভেৰে। মেজিয়ে সমাজলৈ কঢ়িয়াই আনে সুখ, আনন্দ, ভোগৰ লগতে প্ৰেম-প্ৰীতি, স্নেহ-ভাতৃত্ব আৰু ঐক্য। সমাজত থকা ঈৰ্ষা, অসূয়া, অজ্ঞান, দৈন্য আদি মেজিৰ জুইয়ে পুৰি সমাজখন চিকা কৰি পেলায় বুলি দেউৰীসকলৰ জন-বিশ্বাস কৌটি কালৰপৰা চলি আহিছে। মেজিৰ লগতে দেউৰীসমাজৰ আধ্যাত্মিকতাও বিজড়িত নিৰবচ্ছিন্নভাৱে অতীজৰে পৰা।

মেজি পোৱা সম্বন্ধে দেউৰীসকলৰ মাজত এক কিম্বদন্তী চলি আহিছে। এই লোক-কথাৰ ওপৰত বিশ্বাস ৰাখিয়েই তেওঁলোকে এই বিশেষ দিনটোত মেজি পোৱা প্ৰথা ৰক্ষা কৰি আহিছে। প্ৰবাদ আছে যে সৃষ্টিৰে প্ৰাৰম্ভতে আদি পুৰুষ-প্ৰকৃতিয়ে সংসাৰ বঢ়াবলৈ মনস্থ কৰি তেওঁলোকৰ মহাশক্তিৰ পৰা উদ্ভৱ হোৱা দেৱতাসকলক উক্ত মনোবাঞ্ছা পূৰণাৰ্থে কাম কৰিবলৈ আহ্বান জনায়। সেই উদ্দেশ্যে সূৰুয দেৱতাই উত্তৰায়ণলৈ গতিকৰাৰ শুভাৰম্ভৰ পূণ্যক্ষণত পুৱতি নিশাতে প্ৰকৃতি দেৱীৰ সতে নদীত স্নান কৰিবলৈ আদি পুৰুষে দেৱতাসকলক নিৰ্দেশ দিয়ে। পৰম পিতাৰ নিৰ্দেশ মতে তেওঁলোকে স্নান কৰিবলৈ গ'ল। স্নান কৰি থাকোতে নদীয়েদি এটা মৰা শব ভঁহি অহা দেখা পালে আৰু তাতে ভয় খাই দেৱতাসকলে স্নান ত্যাগ কৰিলে। আনহাতে প্ৰকৃতিদেৱীয়ে শবটো আথেবেথে কোলাত তুলি লৈ পাৰলৈ আনিলে। এই মৰা শবটো আদিম পিতাৰ বাহিৰে অন্য কাৰো যে নহয় আৰু জগতৰ কল্যাণৰ বাবেই যে তেওঁ দেহ ত্যাগ কৰিলে সেই কথা প্ৰকৃতিয়ে দেৱতাসকলক বুজাই দিলে। দেৱতাসকলেও এই কথাত পৰম উপকৃত হোৱা বুলি অনুভৱ কৰি আনন্দিত হ'ল আৰু চিতা সাজি তেওঁক সংকাৰ কৰিলে। সংকাৰ কৰাৰ পাছত তেওঁলোকে পুনৰ সেই নদীতে স্নান কৰি সেই চিতা ভস্মৰ ছাঁই লৈ নিজ নিজ স্থানলৈ ওলটি গ'ল। সেই দিনা আছিল মকৰ সংক্ৰান্তিৰ দিন। তেতিয়াৰ পৰাই সমাজত এই দিনটোতে মেজি পোৱাৰ প্ৰথা প্ৰচলিত হয় বুলি বিশ্বাস কৰে। দেউৰীসকলৰ মতে আদিম পিতাৰ এই চিতা জুই আৰু সৃষ্টিৰ পাতনিৰ পূণ্যস্মৃতি স্বৰূপে মেজিয়ে সমাজত তেতিয়াৰে পৰা প্ৰভাৱ পেলাই আহিছে। *মহাভাৰতত*ো উল্লেখ আছে যে সূৰ্য্যই উত্তৰায়ণলৈ গতি কৰা এই প্ৰথম দিনটোৰ পূণ্যক্ষণতে ভীষ্মদেৱে ইচ্ছা মৃত্যু বৰণ কৰি প্ৰাণ ত্যাগ কৰিছিল। মেজি পোৱাৰ দিনা এই কথাটোও দেউৰীসকলে স্মৰণ কৰে। মাঘ বিহুৰ দিনা মেজি

পুৱাই ঘৰলৈ আহি কপালত তেল ছুঁইৰ ফোট লোৱা প্ৰথা সম্ভৱতঃ আদিম পিতাৰ সেই চিতাভস্মৰ পৰাই হোৱা বুলি ধাৰণা কৰে। অতীজত মাঘ মাহৰ পৰাহে বছৰৰ আৰম্ভ হোৱা বুলিও প্ৰবাদ আছে। মাঘী সংক্ৰান্তিয়ে আগন্তুক বছৰটোলৈ সুখ-শান্তি, ঐশ্বৰ্য্য-বিভূতি কঢ়িয়াই অনাৰ সূচনা কৰে।

মেজিৰ প্ৰস্তুতিকৰণ কাৰ্য্যত কেৱল গাঁৱৰ ডেকাসকলহে জড়িত থাকে। এইটো গাভৰুসকলৰ কাম নহয়। সংক্ৰান্তিলৈ ১০/১৫ দিন থকাৰ আগৰে পৰা ডেকাইঁতে মৰংঘৰত গোট খাই মেজি আৰু ভোজৰ সকলো প্ৰস্তুতিৰ বিষয়ে আলোচনা কৰি প্ৰয়োজনীয় সামগ্ৰী সংগ্ৰহ কৰাৰ ব্যৱস্থা কৰে। মেজিৰ খৰিকাঠ যাতে শুকাই থাকে তাৰবাবে আগতিয়াকৈ কাটি ফালি ৰখা হয়। ভোজৰ খৰচৰ বাবে সাধাৰণতে ডেকাইঁতৰ নিজা পুঁজি থাকে। কেতিয়াবা ৰাজহুৱা পুঁজিৰ পৰাও খৰচ কৰিব পাৰে। মেজি সজাৰ আগতে এটা মেজি ৰখা ঘৰ খেৰ বা নৰাৰে চাল চাই নিৰ্মাণ কৰে। বৰ্গাকাৰত চাৰিটা সম্পূৰ্ণ দীঘল কেঁচা বাঁহৰ খুটা পুতি মাজত এটা মুঠ পাঁচটা খুটা পোতা হয়। খুটাৰ আগকেইটা নৰুটাকে পাতেৰে সৈতে ৰখা হয়। আগতে প্ৰস্তুত কৰি ৰখা কাঠৰ খৰিবোৰ যিমান ওখলৈকে পাৰি থাক থাককৈ জাপি থোৱা হয়। এইদৰে উৰুকাৰ দিনা নিশাই কাউৰীয়ে নেদেখাকৈ ওচৰা ওচৰিকৈ শাৰী পতাই যুৰীয়া হিচাপে দুটা মেজি সজা হয়। গধূলিলৈ তাত গাঁৱৰ ল'ৰা-বুঢ়া ডেকাসকল মিলি ৰংৰহইচ আৰু প্ৰেম-প্ৰীতিৰে সামাজিক অভিৰুচি মতে ভোজ-ভাত খায়। ডেকাইঁতে পুহৰ হাঁড়-কঁপোৱা জাৰকো জাৰ নেমানি ওৰেটো ৰাতি বিহু মাৰি কটায়। বয়োজেষ্ঠসকল ভোজৰ পাচতে ঘৰাঘৰি হয়। সংক্ৰান্তিৰ দিনা পুৱতি নিশাতে কাউৰীয়ে কা কৰাৰ আগতেই মাক-দেউতাক জীৱিত থকা এজন নিখুঁত ডেকাই নদীত বুৰ মাৰি গা ধুই তিতা তিয়নীৰে এখন শৰাই আগবঢ়াই ৰাইজৰ হৈ সেৱা কৰিব লাগে। ৰাইজে ভগৱানক প্ৰাৰ্থনা জনাই আশীৰ্বাদ দি হৰিধ্বনি দিয়ে। লগে লগে সমবেত ৰাইজে দুয়োটা মেজি আগুৰি সোঁফালৰপৰা বাঁওফাললৈ তিনি পাক ঘূৰি উক্ত ডেকাজনক দক্ষিণ ফালৰপৰা দুয়োটা মেজিত্তে অগ্নি সংযোগ কৰিবলৈ আহ্বান কৰে। এইদৰে মেজি জ্বলোৱা হয়। প্ৰথানুসৰি মেজিৰ জুইত তামোল-পাণ, তাম, তিল, মাহ আদি অৰ্পণ কৰে। মেজি জ্বলোৱাৰ আগতে সকলোৰে উক্ত ডেকাজনৰ দৰে নদীত স্নান কৰি আহি মেজি পুৱায়। জুই জ্বলাৰ পাছত মেজিটো পশ্চিমফালে ঢলি পৰিলে ৰাইজৰ মঙ্গল সূচায় বুলি জন-বিশ্বাস প্ৰচলিত। উল্লেখযোগ্য যে মেজি পোৱা কাৰ্য্যত মহিলাৰ স্থান নহলেও ঘৰুৱা অপায়-অমঙ্গল দূৰ কৰাৰ্থে অথবা সন্তি-সন্ততি লাভৰ মনোবাঞ্ছা পূৰণাৰ্থে মেজিত সেৱা কৰি ৰাইজৰ আশীৰ্বাদ লোৱা নিয়মো আছে। মেজিত তেনেদৰে সেৱা জনাই আশীৰ্বাদ ললে মনোবাঞ্ছা পূৰ্ণ হয়

বুলি বিশ্বাস। তদুপৰি মেজিলৈ যোৱাৰ আগতে গা ধুই বাৰীৰ গুটি ধৰিব লগা গছৰ গা গছত ধান খেৰেৰে মেৰিয়াই বান্ধিলে গছে নাৰীত্ব লাভ কৰি গোটেই বছৰে গুটি ধৰে বুলি বিশ্বাস কৰা হয়, আলই-আহকাল মেজিৰ জুইয়ে ভস্ম কৰি গোটেই বছৰে সমাজত আনন্দ বিৰাজ হোৱাৰ কামনাৰে ইষ্টদেৱতাৰ ধ্বনি দিয়ে। মেজি পুৰি ঘৰলৈ আহি আহুধানৰ খেৰ পুৰি ছাঁই কৰি সেই ছাঁইৰ লগত মিঠা তেল মিহলাই ভস্ম তৈয়াৰ কৰা হয়। সেই ভস্মৰে গৰু গাই আৰু ম'হৰ কপালত ফোঁট দিয়াৰ নিয়ম আৰু নিজেও লয়। সেই দিনা এনে তেল ছাঁ ইৰ ফোঁট লগে গৰখীয়া আৰু গৰু গাই-ম'হ উভয়ৰে মঙ্গল আৰু হিংস্ৰজন্তুৰ পৰা ৰক্ষা পৰে বুলি বিশ্বাস কৰা হয়। সেই দিনা আগবেলা কোনেও ভাত নেখায়; কেৱল জা-জলপানেৰে উদৰ পুৰাই তৃপ্তি সাধে।

পুজাৰ লগে লগে বিহু উৎসৱ আৰম্ভ হয়। ডেকা-গাভৰু, বুঢ়া-বুঢ়ী, ল'ৰা-ছোৱালী আটায়ে ভোগালীৰ ভোগ-উপভোগৰ বাবে ব্যস্ত হৈ পৰে। নতুন সাজ পাৰেৰে ভোগালীক আদৰিবলৈ সকলোয়ে যত্ন কৰে। ইঘৰে সিঘৰলৈ গৈ পিঠা-পনা, জা-জলপান উপভোগ কৰাৰ লগতে মৰম-চেনেহৰ আদান-প্ৰদান হয়। মাক-পিতাক, জ্যেষ্ঠ তথা গুৰুজনক সেৱা জনোৱা হয়। জ্যেষ্ঠজনে সৰুজনৰ প্ৰতি অকৃত্ৰিম চেনেহেৰে শুভকামনা কৰি আশিস অঞ্জলি ছটিয়াই দিয়ে। বিহুৱে যেন তেওঁলোকৰ গ্ৰাম্য জীৱনৰ দুখ-বেদনা হৰণ কৰি মৰততে সুখৰ ৰচনা কৰে এজনৰ প্ৰতি আনজনৰ হিংসা খিয়াল, হাইকাজিয়া থাকিলেও সেই দিনাৰ পৰা এই সকলো অসূয়া প্ৰবৃত্তি নোহোৱা কৰি তেওঁলোকৰ মাজত বিমল আনন্দ বিৰাজ কৰাৰ বাঞ্ছা কৰে। মাঘৰ বিমল আনন্দই যেন ৰঙীন ফাগুণৰ লগতে চ'ত-বহাগৰ বিনন্দীয়া বতৰৰ আগজাননী দিয়ে। পুহৰ হিম-চেঁচা জাৰক মাঘৰ মেজিৰ জুইয়ে পুৰি যেন ফাগুনৰ দ্বাৰ উন্মোচন কৰে। সূৰুয দেৱতাইও মাঘী সংক্ৰান্তিৰ পৰাই উত্তৰায়ণলৈ গতি কৰি জীৱ জগতলৈ অধিক পোহৰ কঢ়িয়াই অনাৰ সংকেট দিয়ে। এই বসুমতীৰ কোলাত থাকি আমি স্বৰাজ ৰচনা কৰোঁ আৰু সূৰুযদেৱতাই পোহৰ বিলাই সমাজত জ্ঞানৰ সঞ্চাৰ কৰে। বোধ হয় সেয়ে দেউৰী আবৰৰ গীতত আছে ঃ

*আমাৰে গোঁসানী আমাৰে সাৰথি।*
*গা ধুই কৰি যাওঁ সেৱা কি না।। .............*
*সূৰুযক এসেৱা স্বৰাজক এসেৱা।*
*কৰো বসুমতীক সেৱা কি না।।*

দেউৰীসকলৰ মাজত প্ৰবাদ আছে যে বিহু-উৎসৱৰ আদি স্ৰষ্টা স্বয়ং

গিৰা-গিৰাচি (বুঢ়া-বুঢ়ী) অৰ্থাৎ আদি পুৰুষ-প্ৰকৃতি।সেয়েহে আদি স্ৰষ্টা গিৰা-গিৰাচিৰ শুভাগমনৰ আদৰ-সম্ভাষণ জনাবলৈকে দেবালয়ত এই পূজা আৰু সমাজত বিহু-উৎসৱ পালন কৰা ৰীতি চলি আহিছে। দেৱ-দেৱীক সন্তুষ্ট কৰিব পাৰিলেই সকলো সমস্যাৰ সমাধান হয় বুলি তেওঁবিলাকৰ বিশ্বাস। সম্ভৱতঃ নাৰায়ণ-লক্ষ্মীয়েই দেউৰীসকলৰ সেই আদি স্ৰষ্টা গিৰা-গিৰাচি। গিৰা-গিৰাচিৰ বৰপুত্ৰ ৰলিয়া বাবা আৰু বৰ জীয়েক তাম্ৰেশ্বৰী দেৱী। বলিয়া বাবাই হৈছে পগলা-গোসাঁই স্বয়ং শিৱ। যিহেতু সকলো দেৱতাৰ স্ৰষ্টা স্বয়ং নাৰায়ণ, গতিকে দেউৰীসকলৰ আদি স্ৰষ্টা গিৰা-গিৰাচি, নাৰায়ণ-লক্ষ্মী হোৱাটোৱে স্বাভাৱিক।

ভোগালীৰ বতৰতে নিচলা জনেও এমুঠি খোৱাৰ সমল যোগায়। বৰা চাউলৰ সান্দহ, চিৰা, কৰাই, ঘিলা-পিঠা, গুৰ, গাখীৰ, দৈ, কাঠ-আলু, মোৱা আলু আদিয়েই জলপানৰ প্ৰধান বস্তু। বয়সস্থজনক আদৰ সম্ভাষণেৰে আপ্যায়ত কৰাৰ উদ্দেশ্যে বৰা, গমিৰি, মেম, চাউলৰ মদ বোৱাৰী-জীয়ৰীহঁতে প্ৰস্তুত কৰি আছুতীয়াকৈ ৰখাৰ ব্যৱস্থা কৰে। জ্যেষ্ঠলোকে বিহু খাওঁতে মদ বাকি গৃহস্থক আশীৰ্বাদ দিয়াৰ নিয়ম। মাঘ বিহুৰ দিনা গোটা কৰাই আৰু কাঠ আলু খোৱাৰ তাৎপৰ্য্য এইখিনিতে যে সেই দিনা এই দুটা বস্তু নেখালে পৰজনমত গাহৰি জনম ধৰে বুলি প্ৰবাদ আছে। সংক্ৰান্তিৰ দিনা যিকোনো ঠাইৰে পানী গঙ্গা জলস্বৰূপ জ্ঞান কৰাটোও তাৎপৰ্য্যপূৰ্ণ। সেয়ে নদী নহলেও যিকোনো স্থানৰ পানীৰে স্নান কৰিলে তাকেই গঙ্গা-স্নান বুলি বিশ্বাস কৰে।

হয়তো ভোগালীৰ ভোগেৰে বলীয়ান হৈ ডেকা চেমনীয়াহঁতে মুকলি পথাৰত গৈ ম'হ যুঁজাই বং ৰহইচেৰে আমোদ কৰাৰ লগতে নিজেও ইজনে সিজনৰ লগত ম'হ যুঁজ, মল্ল যুঁজ, দৌৰমৰাত জাঁপ মৰা, লিংমৰা আদি নানান পৰম্পৰাগত খেলেৰে শক্তি পৰীক্ষা কৰাত ব্যস্ত হৈ পৰে। শকত কেঁচা বেতৰ টুকুৰাৰে মতা ম'হৰ শিং প্ৰস্তুত কৰি দুয়োটা আগ পিচ্ পিচিয়া জোণ্ডা কৰি জুইত পুৰি মট্‌মটীয়া কৰি দুজন দুজন চেমনিয়াই লগ লাগি মতা ম'হৰ ভেশচন ধৰি মুকলি পথাৰত ভাগে ভাগে যুঁজ কৰা দৃশ্য কিমান যে অনুপম তথা আমোদ জনক। যুঁজত যিজনে পৰাজয় স্বীকাৰ কৰে তেওঁ পৰাজিত মতা ম'হৰ দৰে মাত দি হিলদল ভাঙি দৌৰে আৰু বিজয়ীজনে পিছে পিছে দৌৰ দি টিকাত খোঁচ দিবলৈ চেষ্টা কৰি শেষত বীৰদৰ্পে বৈ যায়। এনেদৰে নানান খেলৰ মাজেৰে তেওঁলোকে শক্তি আৰু বুদ্ধিৰ পৰিচয় দিয়ে। এনেবোৰ খেলাধূলাৰ জৰিয়তে তেওঁলোকৰ শাৰীৰিক, মানসিক আৰু বৌদ্ধিক বিকাশৰ লগতে ভাৱৰ আদান প্ৰদান তথা সামাজিক ঐক্য প্ৰতিষ্ঠিত হয়। মাঘৰ সপ্তাহ জোৰা বিহু

উৎসৱৰ অকৃত্ৰিম মৰম সনা এঠাই সমাজখনক চিৰযুগমীয়া কৰি ৰাখিছে। সেই কেইদিনত সকলোৱে মনৰ আবৰ্জনা হিংসা-দ্বেষ, কুৰ্চ্চুচি-কপট পৰিহাৰ কৰি প্ৰত্যেকেই প্ৰত্যেকৰ ঘৰত বিহু খাবই লাগিব। এই প্ৰথাই গওঁৰা ৰাইজক যি অপৰিসীম আনন্দ দিয়ে ই প্ৰকৃত সামাজিক প্ৰীতিৰ পৰিচয়, জাতীয় চৰিত্ৰৰ বিশিষ্ট লক্ষণ। বিহুৰ প্ৰীতি সনা ভোগৰ সম্ভাৰ নানা খাদ্য বস্তু জা-জলপানৰ সুস্বাদত আৰু খোৱাসকলৰ প্ৰতি দিওঁতাৰ যি শ্ৰদ্ধা-আদৰ, যথাযোগ্য সকল আচৰণতেই উমান পোৱা হয় মনৰ অন্তৰতম তলিত পুপখাই থকা অপৰিসীম মৰম চেনেহৰ। খোৱাতকৈ খুউৱাৰ আনন্দ নাবীৰ বাবে বেছি। সেই আনন্দ চিৰবৰ্ত্তমান।"—'দেউৰী সংস্কৃতি'— ডম্বৰুধৰ দেউৰী।

প্ৰাচীন ৰীতি অনুসৰি দেউৰীসকল উপাসনাৰ ক্ষেত্ৰত বহুত্ববাদী। কিয়নো তেওঁলোকে সহস্ৰ দেৱ-দেৱীক তেওঁলোকৰ (দেৱতাৰ) অভিৰুচি অনুসৰি মাহ-প্ৰসাদ, নৈবেদ্য, বলি-বাহন, মদ-মণ্ডহ আদিৰে পূজা-অৰ্চনা কৰে। এনে পূজা-অৰ্চনাৰে কিছুমানক 'দেওকৰা' আৰু আন কিছুমানক 'পূজা কৰা' বুলি কয়। সাধাৰণতে পূজা শালত কৰে আৰু ঘৰে বাহিৰে বিভিন্ন স্থানত কৰা পূজাক দেওকৰা বোলে। সেইবোৰৰ ভিতৰত যেনে ঘৰ দেও, গাতিদেও, জল দেও স্থল দেও, সৰগ দেও আদি নানানটা দেওৰ নামত নানানটা দেও কৰে। এইবোৰ হ'ল বছৰৰ ভিন ভিন সময়ত নিয়মিত বাবে কৰা দেও। ইয়াৰ ওপৰিও মংলেতিয়ে মঙল চাই কোনো ঘৰ-গৃহস্থৰ কিবা বিশেষ লেঠা পালে সেই লেঠা মাৰিবৰ বাবেও দেও কৰিব লাগে। এইবোৰ নৈমিত্তিক দেওকৰা। মাঘ বিহুৰ লগত যিহেতু পূজা-অৰ্চনা বিশেষভাবে জড়িত, গতিকে প্ৰাসঙ্গিকভাৱে এইখিনি চমুকৈ উনুকিওৱা হ'ল। তাহানিৰ শদিয়া ৰাজৰ কেচাইখাঁতী শালত নৰবলি প্ৰথাও আছিল। সৌভাগ্যৰ কথা, স্বৰ্গদেউ গৌৰীনাথ সিংহই এই অবাঞ্ছিত প্ৰথাৰ বিলুপ্তি ঘটায়।

ক্ৰমবিবৰ্ত্তমান প্ৰক্ৰিয়াৰে সমাজনিবৰ্ত্তনৰ লগে লগে আমাৰ আদিমকলীয়া বাপতিসাহন বিহু উৎসৱবো ধৰা-কৰণে পৰিবৰ্ত্তনৰ হাত সাৰিব পৰা নাই। পৰিবৰ্ত্তন হোৱাটোৱে স্বাভাৱিক। মানসিক আৰু বৌদ্ধিক বিকাশৰ লগে লগে সামাজিক ব্যৱস্থা আৰু জীৱন পদ্ধতিবো সলনি হব ধৰিছে। আধ্যাত্মিক চিন্তা চৰ্চ্চাবো উৎকৰ্ষ সাধিত হৈছে। ফলত দেউৰীসকলৰ আদি স্ৰষ্টা 'গিৰা-গিৰাচি' নো কোন তাৰ ওপৰত গভীৰ চিন্তা-চৰ্চ্চা কৰি ধাৰণা কৰিব পৰা গৈছে যে সেই 'গিৰাই স্ৰষ্টা পালন্তা আৰু নিয়ন্তা স্বয়ং পৰম পিতা পৰম ব্ৰহ্মা নাৰায়ণ। লগত প্ৰকৃতিৰূপা 'গিৰাচি' অৰ্থাৎ লক্ষ্মী দেৱী। সমস্ত দেৱ-দেৱীকে ধৰি

চাৰিমুঠি জীৱৰো স্ৰষ্টা হৈছে পৰমব্ৰহ্ম নাৰায়ণ। গতিকে তেওঁক পৰম পিতা বুলি কোৱা হয় আৰু লক্ষ্মীক কোৱা হয় আই লক্ষ্মী। বোধকৰো দেউৰীসকলে সেইকাৰণেই নাৰায়ণ লক্ষ্মীকে 'গিৰা-গিৰাচি' অৰ্থাৎ বুঢ়া-বুঢ়ী বুলি কৈছিল।

সমাজ পৰিবৰ্তনে উপলব্ধি কৰালে প্ৰচলিত ৰীতি-নীতি, লোক-বিশ্বাসবে কিছুমানক কুসংস্কাৰ আৰু অন্ধবিশ্বাস বুলি। এনে উপলব্ধিয়ে সত্যৰ অন্বেষণত সহায়ক হ'ল। ধীৰে ধীৰে সাতামপুৰুষীয়া জীৱন-ধাৰণ পদ্ধতি, পূজা-পাৰ্বণ, বিশ্বাস, উৎসৱ আদিয়ে সংস্কাৰৰ মাজেৰে নতুন মোৰ ললে। বলপ্ৰতিষ্ঠিত পূজা-পাৰ্বণ, উৎসৱ আদিৰো সৰলীকৰণ ঘটিছে। ঘৰে-বাহিৰে নৈ, খাল, বিল, জংঘল আদিত গৈ গাতিদেও, জলদেও থলদেও আদি বাৰটা মাহত তেৰটা দেওপূজা প্ৰথাৰো পৰিবৰ্ত্তন হ'ব ধৰিছে। কালক্ৰমত শিক্ষাৰ বত্তিয়ে দেউৰী সমাজতো ভুমুকি মৰাত বহু পলমকৈ হলেও তেওঁলোকো জাগিব ধৰিছে। অলিখিত ধৰ্মশাস্ত্ৰৰ (মণ্ডল-পাঁজি, মুখে মুখে প্ৰচলিত লোক-কথাৰ বিশ্বাস) পৰিবৰ্ত্তে লিখিত ধৰ্মশাস্ত্ৰৰ আশ্ৰয় লোৱাত তেওঁবিলাকৰ অনেকজনৰ চকু গজিছে। *গীতা-ভাগৱত, কীৰ্ত্তন-দশম, ঘোষা-ৰত্নাৱলীয়ে* মণ্ডল-পাঁজিৰ ঠাই লৈছে তেওঁলোকৰে বহুজনৰ। ৰামনামৰ ধ্বনিত দেও-ভূতৰ টিঘিল-ঘিলনি ক্ৰমে নোহোৱা হৈ আহিছে। বিহু সংক্ৰান্তিৰ পূজা-পাৰ্বণতো ইয়াৰ আঁচ নপৰাকৈ থকা নাই। মকৰ সংক্ৰান্তিৰ সূৰুযৰ উত্তৰায়ণৰ গতিয়ে অন্ধকাৰ নাশি দেউৰী সমাজত পোহৰৰ সঞ্চাৰ কৰক। ভাৰতীয় বিশাল হিন্দু সমাজৰ অংশ স্বৰূপ দেউৰীসকলৰ শান্তি, মৈত্ৰী, প্ৰগতি আৰু ঐক্যই ভাৰতীয় সংস্কৃতিৰ লাইখুটা হওঁক। সৰ্বজন হিতায় সৰ্বজন সুখায় হওঁক।

**সহায়ক গ্ৰন্থ ঃ**

ডম্বৰুধৰ দেউৰী ঃ *দেউৰী সংস্কৃতি*

সংবাদদাতা আৰু দাত্ৰী ঃ

কেইবা গৰাকী বয়োজ্যেষ্ঠ আৰু বয়োজ্যেষ্ঠদ পুৰুষ আৰু মহিলাৰপৰা ক্ষেত্ৰ সমল সংগ্ৰহ কৰা হৈছে।



# (১২) তুৰং সমাজৰ মাঘবিহু ঃ মাইক' চুমফাই

লেচাম তুৰুং

বৌদ্ধ ধৰ্মালম্বী তাইসকলৰ সংস্কৃতি ধৰ্মৰ সৈতে এনেদৰে বিজৰিত যে এটাৰ পৰা আনটোক পৃথক কৰিব নোৱাৰি। আনহাতে আন আন বৌদ্ধ গোষ্ঠীয়ে পালন কৰা ধৰ্মীয় অনুষ্ঠানতকৈ তাইসকলে পালন কৰা ধৰ্মীয় উৎসৱ-অনুষ্ঠান সমূহৰ সুকীয়া বৈশিষ্ট্য দেখা যায়। পয়চাংকেন, মাইক'চুমফাই, অকৱা, পয়লেং আদি এনে উৎসৱ-অনুষ্ঠানৰ উদাহৰণ।

ভগবান বুদ্ধই বহাগী পূৰ্ণিমাত তেখেতৰ পৰিনিৰ্বাণ হ'ব বুলি তিনিমাহৰ পূৰ্বেই শিষ্যবৰ্গৰ আগত ভবিষ্যদ্বাণী কৰিছিল। সেইবাবে মাঘী পূৰ্ণিমাৰ দিনটো বৌদ্ধ পূৰ্ণিমা তিথিত তাই-বৌদ্ধ সকলে মাইক'চুমফাই বা মেজি জ্বলায়। এই উপলক্ষে গাঁৱৰ যুৱক-যুৱতীসকলে প্ৰায় এমাহ মানৰ আগৰেপৰা মাইক'চুমফাই বাবে কাঠ যোগাৰ কৰে। ইয়াৰ বাবে টান কাঠৰ গছ, ডাল আদি কাটি আনি বাকলি আদি গুচাই ৰ'দত শুকুৱাই ৰখা হয়। যুৱক-যুৱতীসকলে দল বান্ধি ওচৰৰ হাবিলৈ গৈ নাইবা অন্য ঠাইৰপৰা এই কাঠ সংগ্ৰহ কৰে। ৰ'দত কেইদিনমান ৰখাৰ পিছত পুলি গছ, ডাল আদি ধুনীয়াকৈ শুকাই ললেই মেজিৰ খৰিৰ উপযুক্ত হৈ পৰে। ডাল খৰি নাপালে ফলা খৰিকে ডাল খৰিৰ আকৃতিত চাঁচি লোৱা হয়। যুৱকসকলে এই খৰি জোখত কাটি মেজিৰ বাবে সাজু কৰে। মাইক'চুমফাইৰ বাবে বাঁহজোপাৰ ভিতৰত আটাইতকৈ দীঘল বাঁহ নিৰ্বাচন কৰি ইয়াৰ উচ্চতা নিৰ্দ্ধাৰণ কৰা হয়। অৰ্থাৎ অতি দীঘল বাঁহৰ সমান ওখ কৰি মেজিৰ খুটা কাটে। এযোৰ এযোৰকৈ চাৰি চুকত মুঠ চাৰিযোৰ অৰ্থাৎ আঠটা বাঁহৰ খুটা পুতি তাৰ লগত খাপ খুৱাই মেজিৰ খৰি এনেদৰে বান্ধি দিয়ে যেন এপাহ সম্পূৰ্ণকৈ ফুলি উঠা কেতেকী ফুলহে। মাইক'চুমফাইৰ গুৰি আৰু শীৰ্ষ অংশৰ তুলনাত মাজৰ ছোৱাত আকাৰ কিছু ডাঙৰ হয়। ইয়াৰ মাজৰ ফোপোলা অংশত শুকান শুকান বাঁহ, কাঠ, পানীহিলৈ আদি ভৰোৱা হয়। শীৰ্ষ অংশত জুই দিব পৰা ব্যৱস্থা ৰখা হয়। মেজি সজা সম্পূৰ্ণ হোৱাৰ পিছত কলপটুৱা, ৰঙীন কাগজ আদিৰে মনোমোহাকৈ সজাই পৰাই তোলা হয়।

অষ্টকোণী বেৰ এখনৰদ্বাৰা মাইক'চুমফাই সম্পূৰ্ণ উলম্বভাবে ৰাখিবলৈ মাটিত খুটি পুতি চাৰিদিশত শীৰ্ষ অংশৰ সৈতে ৰচিবে সংলগ্ন কৰি ৰখা হয়। অষ্টকোণী বেৰখনৰ ভিতৰফালে কাগজৰ টাকু-টান্‌খন (ধ্বজা) পুতি ৰাখে।

মাঘী পূৰ্ণিমাৰ আগদিনা গধূলি মাইক'চুমফাইৰ কাষত গাঁৱৰ ৰাইজ সমবেত হৈ বৌদ্ধ ভিক্ষুৰ উপস্থিতিত ৰাইজৰ হৈ চাউজেৰে (পাঠেকে) ৰেজাক (উৎসৰ্গা) কৰে। এই উৎসৰ্গা উৎসৱত সমবেত ৰাইজে পঞ্চশীল গ্ৰহণ কৰে আৰু ভিক্ষুৱে মঙ্গল সূত্ৰ পাঠ কৰে। মাঘবিহুৰ মেজিত কৰাৰ দৰে ইয়াত ভোজ আদিৰ আয়োজন কৰা নহয়।

যুৱকসকলে মেজিৰ কাষত ৰাতিটো কটায়। ৰাতিপুৱা দোক্‌মোকালিতে নিৰ্বাচিত এজন যুৱকে গা-পা ধুই মেজিৰ ওপৰত উঠি গৈ তাত অগ্নি সংযোগ কৰে। মেজিটো ওপৰফালৰপৰা ক্ৰমে জ্বলি আগে। মাইক'চুমপাই জ্বলি থকা অৱস্থাত কাষত থকা লোকসকলে বুদ্ধ, ধৰ্ম আৰু সংঘৰ জয় ধ্বনি দি থাকে। পুৱাবেলা বৌদ্ধ বিহাৰত ৰাইজ পুনৰ সমবেত হয়। বিশ্ব বৌদ্ধ ভাতৃত্ব সংঘৰ পতাকা ভিক্ষুৱে উত্তোলন কৰে। ৰাইজে পঞ্চশীল আৰু অষ্টশীল গ্ৰহণ কৰে আৰু ভিক্ষুৱে ধৰ্মদেশনা দিয়ে। আবেলি বৌদ্ধ বিহাৰত চাউজেৰেয়ে তাই ভাষাৰ বৌদ্ধ ধৰ্মৰ পুথি পাঠ কৰে আৰু ৰাইজে মনযোগেৰে শুনে। ৰাতি পুনৰ শীল গ্ৰহণ, বুদ্ধ বন্দনা, ধৰ্ম বন্দনা আৰু সংঘ বন্দনা আদি কৰা হয়।

মাইক'চুমফাই জ্বলোৱাৰ পিছত মাঘী পূৰ্ণিমাত তাইবৌদ্ধসকলে খাউয়াকুঃ নামৰ এবিধ খিছিৰি জাতীয় আহাৰ প্ৰস্তুত কৰি খায়। এই খাউয়াকুঃ লাহী চাউল, মাটি কলাই, তিল, আদা আদি মিহলি কৰি ৰান্ধে। এনে খিছিৰি খাবলৈকো বৰ সোৱাদ লগা হয়। গৃহস্থই নিজে খায় আৰু ওচৰ চুবুৰীয়াকো বিতৰণ কৰে।

কেইবাটাও উপ-গোটত বিভক্ত তাই-বৌদ্ধসকলৰ মাইক'চুমফাই আদি ধৰ্ম-সাংস্কৃতিক উৎসৱ পালনৰ পদ্ধতি আদিৰ ক্ষেত্ৰত পাৰ্থক্য পৰিলক্ষিত নহয়।□

## (১৩) হাজংসকলৰ মাজত মাঘবিহু ঃ পুষণী

শ্ৰীৰতন কুমাৰৰায় হাজং

পুষণী বুলি কলেই এটা সৰু জনজাতি গোষ্ঠী হাজংসকলৰ কথাকে মনলৈ আহে। হাজংসকলে পুষণী পৰ্ব পালন কৰে মূলতঃ শক্তিৰ উৎস শ্ৰমক কেন্দ্ৰ কৰি। হাজংসকল সমাজ অবিহনে থাকি ভাল নেপায়। সেয়ে গাঁওপাতি বসতিৰ উপযোগী কৰি সমাজ এখন গঢ়ি লয়। সমাজৰ ৰীতি-নীতি লৈয়েই হাজংসকলে জাতীয় সত্তা ৰক্ষা কৰে।

হাজংসকল মূলতঃ কৃষিজীৱী। কৃষিৰওপৰত নিৰ্ভৰ কৰিয়েই তেওঁলোকে জীৱিকা নিৰ্বাহ কৰে। শ্ৰমদানেৰে শস্য উদপাদন কৰি হাজংসকলে জীয়াই থকাৰ প্ৰেৰণা পায়। আৰু সেয়ে হবলা মানৱ জীৱনত এই শ্ৰমৰ উৎস হিচাবেই অৱসৰ বিনোদনৰ বাবে যেন সৃষ্টি হৈছে সুমধুৰ গীত, সুৰ তাৰ ছন্দ, পূজা-পৰ্ব-উৎসৱ আদি। প্ৰকৃতিৰ বুকুৰ সন্তান হাজংসকলো তাৰ ব্যতিক্ৰম নহয়।

হাজংসকলে পুষণী পৰ্ব (মাঘবিহু) পালন কৰে সাধাৰণতে পুহ মাহৰ শেষৰ দিনটোত। পুহৰ শেষৰ দিনা পুষণী পৰ্ব পালন কৰা হেতুকে ইয়াৰ নাম পুষণী (পুষ), পুষণা পৰ্ব (মাঘ বিহু) ভোগ আৰু অৱসৰ বিনোদনৰ উৎসৱ। এই পুষণী পৰ্বতেই হাজংসকলে মিলিজুলি ভোজ-ভাত খায়। দূৰদূৰণিৰপৰা অহা আত্মীয় কুটুম্বৰ লগত একেলগে বহি সেইদিনা উদৰ পূৰাই খায়। হাজংসকলৰ প্ৰিয় খাদ্য বিসি ভাত,[১] বুকনি ভাত, কহমিদ, দৈ, চিৰা, আখৈ, পিঠা-পনা, কাচামদ, ইত্যাদি

,খাদ্য সম্পৰ্কে হাজংসকলৰ মাজত প্ৰচলিত গীত এটি তলত উল্লেখ কৰা হ'ল ঃ

*দ চিৰা বিসিভাত*
*খাৰ পানী লেবা হাক*
*কাছুৱা মাসাং*
*হিদল-মাছ*
*গুষ্টি বাড়ীত বুকনি ভাত।*

*কৃষকে হালবাই বোকা কৰা খেতি পথাৰত বোৰণীসকলে কঠীয়া ৰোপণ কৰে। কঠীয়া এসময়ত লহপহকৈ বাঢ়ি গৈ খেতি পথাৰ সেউজীয়া হয়।*

ধান ওলায় ধান পকে। শ্ৰমৰ সফলতাৰে আনন্দত কৃষক উৎফুল্লিত। এসময়ত ধান চপোৱা শেষ হয়। উদং হয় শস্য পথাৰ, ফৰকাল আকাশ। গছ-লতাই বৰণ সলায়। পৃথিৱীৰ বুকুত চেঁচা চেঁচা অনুভৱ হয়। অলপ অলপ কৰি নিয়ৰ সৰিবলৈ আৰম্ভ কৰে। এনেকুৱা সুন্দৰ বতৰতে হাজংসকলে পুষণী পৰ্ব পালন কৰে।

পুহৰ জোনাক নিশাত হাজংসকলে পুষণী পৰ্বৰ প্ৰাৰম্ভিক প্ৰস্তুতি হিচাবে বিশেষকৈ চেমনীয়া আৰু ডেকাচামে গাঁৱৰ ঘৰে ঘৰে গৈ 'থুৰী মাগা' গীত গাই গাই ধান-চাউল সংগ্ৰহ কৰে। সেই সংগ্ৰহ কৰা পুঁজিৰে গঁএগা বাইজে ভেলা ঘৰৰ চোতালতে ৰাতি ভোজভাত খায়। *থুৰী মাগা* দলটিত ভাগলোৱা প্ৰত্যেকজনৰ হাতত একোটাকৈ বাঁহৰ লাঠি (টকন) থাকে। *টকনৰ* সহায়ত মাটিত ধুম্‌ধুমকৈ শব্দৰ ছন্দ তুলি গায় ঃ

কয়টৰক পথীৰী
গাৰি টিমুছ কয়,
গিৰি ঘৰে লুকে থাকে
ঘৰ কোনা ভায়।
আৰু—
মুৰী মাগা আয়লুংৰে
এক টেকা পাইলুংৰে....ইত্যাদি।

---

১. বিসি ভাত ঃ বিশেষ পদ্ধতিৰে ভাপত তৈয়াৰী কৰা চাউলৰ ভাত।

২. বুক্‌নি ভাত ঃ একপ্ৰকাৰ সুমিষ্ট ভাত। প্ৰথমতে ধান পানীত তিয়াই থৈ গজালি মেলিবলৈ দিয়া হয়। পিছত ধান শুকাই চাউল উলিয়াই বিশেষ পদ্ধতিৰে এই ভাত বনা হয়। বুকনি ভাত মদ বা নিচা নহয়।

৩. কাচা ঃ অকাৰি চাউলৰ আধাকুটাকৈ ভাত ৰান্ধি 'বাখৰ' নামৰ কন ঔষধি সানি কলপাতেৰে মেৰিয়াই কমেও দুই/তিনি দিন ৰাখিলে যিটো মদ হয় তাকে কাচা বোলে।

৪. কহী, ঘামনি ঃ কাচা মদৰ দৰে বৰাধানৰ অকাঁৰি চাউলৰ আধাকুটা ভাত ৰান্ধি 'বাখৰ' সানি কলপাতেৰে মেৰিয়াই তুলি নাইবা ওপৰৰ পাত্ৰৰ ফুটাৰেদি কন নিগৰি-নিগৰি পৰিব এয়ে কহী মদ। ই যাক যিমানে বেছি দিন ৰাখে সিমানে তেজাল হয়। এইদৰে কহীক তিনি মাহ/ছয় মাহ এনেকি এবছৰলৈকেও কঠালত ভৰাই ৰাখে। বেছি দিন সাঁচি থোৱা মদকে ঘামনি বুলি কোৱা হয়।

## থুৰী মাগা গীতৰ সংযোজন

*উত্তৰ দক্ষিণ ঘৰ্ৰ*
*ঘনক ঘনক ৰোৱা*
*ৰীৰ কৰাওৰে গিৰি ঘৰে*
*বাটা ভৰা গুৰী*
*বাটা ভৰা গুৰীৰী*
*মানচি জুনচি খায়*
*থুৰী মাগা মানচি দেখি*
*ঘৰে গুষ্টি পালায়*
*নাপালাওৰে গিৰি ঘৰে*
*তৰা কেনে পালায়*
*এক চিকাসী জাগা দিলে*
*আমি থুৰী মাগিবা চায়।*
*থুৰী থুৰী থুৰী।*

উল্লেখযোগ্য যে *থুৰী-মাগা* গীত প্ৰথমতে এজনে গায় পিছত দলৰ বাকীবোৰে প্ৰথমজনৰ গীতটো দোহাৰে।

পুহ মাহৰ শেষ নিশা পুৰণী পৰ্ব পালন কৰিবলৈ হাজংসকলে বিশেষকৈ যুৱক-যুৱতীসকলে গাঁৱৰ নিচেই কাষতে থকা নৰাণি পথাৰ বাছি লয়। ভূই তুলিৰ নৰা খেৰ কাটি লৈ ভেলাঘৰ আৰু মেজি সুন্দৰকৈ সাজি উলিয়াই লয়। ভেলাঘৰৰ চোতালত ৰাতি গঞা ৰাইজে মিলি শাৰী পাতি বহি লৈ একেলগে *খাৱন* খায়। *খাৱন* খোৱাৰ পিছত মহিলাসকলে ওৰে নিশা পিঠা-পনা পোৱাত ব্যস্ত হৈ পৰে। ইফালে ডেকা-গাভৰুসকলে নানা ধৰণৰ গীত গাই ৰং-তামাচা কৰি নিশাটো কটায় দিয়ে। পিছত দোকমোকালিতে উঠি গা-পা ধুই নিকা হৈ লয়। পিছত কোনো এজন বয়জ্যেষ্ঠ লোকৰদ্বাৰা হৰিধ্বনি দি মেজিত জুই জ্বলাই দিয়া হয়। তাৰ পিছত মেজিৰ চাৰিওফালে ঘুৰি ঘুৰি হৰিকীৰ্ত্তন গায়। হাত ভৰি সেকি লয়। ইজনে সিজনৰ সৈতে গলাগলি কৰি শুভ ইচ্ছা জনায়। সৰুৱে ডাঙৰক সেৱা কৰে। ডাঙৰে সৰুক আৰ্শীবাদ দিয়ে, যাতে আগন্তুক বছৰটো সুন্দৰভাৱে অতিবাহিত হয়। বৈষ্ণৱ প্ৰথাত বিশ্বাসী হৰিভকত

হাজংসকলে গাঁৱৰ ঘৰে ঘৰে গৈ হৰি-কীৰ্ত্তন গাই আত্মসন্তুষ্টি লভাৰ লগতে শ্ৰীহৰিৰ ওচৰত প্ৰাৰ্থনা কৰে গএগ ৰাইজৰ মঙ্গলৰ কাৰণে। আৰু শাক্ত পন্থী হাজংসকল ইখন ঘৰৰপৰা সিখন ঘৰলৈ গৈ দৈ চিৰা, পিঠা-পনা, মদ-মাংস সেৱন কৰি মতলীয়া হৈ পৰে। মাঘ মাহৰ পহিলা দিনটো হাজংসকলৰ কাৰণে এক এৰাব নোৱাৰা দিন। গাঁৱৰ মইনা চেমনীয়া সকলেও স্ফূৰ্ত্তি-তামাচা কৰি ঘৰে ঘৰে গৈ দৈ-চিৰা, পিঠা-পনা খাই ফুৰে। আৰু গাঁৱৰ ডেকা-গাভৰুৱে জাকে জাকে বনভোজ খাবলৈ ওলাই যায়। বনভোজৰ কাৰণে তেওঁলোকে বাছি লয় প্ৰকৃতিৰ মনোমোহা চিত্ৰ সদৃশ নৈৰ পাৰ। মাঘ মাহৰ প্ৰথম দিনা হাজং ডেকা-গাভৰুৰ হাঁহিৰ খলকনিত নিস্তব্ধ নৈ পাৰ সেইদিনা ৰং-ৰসেৰে পুনৰ গজীৱ হৈ উঠে। নৱযৌৱন প্ৰাপ্ত ডেকা-গাভৰুৰ মনত প্ৰেমৰ জোৱাৰত কল্ কল্কৈ বৈ থকা নৈ খনিও আৰু কাব্যময়ী হৈ পৰে সিহঁতৰ হৃদয়ানন্দৰ তালে তালে।

ইফালে গাঁৱৰ জীয়ৰী-বোৱাৰী সকলেও চোতাল, ঘৰ, গোহালি, সাৰি মুছি-লেপি লৈ গা-পা ধুই উঠি হৰি মন্দিৰ নাইবা তুলসী তলত চাকি জ্বলাই নিকা মনেৰে সেৱা ভক্তি কৰে। ঘৰৰ গৃহস্থজনৰ লগতে দূৰ-দূৰনিৰপৰা অহা আত্মীয় স্বজন আৰু গএগ ৰাইজৰ আলপৈচান ধৰাত ব্যস্ত হয়।

হাজংসকলৰ পৰম্পৰা অনুযায়ী মাঘৰ প্ৰথম দিনা গোহালি ঘৰ চাফ চিকুনাই লৈ ধূপ-ধূনাৰে গো-পূজা কৰে। সেইদিনৰ পৰাই গৰুৰে ডিঙিৰ পৰা পঘা খুলি দি গৰুবোৰক মুক্তভাৱে বিচৰণ কৰি ঘাঁহ খাবলৈ এৰি দিয়া হয়।

উল্লেখযোগ্য যে কোনো কোনো অঞ্চলৰ হাজংসকলে মাঘ বিহুৰ পিছৰেপৰা পুৱতি নিশাতে উঠি, নৈৰ স্বচ্ছ পানীত গা-ধুইছিল। জনা যায় এই স্নান-কাৰ্য্য প্ৰায় এমাহ ধৰি পালন কৰা হৈছিল। এনেদৰে গা-ধোৱা কাৰ্য্যক 'মাঘ চিলিম' বুলি কৈছিল। এনেদৰে গা-ধোৱাটো শৰীৰ আৰু স্বাস্থ্যৰ পক্ষে উপকাৰী বুলি হাজংসকলে বিশ্বাস কৰি আহিছে। ■

# (১৪) খামতিসমাজত মাঘবিহু : মাইমেফুং

শ্ৰীপ্ৰণীতা বৰদলৈ

খাম্‌তিসকল বৃহৎ তাই গোষ্ঠীৰ এটা প্ৰধান শাখা। এওঁলোকৰ মূল বাসস্থান উত্তৰ ব্ৰহ্মৰ ইৰাৱতী উপত্যকাৰ বৰখামতি দেশ বা খাম্‌তি লং বা খামিত মুং। খাম্‌তি শব্দৰ ব্যুৎপত্তিগত অৰ্থ হৈছে 'সোণৰ দেশ'। 'খাম্' মানে সোণ আৰু 'টি'ৰ অৰ্থ হৈছে ঠাই। হয়তো ঠাইখনত সোণৰ প্ৰাচুৰ্য্য থকা বাবেই খামতি শব্দৰ উৎপত্তি বুলি ড° লীলা গগৈদেৱে মন্তব্য কৰিছে। বৰখামতি দেশৰপৰা পাটকাই পাৰ হৈ অসমলৈ প্ৰব্ৰজন কৰোঁতে খামতিসকলে লগত লৈ আহিছিল স্বকীয় ধৰ্ম, ভাষা, কৃষ্টি-সংস্কৃতি। সংস্কৃতিবান খাম্‌তিসকল অন্যান্য বৌদ্ধ তাইসকলতকৈ জ্ঞান, বিদ্যা, কলা-সংস্কৃতি আদিত বহুগুণে চহকী।

খামতিসকল হীনযানী বা থেৰবাদী বৌদ্ধ ধৰ্মাৱলম্বীলোক। এওঁলোকে পালন কৰা সকলোবোৰ উৎসৱেই ধৰ্ম-কৰ্মৰ লগত জৰিত। খামতিসকলৰ বিভিন্ন উৎসৱৰ ভিতৰত মাঘবিহু বা 'মাইমেফুং' এটা লেখত ল'বলগীয়া উৎসৱ। এমাহ জোৰা প্ৰস্তুতিৰ অন্তত মাঘবিহুটি পালন কৰা হয় মাঘী পূৰ্ণিমাত। খামতিসকলৰ প্ৰায়বোৰ উৎসৱেই পূৰ্ণিমা তিথিত উদ্‌যাপিত হয়। পূৰ্ণিমা তিথিটো তাই বৌদ্ধসকলৰ দৃষ্টিত অতিকৈ পবিত্ৰ; কাৰণ পূৰ্ণিমা তিথিতেই ভগবান বুদ্ধই জন্ম লাভ কৰিছিল, বুদ্ধত্ব আহৰণ কৰিছিল আৰু নিৰ্বাণ লভিছিল। মাঘৰ বিহুটি অসমৰ খামতি তথা তাই-বৌদ্ধসকলে অসমীয়া হিন্দুৰ দৰে পুহৰ সংক্ৰান্তিত পালন নকৰি মাঘী-পূৰ্ণিমাত উদ্‌যাপন কৰাৰ তাৎপৰ্য্যও হয়তো এইটোৱেই।

*মাইমেফুং* খামতিসকলৰ কৃষিভিত্তিক উৎসৱ। খেতি চপাই উঠি বছৰটোলৈ ভঁৰালত শস্য গোটাই লৈ কৃষিজীৱী অসমীয়াই ভোগৰ উৎসৱ মাঘবিহু পাতে। মেজি সাজে। অসমীয়াৰ দৰেই খামতিসকলেও এই উৎসৱত মেজি বা *মাইক'চুমফাই* পোৰে আৰু জুই পুৱায়। 'মাইক'চুম্ফাই' শব্দটোৰ অৰ্থ এনেদৰে দেখুৱাব পাৰি : 'মাই'- খৰি বা কাঠ, 'ক'- জপা বা ওখ কৰা কাৰ্য্য, 'চুম'- দাহনকাৰ্য্য, 'ফাই'- জুই; অৰ্থাৎ ওখকৈ খৰি জাপি দাহ কৰা কাৰ্য্য। মাঘবিহুৰ মেজিৰ জুইয়ে অগ্নি উপসনাৰ কথাকে সূচায়। 'মেজি' শব্দটো সংস্কৃত 'মেধ্য' শব্দৰ পাছত ই প্ৰত্যয় লগলাগি সাধিত হৈছে। 'মেধ্য' বা মেধ

শব্দৰ অৰ্থ হৈছে হোম। অসমৰ খামতিসকলওে মেজি জ্বলোৱা প্ৰথাক অগ্নিৰ উপাসনা বুলিয়ে ব্যাখ্যা কৰে।

খামতিসকলৰ *মাইক'চুমফাই* চালে চকুৰোৱা। ইয়াক তিনি, চাৰি, ছয় বা আঁঠ কোণীয়াকৈও সাজিব পাৰি। প্ৰতিটো কোণত একো যোৰকৈ বাঁহ পুতি খৰি জাপিবৰ বাবে উপযুক্ত কৰি তোলা হয়। ইয়াৰ তিনিটা অংশ স্পষ্ট হৈ থাকে— *পালাং, মাইক'চুমফাই* আৰু *থি* (চুড়া)। *মাইক'চুম্ফাইৰ* তলৰ অংশটোক *পালাং* বোলে। মাটিৰপৰা প্ৰায় দুফুট ওপৰলৈ কলপটুৱাৰে এক সুন্দৰ আৰ্হিত পালাং সজা হয়। *পালাং শব্দৰ অৰ্থ হৈছে আসন, সিংহাসনৰ* আৰ্হিত এই পালাং সাজি উলিওৱা হয়। *দেখিলে এনেবোধ হয় যেন এই* পালাঙৰ ওপৰতে *মাইক'চুম্ফাইটো* থিয় হৈ আছে। আচলতে *পালাং* সাজি মেজিৰ বাবে পুতি লোৱা বাঁহকেইডাল ঢাকি দি *মাইক'চুমফাইটো* দেখিবলৈ সৰ্বাঙ্গসুন্দৰ কৰি তোলা হয়। পালাঙৰ চাৰিওকাষে গাৰপৰা দুফুটমান আঁতৰাই চাৰিচুকত একোজোপাকৈ কুঁহিয়াৰ, কলপুলি, লাউপুলি পুতি দিয়া হয়। এই পুলিকেইটাৰ ইটোৰপৰা সিটোলৈ এৰাঁসূতা বান্ধি দিয়াৰ উপৰিও ৰংবিৰঙৰ কাগজেৰে পালাং ৰঙীন কৰি তুলিবলৈ খামতি ডেকা-গাভৰুৱে নাপাহৰে। খামতিসকল নৈষ্ঠিক বৌদ্ধ। এওঁলোকে বৌদ্ধধৰ্মৰ সকলো আচাৰ-নীতি মানি চলে। ইয়াৰ লগতে নিজস্ব লোকবিশ্বাস কিছুমানো খামতিসমাজত বৰ্ত্তি আছে। এওঁলোকৰ সকলোবোৰ মাংগলিক অনুষ্ঠানতে কুঁহিয়াৰ, কলপুলি, লাউপুলি আৰু এৰাঁসূতাৰ প্ৰয়োগ বিশেষভাৱে মন কৰিবলগীয়া কথা।

পালঙৰ ওপৰলৈ ক্ৰমান্বয়ে দেখা যায় *মাইক'চুমফাই* আৰু থি চুড়া। *মাইক'চুম্ফাইৰ* মাজৰ অংশটোৰ গুৰিফাল আৰু ওপৰ অংশতকৈ সামান্য ডাঙৰকৈ সজা হয়। ইয়াক এনে ৰূপ দিবৰ বাবে তিনিটা বেলেগ বেলেগ জোখৰ *হ'ক্তাফাই* সাজি উলিওৱা হয়। খামতি ভাষাত *হ'ক্তাফাইৰ* অৰ্থ হৈছে চৌকা। আমি ইয়াক ফ্ৰেম বুলিবও পাৰোঁ। *হ'কতাফাইকেইটা* পুতি থোৱা বাঁহকেইডালত গুৰিভাগ, মাজভাগ আৰু কিছু ওপৰলৈ বান্ধি দি তাৰ ওপৰত খৰি জাপি যোৱা হয়। খৰিবোৰ *হ'কতাফাইকেইটাৰ* জোখত কাটি লোৱা হয়। খামতিসকলে এমাহ আগৰেপৰা মেজিৰ খৰি চাঁচি বাকলি গুচাই শুকুৱাই পেলায়। মেজিটো যথেষ্ট ওখকৈ সজা হয়। মেজিত খৰি জপা কাৰ্য্য হৈ উঠাৰ পাছত প্ৰতিযোৰ বাঁহৰ খুটাক কলপটুৱাৰ থিয়কৈ ঢাকি দি সোণত সুৱগা চৰায়। *মাইক'চুম্ফাইৰ* একেবাৰে আগত সৌন্দৰ্য্যৰ প্ৰতিমূৰ্ত্তিহে থিয় দি থাকে *থি*। এটুকুৰা কুমলীয়া আগলি বাঁহ চিতাচিতকৈ ফালি এটা পদ্মৰ আৰ্হিত *থি* প্ৰস্তুত

কৰি তোলা হয়। থিৰ আগঅংশৰ বাঁহ গোটা হৈ থাকে। সম্পূৰ্ণৰূপে ফালি গোলোৱা নহয়। ৰংচঙীয়া কাগজ কাটি *থিত* লগাই দি ইয়াক আকৰ্ষণীয় কৰি তোলা হয়। *থিৰ* একেবাৰে আগত জিলিকি থকা ৰূপালী কাগজ মেৰিয়াই দি খামতিসকলে তেওঁলোকৰ গভীৰ সৌন্দৰ্যবোধৰ পৰিচয় দিয়ে। ৰূপালী কাগজৰ প্ৰয়োগেৰে তেওঁলোকে বহুদূৰৰ পৰাই দৰ্শকৰ দৃষ্টি আকৰ্ষণৰ প্ৰচেষ্টা চলায়।

খামতিসকলৰ মাঘবিহু দুদিনীয়া আনন্দোৎসৱ। বসন্তোৎসৱ *পয়চাংকেনৰ* দৰেই এই উৎসৱো পালন কৰা হয় বৌদ্ধবিহাৰ *(ক্যং)* বা *বাপুচাঙত*। গাঁৱৰ একমাত্ৰ বৌদ্ধ বিহাৰটিৰ প্ৰাঙ্গণত সমূহ ৰাইজ লগ হৈ একেটাই মাত্ৰ *মাইক'চুমফাই* সাজি খামতিসকলে তেওঁলোকৰ মাজত ঐক্যৰ জয়গানকে ঘোষণা কৰিছে।

*মাইমেফুং* উৎসৱ উদ্‌যাপনৰ অৰ্থে পূৰ্ণিমাৰ দিনা গধূলি বেলিকা ডেকা-বুঢ়া, ল'ৰা-সুৰি, বুঢ়া-মেথা সকলো বাপুচাঙত গোট খায়। সকলোৱে মাঘবিহুৰ ধৰ্মীয় আচাৰ আৰু লোকাচাৰ পালন কৰে। মম, ধূপ, ফুলৰ শৰাই আদিৰে সকলোৱে মেজিলৈ সেৱা জনায়। তাৰ পাছত বুদ্ধ, ধৰ্ম আৰু সংঘৰ নামত মেজি উৎসৰ্গিত হয়। এই উৎসৰ্গ কাৰ্য্য প্ৰতিবাৰেই মাটিত পানী ঢালি বসুন্ধৰাক সাক্ষী কৰিসম্পন্ন কৰা তেওঁলোকৰ সমাজত যিকোনো দানকাৰ্য্য বসুন্ধৰাক সাক্ষী কৰি কৰা হয়। উল্লেখযোগ্য যে দানকাৰ্য্য খামতিসমাজৰ এক আচৰণীয় অনুষ্ঠান। এই গোটেইখিনি কাৰ্য বৌদ্ধ-ভিক্ষু বা বাপুৱে সমাধা কৰে। পুৰোহিত *(চেলে)* বা পাঠকে ৰাইজৰ প্ৰতিনিধিত্ব কৰে। বাপুচাঙৰ প্ৰাঙ্গণত ভেলাঘৰ সাজি খামতি ডেকা-গাভৰুৱে সেই ৰাতি আনন্দ-উল্লাস কৰে আৰু 'মৌ-চৌ' ত ৰন্ধা ভোজ-ভাত খায়। নিশাৰ শেহভাগত গা-পা ধুই গাঁৱৰ এজন মুখিয়াল ডেকাই মেজিত জুই দিয়ে। খামতিসকলৰ মেজি জ্বলোৱা পদ্ধতি অসমীয়া আৰু হিন্দু অসমৰ আন আন গোষ্ঠীতকৈও বেলেগে। তেওঁলোকৰ মেজিত জুই দিয়া হয় ওপৰৰপৰা। মেজিৰ জুই পুওৱাৰ অন্তত ৰাতিপুৱা খামতিসকলে চাউল, তিল, শুকান মাছ, কাঠ আলু, আদা, নহৰু আৰু নানাবিধ শাক-পাচলি সানমিহলি কৰি ৰন্ধা এবিধ খাদ্য প্ৰসাদ হিচাপে গ্ৰহণ কৰে। পুৱাবেলা বাপুচাঙত *চিতাং* (তিথি) পালন কৰা হয়। ডেকা-বুঢ়া, ল'ৰা-ছোৱালী সমন্বিতে পঞ্চশীল গ্ৰহণ কৰে। দিনৰ ভাগলৈ ধৰ্মালোচনী সভা পতা হয়। এই সভাত খামতি ভাষাত বুদ্ধৰ বাণী, *জাতকৰ সাধু* আদি পাঠ কৰাৰ উপৰিও 'ধৰ্ম্মপদ'ৰ দৰে গ্ৰন্থও পাঠ কৰা হয়। মাঘবিহুত খামতিসকলৰ মাজত সেৱা-সৎকাৰ, খোৱাবোৱা

(পিঠা-পনা, জা-জলপান আদি), ফুৰা-চকা কৰা আদি প্ৰথাও আছে। খামতিসকলৰ এই আনন্দ-উৎসৱত ওচৰ চুবুৰীয়া অনা-খামতিলোকসকলেও ভাগলৈ অনুষ্ঠানটি সাফল্যমণ্ডিত কৰি তোলে।

পৃথিৱীৰ বিভিন্ন জাতিৰ মাজত অগ্নি-উৎসৱৰ প্ৰচলন আছে। মাঘবিহুত অগ্নিপূজাৰ কথা যদিও সোমাই পৰিছে অগ্নি-উপসনাই ইয়াৰ মূখ্য উদ্দেশ্য নহয়। "ভোগালি বিহুৱে বছৰৰ কৃষি কৰমৰ সামৰণৰ কথাকে সূচায়" (ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য)। খামতিসকলৰ জন-জীৱন ধৰ্মীয় ৰীতি-নীতিৰ দ্বাৰা পৰিচালিত হয় যদিও কৃষিৰ প্ৰভাৱো এওঁলোকৰ সংস্কৃতিত পৰিছে। এইক্ষেত্ৰত অসমৰ আন আন গোষ্ঠীৰ মাঘবিহু আৰু খামতিৰ *মাইমেফুঙৰ* মাজতে সাদৃশ্য আছে। ৰং-ৰহইচেৰে উদ্‌যাপিত এই পবিত্ৰ অনুষ্ঠাটিক খামতিসকলে এক কৃষিভিত্তিক ধৰ্মীয় উৎসৱ হিচাপে গণ্য কৰি আহিছে। এই উৎসৱে খামতিসকলৰ মাজত ঐক্য-সম্প্ৰীতি, ধৰ্ম-ভাৱ আৰু সৌন্দৰ্য্যবোধ জাগৃত কৰি এওঁলোকৰ সংস্কৃতিক অধিক সমৃদ্ধিশালী কৰি তুলিছে।

## গ্ৰন্থপঞ্জী

ড° মহেশ্বৰ নেওগ, 'খামটি' *অসমৰ জনজাতি*।

ড° লীলা গগৈ, টাই-সংস্কৃতিৰ ৰূপৰেখা।

ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য, *অসমৰ লোক উৎসৱ*।

## সংবাদ দাতা/দাত্ৰী

(১) চৌইঙডানা মানচে, গোঁসাইবাৰী, লক্ষীমপুৰ

(২) চৌমহেন্দ্ৰ গোঁহাই, গোঁসাইবাৰী, লক্ষীমপুৰ

(৩) চৌপ্ৰজ্ঞানন্দ মানচে, গোঁসাইবাৰী, লক্ষীমপুৰ

(৪) চৌচন্দ্ৰ মানচে,. গোঁসাইবাৰী, লক্ষীমপুৰ

# (১৫) তাই-আহোমসকলৰ মাঘবিহু

**চাও ল্যাও জেং**

ব্ৰহ্মপুত্ৰ উপত্যকা, তিব্বত-বৰ্মী প্ৰজাতিৰে ভৰপূৰ, যিখন উপত্যকালৈ উত্তৰ ব্ৰহ্মাৰ হুকং উপত্যকাৰপৰা চীন-তিব্বতীয় ভাষাগোষ্ঠীৰ অন্তৰ্গত শ্যাম চীন ভাষাৰ এটি ঠালে ১২১৫ খৃঃত সৌমাৰপীঠলৈ যাত্ৰা কৰে। এই ঠালটিৰ নেতৃত্ব দিছিল চাওলুং চুকাফাই। তেওঁ পাটকাই পৰ্বত পাৰ হৈ আহি ১২২৮ খৃঃত 'মুং-ডুন-চুন-খাম' নামে এখন নতুন ৰাজ্যৰ পাতনি মেলিলে। অৱশ্যে ইয়াৰ পং মাম্ৰাজ্যৰ ৰজা চুকেমফাই ৭৭৭ খৃঃত সিংহাসনত আৰোহণ কৰি ভাতৃ সেনাপতি চামলুম্ফাক ব্ৰহ্মপুত্ৰ উপত্যকা দিগ্বিজয় কৰিবলৈ পঠাইছিল যদিও চামলুমফাই ত্ৰিপুৰা, মণিপুৰ, কাছাৰ আদি জয় কৰিছিল, তাৰ স্মৃতি স্থায়ী কৰি থৈ যাব নোৱাৰিলে। চাওলুং চুকাফাই তাই গোষ্ঠীক মুং-ডুন-চু-খামত স্থায়ীভাৱে বসবাস কৰালে। থলুৱালোকে এই গোষ্ঠীটোক 'অহম' নাম দিয়াৰ মূলকত কামৰূপ, প্ৰাগজ্যোতিষপুৰৰ নাম হ'ল অসম। উজনি অসমৰ বৰাহ, কছাৰী, মৰাণ আদি জনগোষ্ঠীক ছলে-বলে-কৌশলেৰে নিজৰ অধীনলৈ আনি স্বৰ্গদেউ প্ৰতাপসিংহৰ দিনত, এখন গণতান্ত্ৰিক ৰাষ্ট্ৰ গঢ় দিলে। পূব ভাৰতৰ শিৱাজী, স্বৰূপে স্বৰ্গদেউ ৰুদ্ৰসিংহই এই ৰাষ্ট্ৰৰ শিল্প-বাণিজ্য, সাহিত্য, সংস্কৃতি বিকাশ কৰি বহু উন্নতি সাধন কৰিলে।

তাই জনগোষ্ঠীয়ে ম্যুং-ডুন-চুন-খামৰ বিভিন্ন জনগোষ্ঠীৰ ভাষা, সংস্কৃতি আদৰি লৈ, সুন্দৰ তথা অপূৰ্ব সমন্বয়ৰ পথ মুকলি কৰিলে। এই ক্ষেত্ৰত বিহু উছৱৌ মুখ্য ভূমিকা গ্ৰহণ কৰিলে। প্ৰধানতঃ তাইসকল কৃষিজীৱী আছিল আৰু *মুং-ডুন-চুন খামত* বসবাস কৰা আটাইবিলাক জাতিয়েই কৃষিজীৱী। সেয়ে উৰ্বৰা-বিশ্বাসবো তৈয়াৰী কৃষিজীৱী মানুহৰ বিহুটো, উছৱৰ সৈতে ওতপ্ৰোত ঃ ভৱে জড়িত। এটাক এৰি আনটো থাকিব নোৱাৰে (বৰুৱা, হেমন্ত কুমাৰ; *চে-ম-ডেন,* পৃঃ০১, ১৯৯৫)।

কাতিবিহু, মাঘবিহু আৰু বহাগবিহু এই কেইটাই অসমৰ প্ৰধান বিহু উছৱ যাৰ লগত তাই-আহোমসকল নিৰবচ্ছিন্নভাৱে জড়িত। বহাগ বিহু নতুন বছৰৰ উছৱ, যাক বিশ্বৰ বিভিন্ন দেশে, বিভিন্ন সময়ত পালন কৰে। ইয়াৰ যোগেদি নতুন বছৰক বিদায় সম্ভাষণ জনায়।

প্ৰাচীন ভাৰতত আঘোণ মাহত অনুষ্ঠিত হোৱা নতুন শস্যৰ উছৱত , ভগৱানক ধন্যবাদ দিয়াৰ নিয়ম প্ৰচলন আছিল। বিশ্বৰ অন্যান্য দেশত এনে ধৰণৰ উছৱ আড়ম্বৰেৰে পালন কৰা দেখা গৈছে। থুনলাইৰ নাত্তি ত্যাও আইজেপত্যাতফা (খৃঃ ৬৩৮) ৰজাৰ দিনত তাইসকলৰ আইজেপী শঁক গণনা কৰা হয়। স্বৰ্গদেউসকলে অসমত হিন্দু ধৰ্ম গ্ৰহণ তথা অসমীয়া ভাষাত, বুৰঞ্জী ৰচনা কৰা আগলৈকে আঘোণ মাহক নৱবৰ্ষৰ প্ৰথমমাহ বুলি ধৰি লৈছিল।

সামগ্ৰিকভাৱে আঘোণ-পুহ মাহত উদ্‌যাপন কৰা উছৱটোৱেই আছিল মাঘবিহু। অৱশ্যে স্বৰ্গদেউ চুহংমুং দিহিঙীয়াৰ ৰাজত্ব কালৰপৰা বহাগ মাহত পালন কৰা নতুন বছৰৰ উছৱটোৱেই হ'ল বহাগ বিহু বুলিধৰা হ'ল। পৰিব্ৰাজক আলবেৰুণীয়ে কয়, শ্যাম দেশৰ নতুন বছৰ মাগশীৰ্ষৰ (অগ্ৰাহয়ণ) মাহৰপৰা নৱবৰ্ষৰ আৰম্ভ হৈছে।

*মাই-ক-চুম-ফাই* তাই-আহোমসকলৰ কৃষি উছৱ, যাক তাই ভাষাত কয় *পায়* (উছৱ) *পিও* (আনন্দ কৰা) অৰ্থাৎ ৰং-ধেমালি কৰা উছৱ। তেওঁলোকে বহাগ বিহুক 'পয়-চাং কেঞ্ঞ' আৰু কাতি বিহুক 'চিপ-চং-কা' বোলে। *মাই-ক-চুম-ফাই* বা মেজি জুই তাই-আহোমসকলৰ কৃষিৰ লগত ওতপ্ৰোতভাৱে জড়িত পৰম্পৰাগত উছৱ। বুৰঞ্জীয়ে কয় যে, তাই-আহোমসকল পানীত খেতি কৰাত পৰিপক্ক আছিল। তেওঁলোকে *চিপ-চং-কা* পালন কৰাৰ অন্তত, শস্যতলিৰ ধান লহপহকৈ বাঢ়ি সোণালী বৰণ ধৰা দেখিবলৈ পায় মনত অপাৰ আনন্দৰ খলকনি উঠে। লাহে লাহে আঘোণ মাহ পোৱাৰ লগে লগে লক্ষী আইৰ প্ৰতি শ্ৰদ্ধা জনাই গৌৰৱত আত্মহাৰা হৈ পৰে। *ঠেঁটুৱৈ* ধৰা জাৰ নেওচি পথাৰৰ লখিমী দাই আনি মৰণা মাৰি ভঁৰালত থয়। সেয়ে উদং পথাৰখনিত হাড়-কঁপোৱা জাৰক খেদিবলৈ *মাই-ক-চুম-ফাই* আড়ম্বৰেৰে পৰম্পৰা গতভাৱে পালন কৰি আহিছে, য'ত *ঠেঁটুৱৈ* ধৰা দেহাত উষ্ণতাৰ সোৱাদকণ পায়।

*এই* উছৱৰ কিছুদিন আগৰপৰা তেওঁলোকে 'মাই-জি' সংগ্ৰহ কৰে। *মাই* মানে খৰি আৰু *জি* সংগ্ৰহ কৰা বা ওখকৈ দম কৰা। ইয়াৰে মেজি সাজি সন্ধ্যা বেলা ভীমকল গছ, মেজিৰ কাষে কাষে শাৰী শাৰীকৈ পোতাৰ প্ৰথা আছে। ইয়াৰ অন্তত বানফাইত থকা চাকি জ্বলায়। নতুন চাউলৰ ভাত আৰু বহুবিধ শাক-পাচলিৰে আঞ্জা ৰান্ধে, প্ৰীতিভোজৰ আয়োজন কৰে। অৱশ্যে নতুন শাক-পাচলিবোৰ হে ব্যৱহাৰ কৰা হয়। সেই দিনা ঘৰে পতি চিৰা-পিঠাকে আদি কৰি, বিভিন্ন ধৰণৰ খাদ্য বস্তু প্ৰস্তুত কৰে। এয়ে তাই-আহোমসকলৰ উৰুকা বিহু।

উৰুকা বিহুৰ বহু আগৰপৰা ধাননি পথাৰৰ এডোখৰ খালী ঠাঁই চাঁচি-চুকুকি চাফা কৰি এটি মেজিঘৰ সাজে, যাক বাঁহ আৰু ধানৰ নৰাৰে সাজিলোৱাৰ পৰম্পৰা আছে।

ফলা খৰি নুগুকুৰালেকে ডেকাসকলে ৰাতি পহৰা দিয়ে। মেজি ৰখীয়াসকলে ঢোল, গেঁপা আদি বজাই আৰু বিহু-গীত গাই চাৰিওদিশ আনন্দেৰে মুখৰিত কৰি তোলে। মেজি ৰখীয়াসকলে ঢল পুৱাতে নৈ বা বিলত স্নান কৰি, পৱিত্ৰ মনেৰে ফুৰা-ত্ৰা-আলংক সেৱা জনায়। ইয়াৰ অন্তত জোঁৰ লৈ থকা চাৰিজন ডেকাই মেজিত অগ্নি সংযোগ কৰে। পুৱাৰ লগে লগে মেজিৰ জুইয়ে বিৰাট আকাৰ ধাৰণ কৰে। গএগাই *পফিচু* বা বনদেৱতা নামৰ দেৱতাক ভক্তিৰ অঞ্জলি যাচি মাহ, কড়াই আদি পৱিত্ৰ বস্তুবোৰ মেজিলৈ চটিয়াই দিয়ে। এয়া *মাই-ক-চুম-ফাইৰ* মাধ্যমেদি অগ্নিৰ অধিকাৰী বনদেৱতাক ভক্তিৰে প্ৰণিপাত জনোৱাৰ এটি অনুপম অনুষ্ঠান।

মেজি জুই বিহু বুলি পালন কৰা, এনে ধৰণৰ উছৱ *মাই-ক-চুম-ফাই*, মেজি ঘৰত যি বিহুগীত পৰিবেশ কৰে, তাত আছে ইজনে সিজনক ভাব-ভাবা বিনিময়ৰ কৰাৰ অফুৰন্ত আনন্দ, ঐক্যৰ এনাজৰীডাল সুদৃঢ় কৰি গঢ়ি তোলাৰ, নৱবৰ্ষৰ বাবে নিজক কাৰ্য্যক্ষম কৰি গঢ়ি তোলাৰ আৰু উন্মত্ত যৌৱনৰ ভৱিষ্যত সোণালী সপোন দেখাৰ প্ৰতিচ্ছবি। উদাহৰণ স্বৰূপে কেইশাৰীমান তাই-আহোমৰ বিহুগীত ডাঙিধৰা হ'ল যেনে ঃ

*ছেং নাং ঐ মানাই পীহ পীহ*

*ছেং নাং ঐ মু ফুক পীহ পীহ*

*ছেনাং ঐ ছেংখাম ঐ মালাই নে মক কাম ক'কী।*

*ছেং নাং ঐ নুক খাম পাম কাংথে'ন মাই*

*ছেং নাং ঐ জীত নায়িঃ খিন জীত নায়িঃ অন*

*ছেং নাং ঐ ছেং খাম ঐ আও কুং হিত তাং মক খাম পাম।*

এই মেজি ঘৰেই আছিল জাতীয় আখৰা ঘৰ, য'ত তাই-কৃষ্টি-সংস্কৃতিৰ বীজ নিহিত আছিল, এনে নহয় মুকলি মনেৰে না-না ধৰণৰ খেল-ধেমালি কৰাৰ উপৰিও বিভিন্ন ধৰণৰ জীৱ-জন্তুৰ যুঁজৰ প্ৰতিযোগিতা উদং পথাৰতেই আয়োজন কৰিছিল। *মাই-ক-চুম-ফাই* অগ্নি উছৱৰ মাধ্যমেদি এনে ধৰণৰ খেল-ধেমালি আৰু যুঁজৰ প্ৰতিযোগিতাৰ আয়োজন কৰি ডেকাসকলে সাহসী হোৱাৰ পৰিবেশ পাইছিল। এনে ধৰণৰ জীৱ-জন্তুৰ যুঁজৰ প্ৰতিযোগিতা চীন-থাইলেণ্ডৰ

বাদে পৃথিৱীৰ কতো পাবলৈ নাই। *মাই-ক-চুম ফাই*ত আয়োজন কৰা ৰং-ধেমালি আজিও তাই-আহোম তথা মংগলয়ডসকলৰ সমাজত প্ৰচলিত আছে।

ম'হ যুঁজ, হাতী যুঁজ, কুকুৰা যুঁজ, মাল যুঁজ, শেন যুঁজ আদি উদং পথাৰতেই আয়োজন কৰিছিল। অৱশ্যে পাছলৈ এনে ধৰণৰ বাঘ-ঘোঙকে আদি কৰি সকলো যুঁজ আৰু ৰং-ধেমালিবোৰ ৰাজকীয় হিচাপে পতাৰ ব্যৱস্থা কৰা হ'ল। এই সম্বন্ধে লেখকৰ 'আহোম যুগৰ খেল-ধেমালি' নামৰ গ্ৰন্থত বহলাই আলোচনা কৰা হৈছে।

সেইদিনা গধুলি তাই-আহোমসকলৰ পূৰ্বপুৰুষসকলক (পুলিন, পুথাউ) স্মৰণাৰ্থে *বান-ফি, ডাম-ফি* আদি অনুষ্ঠান পাতে। এইসকল পুলিন, পুথাউৱে অতীজত হাবি-জংঘল কাটি পৰ্বত-পাহাৰ খহাই একো একোকনি পথাৰ তৈয়াৰ কৰি জীয়াই থাকিবৰ বাবে এমুঠি অন্ন উৎপাদন কৰিছিল। এনেকৈ তাই-আহোমসকলৰ সমাজত ওতপ্ৰোতভাৱে জড়িত হৈছে পথাৰ আৰু মানুহৰ মাজত। এনে সম্বন্ধ সাতামপুৰুষীয়া পথাৰ অবিহনে তেওঁলোক জীয়াই থাকিব নোৱাৰে। না না শস্য উৎপাদন কৰা পথাৰখন দেখিলে তেওঁলোকৰ মন আনন্দত নাচি উঠে। সেয়ে সময় উপযোগী কৰি, মোহময়ী পথাৰখনিক শ্ৰদ্ধা-ভক্তি জনাবলৈ নানান উছৱ পালন কৰি আহিছে (গগৈ, ভুৰ্জ্জধৰ; প্ৰতিদিন, ১৩ জানুৱাৰী, ১৯৯৯)।

তাই-আহোমসকলে বিশ্বাস কৰে যে, পেঁপা, বাঁহী, গগনা, সুতুলি আদিৰ মাতে ডেকা-গাভৰুৰ যৌৱন বাসনাৰ ইংগিত দিয়ে, নৃত্যৰ গিৰিপনিয়ে পৃথিৱীক নৱবৰ্ষৰ বাবে যৌৱনপ্ৰাপ্ত হ'বলৈ আকুল আহ্বান জনায় আৰু দেৱবাদ্য ঢোলৰ মাতে ফুৰা-ত্ৰা-আলঙক প্ৰাৰ্থনা জনায় যে, বৰুণ দেৱতাই বৰষুণৰূপী বীৰ্য্য স্খলন কৰি পৃথিৱীক সৰ্গভা হ'বলৈ এনে ধৰণৰ লোক-বিশ্বাস *মাই-ক-চুম-ফাই* উছৱৰ লগত জড়িত হৈ আছে পৰম্পৰাগতভাৱে।

ফুৰা-ত্ৰা-আলঙ– ভগবান, বান-ফি আৰু মে-ডাম-মে ফি– মৃতসকলৰ বাবে পজা উছৱ।



# (১৬) চাহ জনজাতিৰ সমাজত মাঘবিহু

**শ্ৰীসুশীল কুৰ্মী**

"ভোগালী বিহু অসমীয়া সমাজৰ অন্যতম জাতীয় উৎসৱ। মাঘ মাহত হোৱা বাবে ইয়াক মাঘবিহুও বোলে। চাহ জনজাতি সমাজে "পৌষ পৰব বোলে। পৌষ পৰব আৰু ভোগালী বিহু দুয়োৰে মাজত কিছু মিল আৰু কিছু অমিলো আছে। সামগ্ৰিকভাৱে মিল দেখা পাওঁ মেজি ঘৰ্ পাতি ভোজ-ভাত খোৱা, ৰাতি আনৰ বাৰীত আলু, কবি চোৰ কৰা দোকমোকালিতে মেজি পুৰি গা-পা ধুই পিঠা-পনা খোৱা আদি কাৰ্য্য ক্ৰমণিকাৰ মাজত।

আনহাতে চাহ জনজাতি সমাজে এক পৰম্পৰাগত স্বকীয় ৰীতি-নীতিৰ মাজত পৌষ পৰব পালন কৰে, যি আনৰ লগত নিমিলে। ইয়াৰ অন্য নাম টুসু পৰব বা "টুসু পূজা"। টুসু হ'ল চাহ জনজাতি সমাজৰ এক আখ্যান মূলক দেৱী। যাক এগৰাকী মহাসতী হিচাপে গণ্য কৰা হয়। সেই গৰাকী মহাসতী টুসু দেৱীক আগত লৈয়ে পালন কৰা হয় টুসু পৰব। টুসু পৰব আৰম্ভ হয় পুহ মাহৰ শেষ দিনাৰ পৰা। পুহ মাহত আৰম্ভ হোৱা বাবে মাহটোৰ প্ৰতি লক্ষ্য ৰাখি পৌষ পৰব বুলি কোৱা হয়।

ভোগালী বিহুৰ দৰে পৌষ পৰব চাহ জনজাতিসমাজৰ এক ভোগৰ পৰব। এই পৰবত ধনী-দুখীয়া নিৰ্বিশেষে সকলোৱে ঘৰত পিঠা-পনা পোৰে, তিলপিঠা, ঘিলাপিঠা, চিৰা, দৈ-গুৰ আদি বিবিধ খোৱাৰ সম্ভাৰ। এই পৰবত চাহ জনজাতি সমাজৰ প্ৰধান পিঠা হ'ল "উদ্ধি পিঠা"। এই পিঠা পানীপিঠাৰ দৰে বনোৱা হয়। পিঠাৰ ভিতৰত তিল-গুৰ দিয়া হয়। ইয়াৰ আকৃতি-অৰ্দ্ধ-চন্দ্ৰৰ দৰে। ঘৰত মানুহ মৰিলে এবছৰলৈ এই পিঠা নাখায়। উৰুকাৰ নিশা ডেকাইঁতে মুকলি ঠাইত 'ঢেৰা ঘৰ' সাজি ভোজভাত খায় আৰু গাভৰুইঁতে এই পৰবৰ প্ৰধান উপলক্ষ্য টুসুদেৱীৰ অৰ্চনা কৰি ওৰে নিশা উজাগৰে থাকি কোনো এঘৰত সমবেত হৈ টুসু জাগৰণ কৰে। টুসু দেৱীক মুখ্য হিচাপে লৈ পালন কৰা টুসু পৰব হ'ল এক মহিলা। এটা প্ৰধান উৎসৱ টুসু পৰবক দুটা ভাগত ভগাব পাৰি। এটা হ'ল ঘৰত আৰু আনটো হ'ল নদীৰ পাৰত। পুহ মাহ পৰিলেই গাভৰুইঁতে আলোচনা কৰি কোনো এঘৰত সামূহিকভাৱে টুসুদেৱীৰ পূজা পালন কৰাৰ দিহা কৰে। যাৰ ঘৰত পতা হয় সেই ঘৰৰ মহিলা

গৰাকীক 'টুসুৰ মা' পতা হয়। টুসুৰ মায়েই গোটেই পূজাটো পৰিচালনা কৰে। টুসুৰ মাৰ ঘৰত-থাপা পাতি সদায় সন্ধিয়া টুসুগীত গাই-গাওঁতেই টুসু উপাসনা কৰে। টুসুগীতবোৰ বৰ সুললিত। প্ৰথমতে এগৰাকীয়ে গীত লগাই দিয়ে আৰু পাছত বাকীবোৰে ধৰে। আৰম্ভণী গীতটো এনে ধৰণৰ ঃ

*তেল দি লাম শলিতা দিলাম*

*স্বৰ্গে দি লাম বাতি গ'*

*সকল দেৱী সইনঝা লেওমা*

*ঘৰেৰ কুলৱতী গ'*

*গাই আইল বাছুৰ আইল*

*আইলৰে ভগৱতী*

*একে একে সইনঝা লেওমা*

*ঘৰে কুলৱতী গ'।"*

ঠাইভেদে বেলেগ বেলেগ হব পাৰে। কাৰণ চাহজনজাতি সকল ভাৰতৰ বিভিন্ন প্ৰান্তৰ পৰা অহা লোক। ভিন্ন প্ৰান্তৰ ভিন্ন ৰূপ। গীত ফাঁকিত কৈছে— তেল শলিতা দি মাটিৰ চাকি জ্বলাই স্বৰ্গৰ দেৱী, ঘৰৰ গাই গৰু আদি সকলোকে অৰ্চনা কৰা হৈছে। সাধাৰণতে সদায় সন্ধিয়া পৰত মিঠা তেলৰ চাকি জ্বলাই মহিলাসকলে ঘৰত সইনঝা বা বন্তি দিয়ে।

পূজাৰ দিনা টুসুৰ চৌড়ল সাজি লয়। চৌড়লটো বাঁহৰ কাঠিৰে পাৰিব নিচিনাকৈ সাজে। তাৰ ওপৰত ৰং বিৰঙৰ কাগজ লগাই দিয়ে। আগফালে এটা সৰু দুৱাৰ ৰাখে। চৌড়লৰ সলনি কিছুমানে লক্ষীদেৱীৰ নিচিনা মূৰ্ত্তি ব্যৱহাৰ কৰে। পূজালৈ ওচৰচুবুৰীয়াক নিমন্ত্ৰণ কৰে। বিশেষকৈ মহিলাসকলক মতা হয়। পূজাত গোবৰ আৰু চাউলগুৰিৰ সৰু সৰু লাড়ু তৈয়াৰ কৰে। দুয়োবিধৰ সাতোটাকৈ লাড়ু কৰে। লাড়ুখিনি মাটিৰ পাত্ৰত থয়। লগতে ফলমূল-আখৈ-বাতাচা আৰু ফুল-তুলসী বেলপাত আদি থয়। টুসুদেৱীৰ চৌড়ল বা মূৰ্ত্তিটো ঘৰৰ আহল বহল সুবিধাজনক কোঠাত প্ৰতিষ্ঠা কৰে। থাপনাৰ কাষত পূজাৰ সামগ্ৰীখিনি সজাই লয়। কিছুমান ঠাইত ধান আৰু তুহঁগুৰিও দিয়ে। চৌড়লৰ ভিতৰত টুসুৰ প্ৰতিমূৰ্ত্তি গোবৰেৰে বনাই লয়। মাটিৰ চাকি জ্বলাই পূজাৰ শুভাৰম্ভ কৰে এটি আৰম্ভণী টুসু গীতেৰে। গীতটি ইতিমধ্যে উল্লেখ কৰা হৈছে। ইয়াক *বন্দনাগীতো* বোলে। মহিলাসকলে ওৰে নিশা টুসুগীত গাই টুসুদেৱীৰ পূজা কৰে। ইয়াক টুসু জাগৰণ বোলে। ৰাতিপুৱাহে

পূজা শেষ হয়। তেতিয়া তাত উপস্থিত থকা সকলোকে পূজাৰ প্ৰসাদ খাবলৈ দিয়ে।

তাৰ পাছত যথাৰীতি টুসুদেৱীক আপনাৰ পৰা উঠাই আনি বাহিৰত চোতালৰ মাজত থোৱা হয় আৰু ওচৰ-পাজৰৰসকলো মহিলাক মাত্তি সকলোৱে মিলি জুলি *টুসুগীত* গাই গাই টুসু দেৱীক বিসৰ্জন দিবলৈ নদীৰ ঘাটলৈ আগবাঢ়ে। টুসুৰ চৌড়ল বা মূৰ্ত্তিটো মহিলা এগৰাকীয়ে মূৰত লৈ আগে আগে যায় আৰু বাকীবোৰ মহিলাই টুসুলৈ আখৈ-ফুল আদি ছটিয়াই পিছে পিছে যায়। যোৱাৰ বাটত ওচৰ চুবুৰীয়াৰ ঘৰত টুসুদেৱীক লৈ সোমায় বিদায় বিচাৰি। যি ঘৰত সোমোৱা হয় সেই ঘৰৰ মহিলাই ঘটি-পানী লৈ টুসু দেৱীৰ চৰণ ধুৱাই দিয়ে আৰু লগত যোৱা মহিলাসকলক পিঠ-পনা খুৱাই মাননী সহ বিদায় দিয়ে।

টুসু দেৱীক ঘৰে ঘৰে ঘুৰোৱাৰ পিছত দলে বলে গীত গাই গাই নদীৰ ঘাটলৈ যায়। নদীৰ ঘাটত বহুফালৰ পৰা টুসুৰ দল গোট খায় আৰু সকলোমিলি গীত মাত গাই নাচি বাগি আনন্দ ফুৰ্ত্তি কৰে। ঢুলীয়াই ঢোল বজায়। নিজৰ টুসুক কেন্দ্ৰ কৰি সকলোদল মতলীয়া হৈ পৰে। বহু সময়ত এটা দল আন এটা দলৰ লগত গীত-মাতৰ মাজেৰে প্ৰতিযোগিতা মুখী হৈ পৰা দেখা যায়। নদীৰ ঘাটত এক উৎসৱ মুখৰ পৰিৱেশ সৃষ্টি হয়। এই সময়তে কিছুমানে জল-দেৱতাক সাক্ষী ৰাখি নদীৰ মাজত যথা ৰীতি মতে সখী পাতে। চাহ জনজাতি সমাজে ইয়াক 'ফুলপতা' বুলি কয়। এফালে জলদেৱতা আৰু আনফালে টুসু দেৱী দুয়ো যেন সাক্ষী স্বৰূপ হৈ পৰে এই সখী পতা অনুষ্ঠানৰ। সেয়ে টুসুঘাটত পতা সখীৰ মহত্ব চাহ জনজাতি সমাজে অতি গুৰুত্ব সহকাৰে লয়।

নাছি-বাগি সময়ত নদীৰ বুকুত টুসু দেৱীক বিসৰ্জন দি সকলো ঘৰাঘৰি হয়। ইয়াক 'টুসু ভাষাণ' বোলে। টুসু ভাষাণৰ দিনা পুৱা গা-নুধোলে পৰজন্মত গাহৰি জনম পায় বুলি এই সমাজৰ এক বিশ্বাস আছে। এইখিনিতে মকৰস্নানৰ কথা স্মৰণ কৰিব পাৰি।

তাৰ পিছদিনা হ'ল 'আখনযাত্ৰা'। এই দিনা কোনো এক সামূহিক স্থানত কুকুৰাযুঁজ পাতে। ইয়াক 'মুৰ্গীলড়াই' বোলে। কুকুৰা যুঁজৰ হাৰ-জিতৰ জৰিয়তে বছৰটোৰ বাবে নিজৰ লাভ-লোকচানৰ হিচাপ এইখন সমাজৰ লোকে মনৰ মাজত ধৰি ৰাখে।

চাহ-জনজাতি সমাজৰ এই ভোগালী বিহু স্বৰূপ টুসুপৰবে যিদৰে মনত আনন্দৰ জোৱাৰ তোলে, সেইদৰে তাৰ গীত মাতবোৰেও মনত এক জোৱাৰ তোলে ঃ

হামদেৰ টুসু মুড়ি ভাজে
চন্দন কাঠেৰ চৌড়লে,
তদেৰ টুসু বহুত খাকলি
আঁচল পান্তে লেই মাগে।



# (ঘ) আলোক চিত্র



(১) মেজি বা ভেলাপুজি·



(২) ভেলাঘর (দমর)



(৩) ভেলাপুজি আৰু ভেলাঘৰ (দৰং)



(৪) পিঠা-চুঙা পোৰা-দৃশ্য (দৰং)



(৫) মেজিৰ বাবে খৰিফলা দৃশ্য



(৬) লগ-ভাত খোৱাৰ দৃশ্য



(৯) ম'হ যুঁজৰ আৰম্ভণি (কলিয়াবৰ অঞ্চল)



(১০) ম'হ যুঁজৰ এটি বিশেষ মুহূৰ্ত (কলিয়াবৰ অঞ্চল)



(১১) মাগন-গীতৰ পৰিৱেশনা শৈলী (অভিভাষী মুছলমান)



**(১২) লগ-ভাতৰ বাবে মঙহৰ প্ৰস্তুতি (বৰো)**



(১৩) লগ ভাতৰ বাবে যা যোগাৰ (বৰো)



(১৪) লগ-ভাতৰ বাবে পাছলি মজুতৰ ব্যৱস্থা (বৰো)



(১৫) লগভাত খোবাব পূর্বে দেব-দেবীপূজন (ববো)



(১৬) তেলাখব আক চাণ্ডিমবা (বাভা)



(১৭) ভেলাঘৰৰ আন এটি দৃশ্য (বাভা)



(১৮) ভেলাঘৰত মেৰ-দেৱীৰ পূজন (বাভা)



(১৯) মেজিৰ প্ৰস্তুতি (ৰাভা)



(২০) সম্পূৰ্ণ মেজি (ৰাভা)



(২১) মেজি দাহনৰ পূৰ্বে সম্পাদিত পূজা (ৰাভা)



(২২) উৰুকাৰ ভোজৰ পিছদিনা গৰখীয়াৰ গাহ চিকাৰ (ৰাভা)



(২৩) ভোগালীৰ ভোগ : চাকো প্ৰস্তুতি (বাভা)



(২৪) ভোগালীৰ ভোগ : পিঠা-লাডুৰ প্ৰস্তুতি (বাভা)



(২৫) ভোগালীৰ প্ৰসংগত পূজা আগবঢ়াবলৈ যোৱাৰ দৃশ্য (ৰাভা)



(২৬) গৰুক কোট দিয়াৰ এক বিশেষ মুহূৰ্ত (ৰাভা)



(২৭) ঠকা (টকা), লাংঠাই আৰু চৰ্‌গং চুঙা (ৰাভা)



(২৮) পৰিপূৰ্ণ মেজি (কাৰবি)



(২৯) উৰুকাৰ দিনা ফল-মূলৰ গছ বন্ধা দৃশ্য (কাৰবি)



(৩০) লগভাতৰ প্ৰস্তুতি (কাৰবি)



(৩১) উৰুকাৰ ভোজ ৰন্ধনৰ এটি মুহূৰ্ত



(৩২) ডিম্বীৰাং বমানি বিলত মাছমৰা দৃশ্য (কাৰবি)



(৩৩) সামূহিকভাৱে মাছ মৰাৰ দৃশ্য (কাৰবি)



(৩৪) মেজি-নিৰ্মাণৰ এটি মুহূৰ্ত (মিচিং)



(৩৫) মেজি-নিৰ্মাণৰ আন এটি মুহূৰ্ত (মিচিং)



(৩৬) মেজি [illegible] [illegible] বিহু-নাচ (মিচিং)



(৩৭) মেজিত অগ্নি সংযোগকাৰীৰদ্বাৰা ৰাইজক প্ৰণাম (মিচিং)







(৪১) অগ্নিসংযোগৰ অন্তত দেউৰী মহিলাৰ মেজি পূজন (দেউৰী)



(৪২) মেজিত অগ্নি সংযোগৰ অন্তত পুৰুষ-মহিলাৰ বিহু [illegible] (দেউৰী)



(৪৩) বাজনি-ঘর ঃ আবত্তণি স্তর (তিওরা)



(৪৪) ভেলা-ঘর ঃ প্রাথমিক স্তর (তিওরা)



(৪৫) মাছমৰাৰ পূৰ্বে অনুষ্ঠিত লালি-হিলানি নৃত্য (তিওৱা)



(৪৬) [illegible]



(৪৭) টুচুদেবীৰ থাপনা আনয়ন (চাহ বাগিছাৰ সমাজ)



(৪৮) টুচু থাপনাৰ স্থাপনৰ আগমুহূৰ্ত্ত (চাহ বাগিছাৰ সমাজ)



(৪৯) টুচু থাপনাৰ প্ৰতি ভক্তিভৰা প্ৰণাম (চাহ বাগিছাৰ সমাজ)



(৫০) টুচু দেৱী থাপনা বিসৰ্জন (চাহ বাগিছাৰ সমাজ)



(৫১) উৰুকাৰ ভোজৰ বাবে খৰিফলা দৃশ্য (তাই-আহোম)



(৫২) মেজি-প্ৰস্তুতি (তাই-আহোম)



(৫৩) 'মাইক চুমফাই' (খামতি)



(৫৪) ভেলাঘৰ, সোণাৰী কামাখ্যা, কলিয়াবৰ



(৫৫) হাৱলি-ঘৰ দাহন, কলিযাবৰ



(৫৬) হাৱলি-ঘৰ দাহনৰ সময়ত ৰাইজৰ বৈঠক, কলিয়াবৰ।

## ঙ. *পৰিশিষ্ট*

# ‘শতদল’

মুখ্য কাৰ্য্যালয় ঃ (অস্থায়ী) হেঙেৰাবাৰী হাউচিং কলনি
ই ডব্লিও এচ-১(১) দিশপুৰ, গুৱাহাটী-৭৮১০০৬
পঞ্জীয়ন নং- RS/KAM/240/C/577 of 1996-97

## ‘শতদল’ৰ কেন্দ্ৰীয় সমিতিৰ সদস্য-সদস্যা সকল

**উপদেষ্টা**

ড° নবীন চন্দ্ৰ শৰ্মা
শ্ৰীযুত হোমেন বৰগোহাঞি
শ্ৰীযুত নীলপৱন বৰুৱা
শ্ৰীযুত দুলাল ৰয়

**সভাপতি**

ড° যতীন মিপুন
উপ-সভাপতি
শ্ৰীযুক্তা অলকা দেশাই শৰ্মা
শ্ৰীপুতলী কায়স্থ

**সম্পাদকদ্বয়**

শ্ৰীভদ্ৰেশ্বৰ মেধি
শ্ৰীতিলোত্তমা ভূঞা

**সদস্য-সদস্যা**

শ্ৰীহিমাদ্ৰি কুমাৰী শৰ্মা
শ্ৰীঅনিল সোনোৱাল
শ্ৰীপাপৰি নেওগ
শ্ৰীবীণা দেৱী
শ্ৰীনিৰ্মল বৰা
শ্ৰীধ্ৰুৱজ্যোতি ফুকন

শ্ৰীমণ্টু ডেকা
শ্ৰীদিপালী চেতিয়া
শ্ৰীঅনিমা দৈমাৰী
শ্ৰীসোমেশ ডেকা
ডাঃ প্ৰতুল শৰ্মা

**'শতদল'ৰ ডিমৰীয়া উপ-সমিতি**

**উপদেষ্টা**

শ্ৰীযুত সৰুধন বসুমতাৰী
শ্ৰীযুত ৰাখাল কলিতা
শ্ৰীযুক্তা নীৰদা কাথাৰপী

**সভাপতি**

ড° যতীন মিপুন

উপ-সভাপতি

শ্ৰীযুত ৰূপন টেৰণ
শ্ৰীপুতলী কায়স্থ

**সম্পাদক**

শ্ৰীমুকুন্দ বে
শ্ৰীমুণ্টু ডেকা

**সদস্য-সদস্যা**

শ্ৰীমতী শ্যামলী টেৰণ
শ্ৰীমতী মীনা ইংতি
শ্ৰীপৰেশ ইংতি
শ্ৰীপৰেশ ৰাহাং
শ্ৰীমতী সৰলা বড়ো
শ্ৰীমতী কামিনী ৰংহাংপী
শ্ৰীধনঞ্জয় বে
শ্ৰীমতী মাধবী কাথাৰপী
শ্ৰীমতী ৰুক্মিণী ৰংপী

# বিভিন্ন দিশত 'শতদল'ক দিহা-পৰামৰ্শ আৰু সহায়-সহযোগিতা আগবঢ়োৱা বিশিষ্ট ব্যক্তিসকল ঃ

ড° বিনয় কুমাৰ দাস, *অনাময় অভিযন্তা*

শ্ৰীযুত নিশিনাথ চাংকাকতি, *অৱসৰ প্ৰাপ্ত আৰক্ষী, সঞ্চালক প্ৰধান*

কৰ্ণেল বেণু বৰগোঁহাই, *অৱসৰ প্ৰাপ্ত অধীক্ষক,*
*গুৱাহাটী চিকিৎসা মহাবিদ্যালয়।*

শ্ৰীযুত হৰেকৃষ্ণ ডেকা, *আৰক্ষী সঞ্চালক প্ৰধান*

শ্ৰীযুত ৰীতেশ ভট্টাচাৰ্য্য, *বন সংৰক্ষণ বিষয়া*

শ্ৰীযুত লক্ষীনাথ তামুলী, *প্ৰশাসনিক বিষয়া*

শ্ৰীযুত কুল শইকীয়া, *প্ৰশাসনিক আৰক্ষী বিষয়া*

শ্ৰীযুক্তা কুইন ওজা, *প্ৰাক্তন পৌৰপতি*

শ্ৰীযুত ভবেন বৰঠাকুৰ, *বিশিষ্ট গীতিকাৰ*

শ্ৰীযুতা তুলতুল বৰুৱা, *বিশিষ্টা লেখিকা*

শ্ৰীযুত ইন্দিবৰ কোঁৱৰ, *সভাপতি, ট্ৰেড ইউনিয়ন*

শ্ৰীযুত ভবেন গোহাঁই, *অৱসৰ প্ৰাপ্ত কৃষি বিষয়া*

শ্ৰীযুতা চেতনা দাস, *যশস্বিনী অভিনেত্ৰী*

ডা° জগদীশ দেউৰী, *সঞ্চালক, ৰাজ্যিক এইড্‌চ কোষ*

ডা° মফিজুদ্দিন আহমেদ, *অতিৰিক্ত সঞ্চালক, স্বাস্থ্য সেৱা*

ডা° ধীৰেন বৰুৱা, সঞ্চালক, *প্ৰাগজ্যোতি চকু চিকিৎসা ন্যাস*

শ্ৰীযুত ধীৰেন্দ্ৰনাথ শইকীয়া, *উপায়ুক্ত, কামৰূপ জিলা*

শ্ৰীযুত ভূপেন গগৈ

শ্ৰীযুত সঞ্জীৱ শইকীয়া, *এড্‌ভোকেট*

শ্ৰীযুত ধ্ৰুৱজ্যোতি মৰল

শ্ৰীযুত পৰেশ চন্দ্ৰ মজুমদাৰ, এডভোকেট

শ্ৰীযুত বিজয় বৰ্মন

শ্ৰীযুত জহৰজ্যোতি দেউৰী

শ্ৰীযুত বিজয় পাটিৰ

শ্ৰীযুত কৰুণাকান্ত শৰ্মা

শ্ৰীযুত শ্ৰীমন্ত মালী

শ্ৰীযুত মহেন্দ্ৰ ৰামচিয়াৰী

শ্ৰীযুত মুকুন্দ ডেকা

শ্ৰীযুত মৃণাল শৰ্মা

শ্ৰীকামিনী বড়ো

শ্ৰীযুক্তা আৰাধনা দাস

শ্ৰীমতী দীপ্তি তামুলী

শ্ৰীমতী অৰুণিমা দেৱী

শ্ৰীযুতা মিনতি চৌধুৰী

অনুষ্ঠান কাৰ্য্যবাহী, গুৱাহাটী দূৰদৰ্শন কেন্দ্ৰ

